# কমলাকান্ত ক্ষেত্ৰৰ বেঙণি

( ষট্‌পঞ্চাশত্তম বিশ্বনাথ চাৰিআলি অধিৱেশনৰ জন্য
সম্বলিত সংকলন )

সংকলক-সম্পাদক
শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী

সহযোগী সম্পাদক
শ্ৰীমুকুল হাজৰিকা
শ্ৰীপৱন বৰদলৈ
শ্ৰী[illegible]



অসম সাহিত্য সভা

**KAMALĀKĀNTA KSHETRAR RENGANI**

Addresses, Reports etc. of the Fifty Sixth Session of Asam Sahitya Sabha held at Biswanath Chariali on the 8th, 10th, 11th and 12th February 1990, edited by Sri Satish Chandra Choudhury and published by Dr. Ramcharan Thakuria General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat, Assam. First Edition January, 1993. Price Rs. 25·00 only.

। প্ৰকাশক : ড° ৰামচৰণ ঠাকুৰীয়া ● প্ৰধান সম্পাদক ● অসম সাহিত্য সভা ● চন্দ্ৰকান্ত হাতীকৈ ভৱন ● যোৰহাট-৭৮৫০০১ ।

। বেটুপাত : [illegible] ।

। মুদ্ৰক : পূৰ্বাঞ্চল মুদ্ৰণ ● বিহাবাৰী ● গুৱাহাটী-৮ ।

। মূল্য : পঁচিশ টকা মাত্ৰ ।

# প্ৰধান সম্পাদকৰ একাষাৰ

অসম সাহিত্য সভাৰ স্থায়ী কাম হিচাবে প্ৰকাশন সমূহ, হাজাৰ হাজাৰ লোকৰ সমাবেশেৰে অনুষ্ঠিত হোৱা অধিৱেশনসমূহতো স্থায়ী চিন হ'ল সেইবোৰে তাৰ আলোচনা বিলোচনা আৰু অভিভাষণসমূহ। সভাৰ উনবিংশতিতম গোৱালপাৰা অধিৱেশনৰ পৰাই সভাপতি, উদ্বোধক প্ৰমুখ্যে বিশিষ্ট অতিথি-সকলৰ অভিভাষণ, বিভিন্ন সন্মিলনৰ আলোচনা-বিলোচনা সভাই গ্ৰহণ কৰা গুৰুত্বপূৰ্ণ সিদ্ধান্তসমূহকে ধৰি ভিন ভিন কামৰ খতিয়ান অধিৱেশনৰ পাছতে বাৰ্ষিকীৰূপে প্ৰকাশৰ ব্যৱস্থা কৰি আহিছে। কমলাকান্ত ক্ষেত্ৰৰ বেঙুণি সভাৰ ষট্‌পঞ্চাশত্তম বিশ্বনাথ চাৰিআলি অধিৱেশনৰ ভিন ভিন অভিভাষণ আৰু আলোচনা বিলোচনাৰ তেনে এটি স্মৃতি বিজড়িত সংকলন। এই সংকলনটিত ১৯৯০ খ্ৰীষ্টাব্দৰ, ৮, ১০, ১১ আৰু ১২ ফেব্ৰুৱাৰী তাৰিখে বিশ্বনাথ চাৰিআলিত অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যৰ স্মৃতিত নামাংকিত কমলাকান্ত ক্ষেত্ৰত সমবেত হোৱা মাননীয় সভাপতি শ্ৰীনৱকান্ত বৰুৱাৰ প্ৰমুখ্যে বৰেণ্য অতিথিসকলৰ অভিভাষণ আৰু আলোচনা-বিলোচনা একেলগ কৰি বাৰ্ষিকী-খনিৰ সংকলন আৰু সম্পাদনা কৰি দিছে সেই সময়ৰ প্ৰধান সম্পাদক শ্ৰীসতীশ চন্দ্ৰ চৌধুৰীয়ে আৰু এই কামত তেখেতক সহযোগ কৰিছে শ্ৰীনুৰুল হাজৰিকা, শ্ৰীপৱন বৰদলৈ আৰু শ্ৰীশৈলেন দাসে। সভাৰ তৰফৰ পৰা অৰ্পণ কৰা এই দায়িত্ব নিয়াৰিকৈ সম্পাদন কৰি দিয়াৰ বাবে আটাইকেইজনা নিষ্ঠাবান কৰ্মীলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

সভাৰ নিয়ম অনুসৰি বাৰ্ষিকী প্ৰকাশ কৰা হয় আদৰণী সমিতিৰ আৰ্থিক সাহায্যেৰে। বিশ্বনাথ চাৰিআলি অধিৱেশনৰ আদৰণী সমিতিয়েও সেই দায়িত্ব পালন কৰি আমাৰ কৃতজ্ঞতাৰ পাত্ৰ হৈছে। তেখেতসকললৈও আমাৰ সন্মান যাচিছোঁ। বেটুপাতটো আঁকি দিছে শিল্পী অবিনাশ শৰ্মাই, ছপাই দিছে পূৰ্বদেশ মুদ্ৰণে আৰু এইখনি প্ৰকাশৰ ক্ষেত্ৰত যাৰা একাবে

সহায় কৰিছে শ্ৰীনৰনাৰায়ণ দেৱশৰ্মা আৰু শ্ৰীপ্ৰবোধ কাকতিয়ে। এই আটাই-সকলৈ আমাৰ সলাগ যাচিছোঁ।

শেষত, যিসকলৰ প্ৰবন্ধ আৰু বৰঙণিৰে এইখনি সুসমৃদ্ধ হৈছে সেইসকল বৰেণ্য ব্যক্তিলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

ড° ৰামচৰণ ঠাকুৰীয়া
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

১ জানুৱাৰী, ১৯৯৩
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট

# সম্পাদকৰ নিবেদন

অসম সাহিত্য সভাই বাৰ্ষিক অধিৱেশনৰ সম্পূৰ্ণ তথ্য সম্বলিত গ্ৰন্থ বাৰ্ষিকী নাইবা অধিৱেশনৰ থলীৰ নামকৰণেৰে বাৰ্ষিক সংকলন প্ৰকাশ কৰি আহিছে। এনে গ্ৰন্থ প্ৰকাশৰ ক্ষেত্ৰত অধিৱেশনৰ আদৰণী সমিতি সমূহে ব্যয় বহন কৰাৰ পৰম্পৰা যোৱা কিছু বছৰৰ পৰা হৈছে। আদৰণী সমিতি কিছু সংখ্যকৰ পৰা প্ৰয়োজনীয় ব্যয় বহন নকৰাৰ বাবে কেইখনমান অধিৱেশনৰ বাৰ্ষিকী বা সংকলন প্ৰকাশ নোপোৱাও লক্ষ্য কৰা গৈছে। অধিৱেশনৰ তথ্যৰ লগতে পঠিত ভাষণসমূহ সভাৰ বাবে এক অমূল্য সম্পদ। অধিৱেশনৰ সময়ত সভাৰ মাননীয় সভাপতি, বিশিষ্ট অতিথি, উদ্বোধক, আলোচনা চক্ৰ আদিৰ উদ্বোধক তথা সঞ্চালক, কবি সন্মিলনৰ সভাপতি, আদৰণী সমিতিৰ সভাপতি আদিৰ ভাষণসমূহ প্ৰকাশ কৰাৰ পৰম্পৰা হৈ আহিছে, যদিও সেইবোৰ গ্ৰন্থাকাৰে প্ৰকাশৰ ব্যৱস্থা হোৱাত ই অসমীয়া সাহিত্যলৈ বিশেষ বৰঙণি যোগাব পাৰিছে বুলি আমি অনুভৱ কৰোঁ। আনহাতে সভাৰ বিষয়ে গৱেষণা সদৃশ কাৰ্যতো এই বাৰ্ষিকীসমূহ সহায়ক হৈছে যে সি ধ্ৰুৱ।

অসম সাহিত্য সভাৰ ষষ্টপঞ্চাশত্তম অধিৱেশন শোণিতপুৰ জিলাৰ বিশ্বনাথ-চাৰিআলিত ১৯৯০ খৃষ্টাব্দৰ ৮, ১০, ১১ আৰু ১২ ফেব্ৰুৱাৰীত অনুষ্ঠিত হয়। অধিৱেশনৰ থলীৰ নাম অসমীয়া সাহিত্যৰ মহৰ্ষি স্বৰূপ অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য্যৰ গৌৰৱত কমলাকান্ত-ক্ষেত্ৰ হিচাপে আদৰণী সমিতিয়ে নামকৰণ কৰিছিল। অধিৱেশনত পঠিত ভাষণাৱলীৰ লগতে আলোচনা চক্ৰ আদিত নিৰ্দিষ্ট আলোচনাকাৰীসকলে লিখিতভাৱে আগবঢ়োৱা আলোচনা আৰু বিশিষ্ট অতিথিসকলে লিখিতভাৱে দিয়া ভাষণ সমূহ সংকলিত কৰি গ্ৰন্থখন প্ৰস্তুত কৰা হৈছে। অধিৱেশনৰ থলীত নিবেদন কৰা ভাষণ আৰু তথ্য তথা অধিৱেশনৰ থলীৰ নামকৰণৰ লগত সংগতি ৰাখি প্ৰস্তুত গ্ৰন্থখনৰ নাম 'কমলাকান্ত ক্ষেত্ৰৰ বৰঙণি' ৰখা হৈছে।

সভাৰ ১৯৮৯-৯০ বৰ্ষৰ প্ৰধান সম্পাদক হিচাপে গ্ৰন্থখন সংকলন আৰু

সম্পাদনাৰ দায়িত্ব ১৯৯০-৯১ বৰ্ষৰ সভাৰ প্ৰকাশন তথা কাৰ্যনিৰ্বাহকে আমাৰ ওপৰত ন্যস্ত কৰে। আমাৰ কাৰ্যকালতে গ্ৰন্থখন ছপাশালৈ প্ৰেৰণ কৰা হয় যদিও ছপা কাৰ্য সম্পন্ন নোহোৱা বাবে বিগত দুখনৈ অধিৱেশনত মুকলি কৰিব পৰা নগ'ল। আনহাতে গ্ৰন্থৰ বৰ্ধিত কলেৱৰলৈ লক্ষ্য কৰি অধিৱেশনৰ পূৰ্ণাংগ সমীক্ষা অধিৱেশনৰ বিভিন্ন কাৰ্যসূচীৰ ছবি আদি সংযোগ কৰিব পৰা নগ'ল। তাৰবাবে মাৰ্জনা বিচাৰিছোঁ।

একেদৰে মৌখিকভাৱে দিয়া ভাষণৰ বাণীস্বৰূপ আমাৰ হাতত নপৰাৰ বাবে গ্ৰন্থত সন্নিবিষ্ট কৰিব পৰা নগ'ল। সম্পাদনাৰ বিভিন্ন দিশত সহযোগ আগ-বঢ়োৱা বাবে সভাৰ ১৯৮৯-৯০ বৰ্ষৰ তিনিওগৰাকী সহকাৰী সম্পাদক তথা সহযোগী সম্পাদক শ্ৰীমুকুল হাজৰিকা, শ্ৰীপৱন বৰদলৈ আৰু শ্ৰীশৈলেন দাসলৈ শলাগ ল'ল। বেটুপাত অংকন কৰি সহযোগ আগবঢ়োৱা বাবে ভ্ৰাতৃ-প্ৰতিম চিত্ৰ-শিল্পী নৰেন্দ্ৰনাৰায়ণ দোৱাৰালৈ আমাৰ স্নেহ যাচিলোঁ। গ্ৰন্থখনৰ সমলসমূহ সংৰক্ষণ আৰু আন আন দিশত সহায় আগবঢ়োৱা বাবে সভাৰ ১৯৮৯-৯০ চনৰ ধনভঁৰালী শ্ৰীনৰনাৰায়ণ দেৱশৰ্মা আৰু (সৰ্বশ্ৰী প্ৰবোধ কাকতি, দীপক কাকতিলৈ প্ৰীতি সম্ভাষণ জ্ঞাপন কৰিলোঁ। সভাৰ ১৯৮৯-৯০ বৰ্ষৰ সভাপতি শ্ৰীযুত মহিম বৰা, উপ-সভাপতি শ্ৰীযুত বাস গগৈদেৱে আগবঢ়োৱা দিহা-পৰামৰ্শৰ বাবে আমি তেওঁলোকৰ ওচৰত চিৰ কৃতজ্ঞ। গ্ৰন্থখনৰ বিষয়ে খা-খবৰ লৈ উৎসাহ যোগোৱা বাবে সভাৰ ষটপঞ্চাশত্তম অধিৱেশনৰ আদৰণী সমিতিৰ সভাপতি ডাঃ কোমেশ্বৰ বৰা আৰু সাধাৰণ সম্পাদক শ্ৰীজগৎ বড়ালৈ আমাৰ শ্ৰদ্ধা যাচিলোঁ। সভাৰ এনেবোৰ প্ৰকাশন আঁচনিয়ে ধাৰাবাহিকতা লাভ কৰক, ইয়াকে বাঞ্ছা কৰোঁ।

৬ জানুৱাৰী, ১৯৯৩ খৃষ্টাব্দ
পাঠশালা

শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
সংকলক-সম্পাদক

# সূচীপত্ৰ


ষট্‌পঞ্চাশত্তম অধিৱেশনৰ সভাপতিৰ অভিভাষণ—নবকান্ত বৰুৱা ১

সভাপতিৰ ভাষণ (বিশেষ বিষয় বাচনী সভা)—নবকান্ত বৰুৱা ২৮

পতাকা উত্তোলনৰ ভাষণ—মহিম বৰা ৩৬

মুকলি অধিৱেশনৰ ভাষণ "বাওঁ বোলা বিদায়ৰ বাণী"—মহিম বৰা ৪৪

দ্বিতীয় মুকলি অধিৱেশনৰ মুখ্য অতিথিৰ ভাষণ—প্ৰফুল্ল কুমাৰ মহন্ত ৫১

বিশ্বনাথ চাৰিআলি সাহিত্য সভাৰ বিশিষ্ট অতিথিৰ ভাষণ
—বিনন্দ চন্দ্ৰ বৰুৱা ৫৭

বিশিষ্ট অতিথিৰ ভাষণ—চাও হেম বুঢ়াগোহাঞি ৬০

বিশিষ্ট অতিথিৰ ভাষণ—কাবাম ইবুংহল ৬৬

বিশিষ্ট অতিথিৰ ভাষণ—পাবি বংপি ৭৪

সাংস্কৃতিক সন্মিলনৰ উদ্বোধনী ভাষণ (প্ৰথম)—উদয় ভাগৱতী ৭৮

সাংস্কৃতিক সন্মিলনৰ উদ্বোধনী ভাষণ (দ্বিতীয়)—গোপাল দাস ৮২

সাংস্কৃতিক সন্মিলনৰ উদ্বোধনী ভাষণ (তৃতীয়)—গোকুল পাঠক ৮৯

কবি সন্মিলনীৰ উদ্বোধনী ভাষণ—অজিৎ বৰুৱা ১০০

কবি সন্মিলনীৰ সভাপতিৰ ভাষণ—চুজাউদ্দীন আহমদ ১০৫

'অসমীয়া সংস্কৃতিৰ সমন্বয়াত্মক ৰূপ' বিষয়ক আলোচনা চক্ৰৰ
সঞ্চালকৰ প্ৰাৰম্ভিক ভাষণ—ড° মুকুন্দ মাধৱ শৰ্মা ১১৯

অসমৰ সংস্কৃতিৰ সমন্বয়াত্মক ৰূপ—জয়কান্ত গন্ধীয়া ১২৭

অসমীয়া সংস্কৃতিৰ সমন্বয়াত্মক ৰূপ—গীতা উপাধ্যায় ১৩৩

"ৰূপান্তৰৰ মাজেদি অসমৰ ভৌগোলিক আৰু ৰাজনৈতিক বুৰঞ্জী"
বিষয়ক আলোচনা চক্ৰৰ উদ্বোধনী ভাষণ—ড° স্বৰ্ণলতা বৰুৱা ১৫৬

"ৰূপান্তৰৰ মাজেদি অসমৰ ভৌগোলিক আৰু ৰাজনৈতিক বুৰঞ্জী"
আলোচনা চক্ৰৰ সঞ্চালকৰ ভাষণ—ড° যোগেন্দ্ৰনাথ ফুকন ১৬৬

স্মৃতিগ্ৰন্থ উন্মোচনী ভাষণ—নীলিমা দত্ত ১৭০

গ্ৰন্থ উন্মোচনী ভাষণ—হিতেশ ডেকা ১৭৭

প্ৰতিনিধি শিবিৰৰ দুৱাৰ মুকলি ভাষণ—কুল হাজৰিকা ১৮৬

স্মৃতিতৰ্পণ : মুখ্য তৰ্পকৰ ভাষণ—মোক্ষদা দেৱী ১৮৭

আদৰণী সমিতিৰ সভাপতিৰ ভাষণ—ডা° কোমেশ্বৰ বৰা ১৮৯

আদৰণী সমিতিৰ কাৰ্যকৰী সভাপতিৰ ভাষণ—অপূৰ্ব কুমাৰ দাস ২০১

আদৰণী সমিতিৰ সাধাৰণ সম্পাদকৰ ভাষণ—জগৎ বড়া ২০৭

দ্বিতীয় মুকলি অধিবেশনৰ বিশিষ্ট অতিথিৰ ভাষণ
—নাৰায়ণ কুমাৰ (বাহু) কাকতি ২১৩


## পৰিশিষ্ট


(ক) প্ৰধান সম্পাদকৰ ১৯৮৯-৯০ বৰ্ষৰ বাৰ্ষিক প্ৰতিবেদন

(খ) জিলা আৰু শাখা সভাৰ বাৰ্ষিক খতিয়ান (১৯৮৯-৯০ বৰ্ষ)

# ষট্‌পঞ্চাশত্তম অধিৱেশনৰ সভাপতিৰ অভিভাষণ

—নৱকান্ত বৰুৱা

অসম সাহিত্য সভাৰ বিদায়ী সভাপতি মহাশয়,
এই মুকলি সভাৰ উদ্বোধক মহাশয়, আদৰণী সভাৰ
সভাপতি প্ৰমুখ্যে কৰ্মকৰ্তাসকল, প্ৰতিনিধিবৰ্গ, সভামণ্ডলী
আৰু কমলাকান্ত নগৰত গোটখোৱা শ্ৰদ্ধাভাজন ৰাইজ,

অসম সাহিত্য সভাৰ সভ্যসকলৰ দ্বাৰা নিৰ্বাচিত হৈ মই কম্পিত চিত্তেৰে আপোনালোকৰ সন্মুখত থিয় দিছোঁহি ১৯৯০ চনৰ বাবে অসম সাহিত্য সভাৰ সভাপতিৰূপে। মই এজন সামান্য লেখক, অসম সাহিত্য সভাৰ সভাপতি হ'ম বুলি কোনোকালে কল্পনাও কৰা নাছিলোঁ। কিন্তু অঘটন-ঘটন-পটিয়সী ইতিহাসৰ অদৃশ্য অমোঘ নিয়মত মই আজি সেই ৰূপতে আপোনালোকৰ সন্মুখত। দায়িত্ব হিচাপে ইয়াক বহন কৰিব পৰা সামৰ্থ্য মোৰ নাই, ইয়াক গ্ৰহণ কৰিছোঁ কেৱল আপোনাসকলৰ প্ৰীতিৰ দান হিচাপে আৰু হয়তো অসমীয়া মানুহে অসমীয়া সাহিত্যিকক দিব পৰা সৰ্বোচ্চ সন্মান হিচাপে। কৃতজ্ঞতা কথাৰে বুজাব পৰা বস্তু নহয়......অথচ কথাৰ বাহিৰেনো মোৰ কি সম্বল আছে!

পুৰস্কাৰ-তিৰস্কাৰ-প্ৰশংসা-পৰিবাদে লেখকক যথাচলতে স্পৰ্শ নকৰে, কৰে উপেক্ষাই। মোৰ পৰম সৌভাগ্য যে মোৰ সামান্য সাহিত্যকৰ্ম উপেক্ষিত হোৱা নাই। অসম সাহিত্য সভাৰ লগত মোৰ সাহিত্যিক সম্বন্ধ চিৰকালেই আছিল, এতিয়া আনুষ্ঠানিকভাৱে সেই সংগঠনত মই প্ৰৱেশৰ পথত। ৰবীন্দ্ৰনাথৰ ঔকীয়মিত মই আৰো জীৱনৰ কোনো বয়সেই শেষনি নাথাৰ।' সাহিত্য সভাৰ লগত এই সংযোগে মোৰ জীৱন আৰু সাহিত্যত নতুন কলত জোৱাৰ আৰু পোৱাত অনিৱেশ্য যোগাব। মোৰ মতে সংগঠন-বহুলতা' যোৱাকথা সাহিত্যে সৰ্বাৰ্থে কিবা ভাল' হ'ব সেইটো মোৰ মনে নধৰে। 'অধানি-মাই [illegible]

কথা নিবেদন কৰিম। মই সাহিত্যৰ ইতিহাসকাৰ নহওঁ, মই ভাষাবিদ নহওঁ, মই নিজকে এজন কবি বুলি বিশ্বাস কৰোঁ। সেই দৃষ্টিত মই হয়তো সাহিত্যিকো। অসমীয়া ভাষা মোৰ সাহিত্যৰ মাধ্যম। গতিকেই সাহিত্যৰ জগত সম্পৰ্ক থকা মানুহ হিচাপে মই ভাষাবো সামান্য কাৰু। মোৰ চিত্ৰকৰ ভাস্কৰ বন্ধু-সকলক মই মনে মনে অলপ ঈৰ্ষা কৰোঁ। তেওঁলোকৰ মাধ্যম সৰ্বজনবোধ্য, সাধাৰণভাবে বিশ্বজনীন, আন্তৰ্জাতিক আৰু কালাতীতো। আদিম যুগত মানুহৰ ভাষা নিশ্চয় আছিল, আমি তাৰ একো গমকে নাপাওঁ; কিন্তু গুহাচিত্ৰই আমাক তেওঁলোকৰ মনৰ, জীৱনৰ আৰু সমাজৰ খবৰ দিয়ে। স্পেইনৰ গুহাচিত্ৰ আৰু মধ্যভাৰতৰ গুহাচিত্ৰৰ মাজত এক আত্মীয়তা দেখোঁ।

কিন্তু ভাষা দেশ আৰু কালৰ সীমাৰে সীমিত। দুটা পাহাৰৰ ভাষা এজনৰ বাবে ভাষা, আনজনৰ বাবে অৰ্থহীন বাক্‌যন্ত্ৰ নিঃসৃত কিছুমান শব্দ বা কোলাহল মাথোন। সুপ্ৰাচীন একোটা ভাষাই কালৰ সোঁতত আহি এনে ৰূপ লয়, যে অতীতৰ ভাষাৰ জগত তাৰ যেন কোনো সম্বন্ধই নাই—এনে লাগে।

ভাবিলে বিস্মিত হ'ব লাগে, ভাষা নামৰ এই কণ্ঠ নিঃসৃত ধ্বনি তৰঙ্গ মানুহৰ কি বিস্ময়কৰ আৰু যুগান্তকাৰী আবিষ্কাৰ। অন্যান্য জীৱ-জন্তুৰ-পৰা, আনকি উন্নত কপি বা বনমানুহইতৰপৰা মানুহক পৃথক কৰিছে ভাষাই—ভাষণ শক্তিয়ে—উচ্চাৰিত ধ্বনিপুঞ্জৰ প্ৰায়োগিক ব্যৱহাৰে। মানুহৰ নোমহীনতা, আঙুলিৰ বিপৰীতস্থ বুঢ়া আঙুলি, আগ ঠেঙৰ মুক্তি আৰু হাতলৈ ৰূপান্তৰ, আহিলাৰ ব্যৱহাৰ আৰু আনকি নিৰ্মাণ—এই সকলোবোৰ পৰীক্ষাৰ চালনীৰে মানুহৰ বাহিৰেও আন বহুতো প্ৰাণী হেলাৰঙে সৰকি যায়। কণ্ঠস্বৰো প্ৰায় সকলো প্ৰাণীৰে আছে। (আনাক বোবা বুলি বিখ্যাত জিৰাফৰো আছে!) কিন্তু উচ্চাৰিত ধ্বনিক বাণীলৈ ৰূপান্তৰ কৰাৰ ক্ষমতা, কণ্ঠনিঃসৃত ধ্বনি তৰঙ্গৰ প্ৰায়োগিক ব্যৱহাৰ—মানুহৰ একক। আন কোনো প্ৰাণীয়ে তাক আহৰণ কৰিব নোৱাৰিলে। আবেগিক স্নায়ুতন্ত্ৰীচালিত মাংসপেশীৰ বিকলনৰ বাবে আন জীৱ-জন্তুৰ মাততো অৱস্থাভেদে কিছু ভাৱ-ব্যঞ্জনা দেখা যায়। কুকুৰে ভুকেও, গেঙেৰিও দিয়ে। কিন্তু, মূৰ্ত বা অমূৰ্ত বস্তুৰ প্ৰতীকৰূপে, বস্তুক নিৰ্দেশ কৰিবৰ বাবে কণ্ঠধ্বনিৰ বিশেষ ব্যৱহাৰ একমাত্ৰ মানুহেহে কৰিব পাৰিলে। সেই-কাৰণে ভাষাক এই গুণ নিৰ্দেশাত্মক (denotative) বা প্ৰতীকী সত্তা বুলিয়েই ধৰা হয়, অৰ্থাৎ ভাষাই মানুহক ইতৰ জন্তুৰপৰা পৃথক কৰিলে। ভাষাৰ এই প্ৰতীকী সত্তা, নিৰ্দেশাত্মক গুণ অনুভৱ কৰিবৰ বাবে এটা সৰু উদাহৰণ:

শাবকেৰ, কুকুৰ, ডগ (dog), পেৰো (perro), কানিচ (canis), চিয়েন (chien), হুণ্ড (hund)—এই শব্দকেইটাই ভৌ ভৌ কৰা বিশেষ জন্তু এটাৰ প্ৰতি সংকেত কৰে। ভাষাতত্ত্বৰ ভৌ ভৌ তত্ত্ব (Bow-wow theory) অগ্ৰাহ্য কৰি জন্তুটোৰ বেলেগ ভাষাত বেলেগ নাম। connotation নহয়, denotation। মানুহক ইতৰ জন্তুবপৰা পৃথক কৰা ভাষাই এইদৰে মানুহৰ মাজতো পাৰ্থক্যৰ সৃষ্টি কৰিলে।

এই কথাত মানুহে কষ্ট পাইছিল আৰু তাৰ ব্যাখ্যা বিচাৰি ধৰ্মতত্ত্বত আশ্ৰয় লৈছিল। 'এক বহু হ'ল'—উপনিষদৰ এই তত্ত্ব ভাষাৰ ক্ষেত্ৰত প্ৰয়োগ কৰা হৈছিল নে নাই নাজানো। কিন্তু ইহুদী পুৰাণৰ বাবিল স্তম্ভৰ কাহিনীয়ে ভাষাভেদৰ বাবে পৰোক্ষ ঈশ্বৰকেই যেন দায়ী কৰিছে। যিহোৱাই কৈছিল, "চোৱা, সিহঁত একে জাতি, আৰু সিহঁতৰ ভাষাও একে।......এতিয়া সিহঁতে ঠাৱৰ কৰা কোনো কাম সিহঁতৰ অসাধ্য নহ'ব......এতেকে আহাঁ...সিহঁতৰ এজনে আনজনৰ ভাষা বুজিব নোৱৰাকৈ সেই ঠাইত ভাষাৰ ভেদ জন্মাওঁহঁক" (বাইবেল : আদিপুস্তক ১১)। গতিকেই হেনো মানুহে ইচ্ছা কৰা মতে এক স্তম্ভও সাজিব নোৱাৰিলে আৰু পৃথিৱীত নানান ভাষাৰ জন্ম হ'ল। আমাৰ আঙ্গামীসকলৰ লোক পৰম্পৰাতো এনে এটা সাধু আছে।

নাই...ধৰ্মৰ সাধু বা লোক-সাধু কৈ মই আপোনালোকক আৰু নিজক আভুৱা ভাবিব খোজা নাই। পৃথিৱীত বিভিন্ন ভাষাৰ জন্ম প্ৰক্ৰিয়া নিশ্চয় ইমান সহজ নহয়। সেই প্ৰক্ৰিয়াটোৰ বিষয়ে মোৰ একো ধাৰণাই নাই। মই মাথোন ঐতিহাসিক যুগত কৰা বৰ্ণনা শুনিছোঁ, পৃথিৱীৰ বিভিন্ন ভাষা লোক প্ৰব্ৰজনৰ কাৰণে বিভিন্ন ঠাইত বিয়পি পৰিছে। ক'ৰ ভাষা ক'লৈ যায়—সেইটো 'ক'ৰ পানী ক'লৈ যায়' বোলা সমস্যাতকৈ জটিল, কিয়নো নৃতা্ত্বিকমতে মঙ্গোল গোত্ৰৰ হৈ খাচীয়াসকলে এটা অষ্ট্ৰিক ভাষা কয়! এইবোৰৰ উত্তৰ হয়তো আছে; কিন্তু মই যি কাৰণে এই কথাৰ অৱতাৰণা কৰিছোঁ সি সম্পূৰ্ণ সুকীয়া। বহুভাষাৰ সমস্যাটো বৰ জটিল সমস্যা। মানুহে নিজক 'একে জাতি' বুলি ভাবিলেও ভাষাই যেন বাটত হেঙাৰ দিব খোজে ভাষাৰ পবিত্ৰতা, জাতিৰ পবিত্ৰতা আদিৰ ধাৰণাই মানৱীয় প্ৰমূল্যৰ কি ক'ত কৰে তাৰ উদাহৰণ অতীত আৰু বৰ্তমানৰ ইতিহাসত আছে।

S আৰু Sh—চ আৰু শ এই দুটা উচ্চাৰণৰ পাৰ্থক্যৰ কাৰণেই বৰ্ত্তমান নদীৰ পাৰৰ্বাটত বিয়াল্লিছ হেজাৰ লোকক হেনো বাইবেলৰ যুগতেই হত্যা কৰা হৈছিল : "ইফ্ৰিয়মবপৰা পলাই যোৱা কোনো মানুহে যদি কয়, মোক পাৰ হ'বলৈ দিয়া,

তেতিয়া গিলিয়দৰ মানুহে তাক সোধে, তুমি জানো ইফ্ৰিয়মীয়া মানুহ নোহোৱা ? আৰু সি যদি কয়, নহওঁ, তেতিয়া তেওঁবিলাকে কয়, এবাৰ 'শিবোলেৎ' (shiboleth) বোলাচোন, তাতে সি শুদ্ধ ৰূপে উচ্চাৰণ কৰিব নোৱাৰি 'চিবোলেৎ' (siboleth) বুলি ক'লেই তাক ধৰি যৰ্দনৰ পাৰঘাটত বধ কৰে। সেই সময়তে ইফ্ৰিয়মৰ ৪২ হাজাৰ লোক মৰা পৰিল—[বাইবেল, পুৰণি নিয়ম, বিচাৰকৰ্ত্তাবিলাক ৯ : ১২]

বাইবেলৰ এই সাধু বা ঘটনাৰ দৰেই 'স' বোলা ধ্বনি এটাৰ উচ্চাৰণ পৰীক্ষাৰে জাতিত্ব নিৰ্ণয় কৰা এতিয়াও দেখি আছোঁ। তেনেবোৰ কাৰণতেই মোৰ ভিতৰত থকা কবিটোৱে কৈ উঠিছিল : "মৰা মানুহৰ মুখ শুঙি চাওঁ কোনটোনো কাৰ মাতৃভাষা !"

ভাষাৰ বিষয়ে মোৰ এইবোৰ চিন্তা বা দুশ্চিন্তা। স্বপ্ন বা দুঃস্বপ্ন। ভাষাই ভাষাই পাৰ্থক্যৰ এনে কৰুণ পৰিণতি জানো মানুহে কল্পনা কৰিব পাৰে !

মোৰ অনাভুৱা মনত অসম সাহিত্য সভাই তিনিটা থাই ৰূপত দেখা দিয়ে। এটা হ'ল—এইখন সাহিত্যৰ সভা। জীৱনক জীৱনৰ লৈতে যুক্ত কৰা শক্তি এই সাহিত্য। সাহিত্য যেনেকৈ কেৱল ৰচকৰ সামগ্ৰী নহয়, তেনেকৈয়ে সাহিত্য সভাও অকল সাহিত্যিকৰ সভা নহয়। এইখন লেখক সম্মিলন নহয়—সাহিত্য সভা। ইয়াত লেখক আৰু পাঠকৰ, দাতা আৰু গ্ৰহীতাৰ সমান মৰ্যাদা। সাহিত্য ৰচক আৰু সাহিত্যপ্ৰেমী—দুয়ো ইয়াৰ সমান নহ'লেও অংশীদাৰ ! অকল সাহিত্যিকৰ সভা নহয় কাৰণেই ইয়াত বাইজৰ সমাগম। ইয়াৰ কবি সভা, আলোচনা চক্ৰ, বিষয় বাছনি সভা···এইবোৰে যেন অসমীয়া সাহিত্যৰ দিকনিৰ্ণয় কৰিব এনে এটা ভাবতে অসমৰ মানুহে এই সভাৰ কাৰ্যকলাপ মন কৰে। ইয়াক বহুবেকীয়া অধিবেশনক 'মেলাসুখী' বুলি বহুতে অসন্তোষৰ চকুৰে চাই ইতিকিং কৰাও শুনিছিলোঁ। আজিকালি তেনে সমালোচনাৰ চোক কমি আহিছে। শিল্প, বাণিজ্য, ধৰ্ম আদিক লৈ যদি মেলা হ'ব পাৰে······সাহিত্যক লৈ কিয় নোৱাৰিব ? শিল্প-বাণিজ্যতকৈ সাহিত্যৰ মূল্য কম নেকি বাৰু ? সাহিত্যৰ নামত সাকৰ, নিৰক্ষৰ ইমান বাইজ গোট খোৱাটো বৰ বিস্ময়ৰ কথা বুলিও নাভাবোঁ। অসমীয়া মানুহৰ দেশপ্ৰেম থাইকৈ ভাষাভিত্তিক। ভাষাভিত্তিক হোৱা কাৰণেই এই দেশপ্ৰেম মোটামুটিভাৱে চেকুনাৰ হৈ আছে। আৰু, সকলো লৈ গৈ যেন এতিয়া কেৱল ভাষাটোহে বাকী আছেগৈ। তাক জীৱৰ সাধনাৰেই হওক, জৱৰ দখলৰ আন্দোলনৰে হওক ৰক্ষা কৰিবই লাগিব—এয়েই যেন অসমীয়া জাতীয়তাৰ

প্ৰবন্ধ। অসমীয়া সাহিত্য যে অ. ভা. উ. সা. সভাৰ চিৰঋণী ওলাই সাহিত্য সভা পালেহি···এই কথাটো হয়তো আমাৰ সকলো সদায় মনত নাথাকে।

সাহিত্য সভাৰ আৰু এটা ৰূপ আছে। ই স্বৰূপতে অসমৰ প্ৰাচীনতম স্বেচ্ছামূলক শিক্ষাসদী অনুষ্ঠান। এটা সৰু উদাহৰণ: মাইলচ্ ব্ৰনচনৰ অভিধানৰ বাহিৰে অসমীয়া ভাষাৰ আটাইকেইখন অভিধান অসম চৰকাৰ বা অৰ্ধচৰকাৰী প্ৰতিষ্ঠান অথবা ব্যক্তিগত খণ্ডতে প্ৰকাশিত হৈছে। চন্দ্ৰকান্ত অভিধানেই একমাত্ৰ অসমীয়া অভিধান, যিখন এটা স্বেচ্ছামূলক শিক্ষাসদী প্ৰতিষ্ঠানে সম্পাদনা আৰু প্ৰকাশ কৰিছে। সেই প্ৰতিষ্ঠান হ'ল অসম সাহিত্য সভা। চন ১৯৩২। অধুনা-অপ্ৰচলিত ব্ৰনচনৰ অভিধান আমেৰিকান বাপ্তিষ্ট মিছনে প্ৰকাশ কৰে। বাপ্তিষ্ট মিচন অনাচৰকাৰী কিন্তু ধৰ্মীয় অনুষ্ঠান। তাৰ চৰ্চা তাত ধৰ্মৰ হাতধৰী লিগিৰীহে। অসম সাহিত্য সভাৰ এই শিক্ষাসদী পৰম্পৰা মাজে মাজে স্তিমিত হৈ আহিলেও নিঃশেষ হোৱা নাই। এনে কামৰ বাবে অনুষ্টুপীয়াকৈ হ'লেও সাহিত্য সভা এটা বিশেষ গুণৰ অধিকাৰী আছিল। এই সভা দানৰ উপযুক্ত আৰু আস্থাভাজন পাত্ৰ আছিল। যুগ ধৰ্ম অনুসৰি ক্ৰমে দানৰ ঠাই অনুদানে অধিগ্ৰহণ কৰিলে। কল্যাণকামী শাসন ৎ ৰক্ষা বুলি ঘোষণাত মুগ্ধ হ'লে সম্পদতো বিপদ!

সাহিত্য সভাৰ তৃতীয় ৰূপটোৰ কথা মই গ্ৰহণ কৰিছো সাহিত্য সভাৰ এজন প্ৰাক্তন সভাপতিৰ ব্যক্তিগত মন্তব্যৰপৰা। এইখন সভ্যসকলৰ সভা। স্বৰূপতে, সভাৰ নিয়মাৱলী মতে সভ্যসকলেই এই সভাৰ কেন্দ্ৰস্থ শক্তি। সভাক এক্ৰিয়া জাতীয় অনুষ্ঠানৰ মৰ্যাদা দিয়া হৈছে। অন্ততঃ কাকতে-পত্ৰই সেই ধাৰণাৰে প্ৰকাশ। কিন্তু ইয়াৰ সমুদায় কাৰ্যকলাপ নিয়ন্ত্ৰিত হয় সভ্যসকলৰ দ্বাৰা প্ৰত্যক্ষে বা পৰোক্ষে। সভ্যসকলৰ তাত্বিক, সামাজিক আনকি ৰাজনৈতিক আদৰ্শ বা কৰ্মসমূহৰো প্ৰতিফলন সাহিত্য সভাত দেখা পোৱাটো অসম্ভৱ বা অবাস্তৱ নহয়।

মাই, শ্ৰদ্ধেয় বাইদেউ, মই সাহিত্য সভাৰ ইতিহাস ক'ব খোজা নাই। অসমীয়াৰ মানসিকতা এই সভাৰ কাৰ্যকলাপত প্ৰতিফলিত হোৱাৰ বাবেই, বা কৰিবৰ বাবেই যে ইয়াক জাতীয় অনুষ্ঠান ৰূপে গ্ৰহণ কৰা হৈছে, তাকেহে ক'ব খুজিছো। অসম সাহিত্য সভাৰ তথা সভ্যসকলৰ এইটো এটা ডাঙৰ শক্তি। কিন্তু শক্তিৰ প্ৰকাশৰ অন্তৰালত যে দুৰ্বলতাও থাকিব পাৰে, গৌৰৱ বোধৰ অন্তৰালত যে এটা ভয়ো থাকিব পাৰে, তাৰো সংকেত আপুনি নোপোৱাকৈ ৰাখাকৌ। অসমীয়া মানসিকতাৰ বিষয়ে অলপ ভাবিলেই কথাটো-কথাটো কিছু পৰিষ্কাৰ হ'ব।

মানৰ দিনৰ বা মোৱামৰীয়া সংপ্লৱৰ কথা এতিয়া বিস্মৃতিৰ গৰ্ভলৈ গ'লেও, বৃটিছ আগমনৰ সময়ৰ কেইটামান পৰিস্থিতিয়ে অসমীয়া মানসিকতাৰ দিক নিৰ্ণয় কৰিছিল বুলি ক'ব পাৰি। বৃটিছ শাসন যন্ত্ৰই শান্তিৰ বিনিময়ত এনে কিছুমান সমস্যা আমাক দিবলৈ আৰম্ভ কৰিছিল, যিবিলাকৰ বাবে আমি অৰ্থাৎ মধ্যবিত্ত অসমীয়া মানুহখিনি প্ৰস্তুত নাছিলোঁ। দাসপ্ৰথা (বন্দী-বেটী) বন্ধ কৰোঁতে মণিৰাম দেৱান আদিৰ বিৰোধিতা মন কৰিবলগীয়া। খেল-প্ৰথা আৰু বেগাৰ প্ৰথাৰ ঠাইত খাজনা প্ৰথা প্ৰবৰ্তনৰ সময়ত হোৱা খেলিমেলিৰ কথাও সামাজিক ইতিহাসৰ ছাত্ৰই জানে। যি কোনো কাৰণতেই নহওক, আহোমৰ দিনত অসমত বঙ্গভীতি নাছিল। ৰুদ্ৰসিংহই বিনাদ্বিধাই অসমৰ গায়নক বঙালী 'ছংকীৰ্তনীয়া' মতে গীত শিকিবলৈ দিছিল। জয়ন্তীয়া বুৰঞ্জীৰ লেখকদ্বয়ে নিৰ্বংকুশভাৱে বঙলা শব্দ ব্যৱহাৰ কৰিছিল। মোগল যুদ্ধৰ সময়ৰ বুৰঞ্জীত দেখাৰ ফাৰ্চী আৰবী শব্দ। আৰবী জাচুচ্ (গুপ্তচৰ) শব্দটো 'দাচুচ' ৰূপত এবাৰেই সোমাল যদিও হিন্দী চিনেমাৰ ফলত জাচুচ শব্দটো আকৌ জনাজাত হৈছে। শঙ্কৰদেৱ-মাধৱদেৱে অসমীয়াৰ cognate যি কোনো ভাষাৰ শব্দ, আনকি যাৱনিক শব্দও অকুতোভয়ে ব্যৱহাৰ কৰি গ'ল। অ. ভা. উ. সা. সভা বা সাহিত্য সভা বা কোনো ভাষানীতি নোহোৱাকৈয়ে এটা শক্তিৰ অৱস্থানৰ পৰা তেওঁলোকে ভাষা ব্যৱহাৰ কৰিছিল। ইংৰাজ অহাৰ পৰতো অসমৰ মানুহৰ বঙ্গভীতিৰ বা বঙ্গভাষা ভীতিৰ মানসিকতা হ'বলগীয়া নাছিল, মণিৰাম দেৱানে বঙলা বা বঙলা মিহলি ভাষাতে তেওঁৰ বুৰঞ্জী বিবেক ৰত্ন লেখিছিল। 'কুমপানীৰ দিন' আৰু 'মহাৰাণীৰ' আমোলতে অসমীয়া জাতি বুলি এটা ধাৰণাৰো জন্ম হ'ল, আৰু ভাষাই যেন হ'ল জাতিটোৰ পাৰ্থক্যৰ বা স্বকীয়তাৰ সূত্ৰ। চৰকাৰী কাম আৰু শিক্ষা ব্যৱস্থাত কিহৰ কাৰণে আৰু কাৰ উদ্যোগত বঙলা ভাষাৰ ব্যৱহাৰ কৰা হৈছিল তাৰ পম খেদিবৰ প্ৰয়োজন বা মানসিকতা সেই সময়ত আমাৰ থকাটো সম্ভৱ নাছিল। অসমৰ মানুহে দেখিছিল—চাহাবসকলৰ লগত অহা ভাৰতীয় কৰ্মচাৰীবিলাক বঙলাভাষী আছিল, গতিকে পিছৰ যুগৰ আলো-চনাত নন্দবোৰবিলাকৰ গাতে দোষবিলাক জাপি দিয়াটো সহজ আছিল। আৰু বঙলাভাষীসকলে যে চৰকাৰী চাকৰি আৰু আদালতৰ কামত তেওঁ-লোকৰ ভাষাই দিয়া সুবিধাখিনি উপভোগ নকৰিছিল সিও নহয়। মই অসমীয়া ভাষাৰ ইতিহাস নাজানো, কিন্তু সাহিত্যৰ নজিৰবপৰাই বুজিব পাৰোঁ, এটা আৰ্যগোষ্ঠীৰ ভাষা হুটা বহল আৰু লগতে কিছুমান শব্দ উপভাষিক

গোটেৰে কেইবাশ বছৰৰপৰা চলি আছিল। এই কথাও জানো—বঙলা ভাষাৰ লগত এই ভাষাৰ পাৰ্থক্যও বহুত। ইংৰাজ অহাৰ আগতে বিভিন্ন সময়ত সেই ভাষাৰ কেইবাটাও কেন্দ্ৰ জীৱন্ত ৰূপতে আছিল। মাজুলীৰ সত্ৰসমূহত, গড়গাঁও, ৰংপুৰ, যোৰহাট আদি আহোম ৰাজধানীবিলাকত, বৰদোৱা, পাটবাউসী, বৰপেটাৰপৰা মধুপুৰলৈকে সত্ৰসমূহত, দৰঙৰ ৰাজসভাত—এই ভাষাটো প্ৰচলিত আছিল, হয়তো অলপ ভিন ভিন গঢ়ত। তাৰ লিপিগত চৰিত্ৰতো স্থান মাহাত্ম্য আছিল। কথনভঙ্গীৰো আছিল। আজি যদি বৈষ্ণৱ পৰম্পৰাৰ সত্ৰসমূহত প্ৰচলিত ভাষাটো অসমৰ মান্যভাষা হ'লহেঁতেন হয়তো অসমীয়া ভাষাত প্ৰথমা বিভক্তিৰ এক বচন লোপ পালেহেঁতেন আৰু কৰ্তৃবাচ্যৰ প্ৰয়োগ প্ৰায় নোহোৱাই হ'লহেঁতেন! ইংৰাজে তেওঁলোকৰ তৎকালীন ভাষা ব্যৱস্থাৰে বঙলা ভাষা প্ৰচলন কৰিবলৈ কৰা চেষ্টাৰ বিৰোধী ভাষাৰ প্ৰতিক্ৰিয়া স্বৰূপেই আজি আমি অসমীয়া বোলা এই আৰ্যভাষাটোক যি ৰূপত দেখিছোঁ, তাৰ যি ব্যাপ্তি দেখিছোঁ সেইটো নাপালোহেঁতেন। এই কথাও আমি পাহৰিলে নচলিব যে মিছনাৰী-সকলৰ এজনে যিটো অসমীয়া ভাষা ব্ৰহ্মপুত্ৰৰ সোঁতৰ দৰে বৈ থাকিব বুলি কৈছিল, তেওঁ কিন্তু কামৰূপত প্ৰচলিত ভাষা বা কথনভঙ্গীক তাৰ অন্তৰ্ভুক্ত কৰিব খোজা নাছিল আৰু খোজা নাছিল কছাৰীসকলক (আধুনিক প্ৰতিশব্দৰে বড়োসকলক, ।

এটা কথা কেৱল মন কৰিবলগীয়া, যিটো সত্যৰ ওপৰতেই ভিত্তি কৰি মিছনাৰীসকলে অসমীয়া ভাষাৰ ব্যাপ্তিৰ কথা ঘোষণা কৰিছিল, সেইটো হ'ল—ইংৰাজ বা মিছনাৰীসকল অহাৰ আগতেই উজনি অসম অঞ্চলৰ অসমীয়া উপভাষাসমূহ গোট খাই এটা ভাষা যেন হৈ পৰিছিল। হয়তো আহোম শাসন ব্যৱস্থাৰ বাবেই সেইটো সম্ভৱ হৈছিল। আনহাতে কামৰূপ-বঙাবাটি অঞ্চলত (য'ত ইংৰাজে প্ৰথম খুঁটি পাতিছিল) ৰাজনৈতিক অস্থিৰতাৰ বাবেই হয়তো, কেইবাটাও উপভাষা প্ৰচলিত আছিল আৰু এতিয়াও আছে। উজনি-নামনিৰ ভাষাৰ এই পাৰ্থক্যৰ কথা মিছনাৰীসকলৰ মন্তব্যতো আছে। মুদ্ৰাযন্ত্ৰৰ ব্যৱহাৰ আৰু ব্ৰাউন, ব্ৰনচন, আনন্দৰাম, নিধিৰাম, গুণাভিৰাম, হেমচন্দ্ৰ আদিৰ যত্নত অসমীয়া ভাষাৰ এটা নতুন ব্যৱহাৰৰ ফলত উপভাষা নিৰ্বিশেষে উজনি অসমৰ 'উপভাষা'ৰ ভিত্তিত গঢ় লৈ উঠা অসমীয়া শিক্ষা আৰু প্ৰশিক্ষণৰ জৰিয়তে গোটেই ব্ৰহ্মপুত্ৰ উপত্যকাৰ গৃহীত ভাষা হৈ পৰিল। অসমীয়া ভাষাই এটা 'ৰাজভাষা' ৰূপত দেখা দিলে। ইংৰাজ শাসনৰ আৰম্ভণিতে বঙলাৰ লগত হোৱা সেই প্ৰাথমিক

বংগালভটোৰ বাবে অসমীয়া ভাষাত এটা শুচিবায়ুগ্ৰস্ততাবো জন্ম নোহোৱাকৈ থকা নাই। আনহাতে আকৌ কামৰূপী ভাষা বুলি এটা পৃথক সত্তাৰ ধাৰণাও মানুহৰ মনত হৈছিল। হৰিবিলাস আগৰৱালাই ছপা কৰা কীৰ্তনৰ ভাষা অসমীয়া বুলি গ্ৰহণ কৰা মানুহেও মাধৱকন্দলিৰ ৰামায়ণ ছপা হৈ ওলাওঁতে 'সেইখন অসমীয়া ভাষাত লেখা নহয়, কামৰূপী ভাষাতহে লেখা' বুলি মন্তব্য কৰি কৈছিল, 'কামৰূপী ভাষা শ্ৰীহট্টৰ ভাষাৰ দৰেই অসমীয়াতকৈ পৃথক।' আনহাতে আকৌ শ্ৰীহট্টৰ ভাষা অসমীয়াৰে উপভাষা বুলি আলোচনা আৰু দাবী কৰাও হৈছিল।

এইবোৰ ঢৌ মাৰ গ'ল, যেতিয়া কালিৰাম মেধিয়ে উজনি-নামনিৰ ভাষা সামৰি তেওঁৰ ব্যাকৰণখনেৰে প্ৰাকবৈষ্ণৱ যুগৰপৰা চলি অহা অসমীয়া ভাষা যে এটাই ভাষা—সেই কথা বিবৃত কৰিলে আৰু বাণীকান্ত কাকতিয়ে তুলনামূলক ভাষাতত্ত্বৰে সেই কথা ফঁহিয়াই দেখুৱালে। স্বৰূপতে শংকৰ-মাধৱৰ ভাষা বৰ্তমানৰ উজনিৰ উপভাষাতকৈ কামৰূপৰ উপভাষাসমূহৰহে ওচৰ যেন লাগে। 'গৃহক লাগি আসে সত্ৰাজিত।' আনহাতে অসমীয়াত লেখা বুৰঞ্জীসমূহৰ বাক্য গাঁথনি উজনীয়া গঢ়ৰ। কথা-গুৰুচৰিতবিলাকৰ ভাষা যেন দোমোজাৰ। অৰুণোদইৰ পাততো পুৰণি অসম বুৰঞ্জীৰ অংশ প্ৰকাশ হোৱাটো দুফালৰ পৰা সহজ আছিল: (১) বুৰঞ্জী সাহিত্য ধৰ্মনিৰপেক্ষ, চেকুলাৰ। (২) তাৰ ভাষা মিছনাৰীসকলে ব্যৱহাৰ কৰা ভাষাৰ কাষ চপা।…

সি যি কি নহওক, আধুনিক অসমীয়া ভাষাৰ প্ৰতিষ্ঠাৰ সময়ৰ প্ৰাৰম্ভিক বঙ্গভীতিৰপৰা অসমীয়া মানুহৰ মন মুক্ত হ'ব নোৱাৰিলে। 'বিপন্ন অসম' আৰু 'বিপন্ন অসমীয়া' এই মনোভাবে আজিকোপতি কাম কৰি আছে আৰু ই আমাৰ সাহিত্যৰপৰা জীৱনৰ বিভিন্ন দিশলৈ, বাইকৈ ৰাজনীতিলৈ গতি কৰিছে। আদৰ মালতীৰ দৰে অসমীয়া ভাষা-সংস্কৃতি যেন বঙলাৰ স্পৰ্শত জঁয় পৰি যাব—এনে এটা প্ৰৱণতা। কিন্তু অসমীয়া সাহিত্যৰ বুৰঞ্জী লেখকসকলে উনবিংশ, আৰু বিংশ শতকত বঙলাৰ আদৰ্শতে অসমীয়া গদ্যপদ্য শৈলীয়ে নতুন ৰূপ পোৱা বুলিয়েই কয়। আনকি তেওঁলোকৰ মতে ইউৰোপীয় প্ৰভাবো বঙলাৰ চাকনিৰে সৰকিহে আহিছিল। ঈশ্বৰচন্দ্ৰ, বঙ্কিমচন্দ্ৰ, ৰবীন্দ্ৰনাথৰ সংযোগৰ ফল যে নঞাত্মক নাছিল, সেইটো পাহৰি যোৱাৰো এটা প্ৰৱণতা মন কৰিব পাৰি। আগতেই উল্লেখ কৰিছোঁ, শক্তিৰ অৱস্থানৰপৰা মানুহে চুবুৰীয়াৰ সম্পদ সহজেই আত্মসাৎ কৰে, কিন্তু দুৰ্বলতা থাকিলে সেই গ্ৰহণ সহজ হৈ নাথাকে, হয় হৈছে বোকোজোৱাৰ ভাও জোৰা হয়, নহ'লেবা নিজৰ বস্তুকো আনৰ বুলি ভ্ৰম হয়।

ভাৰতীয় মানুহৰ পৰম্পৰা চেতনা থাকিলেও ইতিহাস চেতনা যথ প্ৰখৰ নহয়। ভাৰতীয় ভাষাত বুৰঞ্জী ৰচনাৰ প্ৰচলন নাই বুলিলেই হয়। এটা কথা ভাবি আচৰিত লাগে—অসমত বুৰঞ্জী ৰচনাৰ এটা মঙ্গোল ধাৰা জীৱন্ত হৈ থকা সত্বেও, বুৰঞ্জীবোধৰ একান্ত অভাৱ। একমাত্ৰ গৌৰৱ কৰিবৰ বাবেহে যেন আমাক ইতিহাস লাগে। ইতিহাস ৰচনা আৰু ইতিহাসবোধ নিৰপেক্ষ সাধনা। এই নিৰপেক্ষ, নৈৰ্ব্যক্তিক দৃষ্টিভঙ্গীৰ অভাৱ হ'লে ইতিহাসে কেৱল পুনৰুত্থানবাদী ধাৰণাৰ জন্ম দিয়ে। পুনৰুত্থানবাদ ভৱিষ্যমুখী সমাজ ভাষা সাহিত্যৰ গতিৰোধক। অসমীয়া মানুহ সমূহ ভাৰতীয় মানুহৰ লগত এই বিষয়ত একে ভ্ৰান্তিৰে অংশীদাৰ।

আমি এতিয়া এই কথা উপলব্ধি কৰা উচিত, আমাৰ অতীতৰ সাহিত্য পৰম্পৰা, লোক জীৱন আৰু বাহিৰ বিশ্বৰ সম্পৰ্ক—এইখিনিৰ সমন্বয়তে আমাৰ বৰ্তমানৰ সাহিত্য-সংস্কৃতি বৰ্তি থাকিব পাৰে। জাতি (যি অৰ্থতে নলওক লাগে) আৰু ভাষা জড়িত হ'লেও অবিচ্ছেদ্য নহ'বও পাৰে। আমাৰ চুবুৰীয়া থাইগা ভাষালৈ চাওক। জাতি হিচাপে তেওঁলোক হেনো মঙ্গোলীয়—ভাষাত অষ্ট্ৰিক। ভাষা ভিত্তিক জাতীয়তাবাদ আমি হয়তো বঙ্গদেশৰপৰাই আহৰণ কৰিছিলোঁ। 'সোণাৰ বাংলা'ৰ অনুজ সহোদৰ 'সোণৰ অসম'। অৰ্থনৈতিক, সামাজিক শোষণৰ বলি হোৱা মানুহ সাধাৰণতেই সংস্কৃতিপৰায়ণ হৈ পৰে, ভাষাপ্ৰৱণ হৈ পৰে। বঙ্গদেশৰো সেই অৱস্থা, বাংলাদেশৰো সেই অৱস্থা, অসমীয়াৰো সেই অৱস্থা। বাংলাদেশৰ ইতিহাস সম্ভৱতঃ মধ্যযুগীয় প্ৰৱণতা কিছুমানৰ পৰাকাষ্ঠা। মুছলমান হিচাপে তেওঁলোক পূব পাকিস্তানী হ'ল। আকৌ, ভাষাৰ সমস্যাতে তেওঁলোক বাংলাদেশী হ'ল। তাৰ পিছত যেতিয়া ভাষাই তেওঁলোকৰ সমস্যা সমাধান কৰিব নোৱাৰিলে, তেতিয়া আকৌ মুছলমান ধৰ্মৰাজ্য পাতিলে। ইতিহাসৰ এই বিদ্ৰূপপৰা ধৰ্ম বা ভাষাৰ ভিত্তিত ৰাষ্ট্ৰ বা ৰাজ্য বা জিলা গঠন হোৱাটোৱেই ইতিহাস বিৰোধী কথা।

বৰ্তমানৰ অসমীয়া মানুহৰ আৰু এটা মানসিকতা হ'ল এখন অসমীয়াভাষী ৰাজনৈতিক অসমৰ সন্ধান। বঙ্গভীতিৰ লগত এই প্ৰৱণতা ইংৰাজ শাসনৰ আৰম্ভণিৰপৰাই সাঙোৰ খাই থকাৰ কথা আগতে উল্লেখ কৰিছোঁ। ১৯০৫-৬ ৰ বঙ্গভঙ্গ আন্দোলনৰ বিৰোধিতা কৰিছিল বঙ্গালীসকলে, বিশেষকৈ বঙ্গালী মধ্যবিত্ত সমাজে। অসমেও বঙ্গভঙ্গৰ বিৰুদ্ধে মাত মাতিছিল। কিন্তু সম্পূৰ্ণ বেলেগ কাৰণত। বঙ্গদেশ ক্ষুব্ধ হৈছিল একেখন বঙ্গ ছেদন কৰাৰ বাবে, আৰু অসমীয়া মানুহে আপত্তি কৰিছিল বঙ্গদেশৰ অৰ্থাৎ বঙালী-ভাষী অঞ্চল এটা অসমৰ লগত

যুটি দিয়াৰ কাৰণে। কাৰ্জনৰ বঙ্গভঙ্গ আইন বদ হ'ল। অসমীয়া আৰু বঙালীয়ে স্বস্তিৰ নিশ্বাস পেলালে। তথাপি কাছাৰ আৰু শ্ৰীহট্ট জিলা বঙলাভাষী হোৱাৰ কাৰণে বঙ্গভীতি কমা নাছিল। জাতীয় কংগ্ৰেছৰ ভাষানীতিয়ে অসমীয়াক কিছু আশ্বস্ত কৰিছিল, কাৰণ কংগ্ৰেছৰ 'প্ৰদেশ'বিলাক আছিল ভাষাভিত্তিক। সেই সূত্ৰমতে গোটেই সুৰমা-বৰাক উপত্যকা B.P.C.C, বেঙ্গল প্ৰদেশ কংগ্ৰেছ কমিটিৰহে অন্তৰ্ভুক্ত আছিল, A.P.C.C.ৰ অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ ভিতৰুৱা নাছিল। গতিকে অসমীয়া মানুহে ভাবিছিল—স্বাধীন ভাৰতত তেওঁলোকে সম্পূৰ্ণ অসমীয়া অসম এখন পাব। ৰাজনৈতিক মানচিত্ৰৰ সেই খণ্ডতা সকলোৰে গ্ৰহণযোগ্যও আছিল। কিন্তু যি ৰক্তস্ৰোতৰ মাজেদি ভাৰতলৈ স্বাধীনতা আহিল তাত সেই সম্ভাৱনাও নোহোৱা হৈ গ'ল। ৰেডক্লিফ এৱাৰ্ডৰ পিছত শৈল শৃংগৰ ওপৰৰ অসমৰ ৰাজধানীৰপৰা ব্ৰহ্মপুত্ৰ আৰু বৰাক উপত্যকাৰ দুটা ভাষাৰ দাবীৰ ওপৰত শাসকসকলে সমান দৃষ্টিৰে চাবলৈ চেষ্টা কৰি থাকিল। অসমীয়া আকৌ অসন্তুষ্ট হ'ল।...

অসমীয়াসকলৰ বাবে নিজৰ ভাষাৰ সাৰ্বভৌমত্বৰ ধাৰণাত দ্বিতীয় আঘাত পৰিল ব্ৰহ্মপুত্ৰ উপত্যকাত। অসমৰ ৰাজনৈতিক মানচিত্ৰত থকা কাৰণে আৰু অসমীয়া ভাষাটো সংযোগক ভাষা হিচাপে ব্যৱহাৰ কৰা কাৰণে যিসকলক আমি বৃহত্তৰ অসমীয়া জাতি বুলি এটা বায়বীয় ধাৰণাৰে নিজক আশ্বস্ত কৰি আছিলোঁ, সেই ধাৰণাটোও আহত বা ব্যাহত হ'ল। অসমীয়া ভাষা ব্যৱহাৰ কৰা বহুতো মানুহে অসমীয়া আমাৰ 'মাতৃভাষা' বুলি ক'বলৈ ইচ্ছা নকৰা হ'ল। এই মানুহখিনিক আধুনিক ৰাজনৈতিক পৰিভাষাত বোলা হয় জনজাতি, সুনীতি কুমাৰ চট্টোপাধ্যায়ে বুলিছে হিন্দ্ মঙ্গোলীয় (Indo Mongoloid) আৰু ব্যৱহাৰ কৰিছে প্ৰাচীন কিৰাত শব্দটো। ইতিমধ্যে আহোম-কোঁচ ৰাজত্বৰ সময়তে বহুতো কিৰাত জনগোষ্ঠীয়ে নিজৰ ভাষা হেৰুৱাই পেলাইছিল যেনে—কোঁচ, ৰাজবংশী, ঠেঙাল, সোনোৱাল আদিয়ে। দাঁতিকাষৰীয়া মিছিং, আবৰ আৰু নগা খূলৰ লোকসকলে দ্বিতীয় ভাষা, সংযোগী ভাষা আদিৰ ৰূপত সাধাৰণভাৱে অসমীয়া ব্যৱহাৰ কৰি থাকিল। পশ্চিম অসমত কছাৰীসকলে (যিসকলক এতিয়া বৈজ্ঞানিকভাৱে ব'ড' (Bodo) বোলা হয়।) অসমীয়া ভাষা ব্যৱহাৰ কৰিলেও তেওঁলোকৰ বহুতেই দ্বিভাষী আছিল। ব'ড', ৰাভা আদি ভাষা তেওঁলোকৰ নিজা ভাষা আৰু অসমীয়া আছিল আহৃত ভাষা। এই জনগোষ্ঠীসকলৰ বহুতেই অসমীয়া ভাষাত লেখাপঢ়া আৰু সাহিত্য ৰচনা কৰাৰ কাৰণেই তেওঁলোকো অসমীয়াৰ অঙ্গ বুলি

গ'ল বুলি ভাবি লোৱা হ'ল⋯ধৰি লোৱা হ'ল এই সকলো লোকৰে 'মাতৃভাষা' অসমীয়া। বৃহত্তৰ বঙ্গৰ আদৰ্শত গঢ় লোৱা 'বৰ অসম'ৰ ধাৰণাই আমাক ইমানেই মোহাচ্ছন্ন কৰি পেলাইছিল। অতি বহস্যময় আমাৰ আধুনিক অসমৰ সংস্কৃতিৰ প্ৰধান পুৰুষ বিষ্ণুপ্ৰসাদ ৰাভা। অসমৰ অন্ততঃ দুটা থলুৱা ভাষা তেওঁৰ আয়ত্তৰ ভিতৰত আছিল—অসমীয়া আৰু বড়ো। কোনটো তেওঁৰ আহৃত (acquired) ভাষা আছিল, কোনটোৱেইবা 'মাতৃভাষা' আছিল? ভাৰতৰ লোকপিয়লৰ সূত্ৰমতে জানিবলগীয়া হয়, কোনটো ভাষাত বিষ্ণুপ্ৰসাদ ৰাভাৰ মাতৃয়ে ৰাভাৰ শিশুকালত তেওঁৰ সৈতে কথা পাতিছিল! আকৌ ৰাভা উপাধিৰে কোনো বড়ো মানুহৰ পৰিচয় হোৱাটো ৰাভাসকলে ভাল নাপাবও পাৰে ''কাৰণ ৰাভাসকলে নিজক হয়তো ব'ড'সকলতকৈ পৃথক বুলিয়েই ভাবে! এনেবোৰ কথা ভাবি নিজকে গলগৰ বোকাত সোমাই পৰা যেন লাগে! গলসত পৰা মানুহ ৰঙৱা বাইহে আহিব পাৰে! কিন্তু বাণীকান্ত কাকতিৰ সহায়-হাত যেন মোৰ কাষে আগবাঢ়ি আছে:

"অসমত অসংখ্য ভাষাভাষী মানুহৰ সমাবেশ। চাৰিওকালে বেঢ়ি থকা পৰভীয়া ভাষাবোৰৰ ভিতৰত অসমীয়া ভাষা এটা সৰু দ্বীপৰ দৰে। ইমানবোৰ ভাষাভাষীৰ ঠেলা-হেচাত হয় অসমীয়া ভাষা বুৰ গ'লহেঁতেন, নহয় ই বিকৃতাকাৰ হ'লহেঁতেন। বৈষ্ণৱ কবিসকলে অসমীয়া ভাষাক আশ্ৰয় কৰি সাৰ্বজনীন শিক্ষা দিয়াৰ ব্যৱস্থা কৰাত অসমীয়া ভাষা জাতীয় ভাষা ৰূপে পৰিগণিত হ'ল; আৰু পৰ্বতীয়া ভাষাৰ শব্দ চোৰাংকৈ ইয়াত সোমালেও কোনো আদিম ভাষাই ইয়াৰ মৌলিক ৰূপৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই।" (কাকতি: পুৰণি অসমীয়া সাহিত্য)

এইখিনি কথা হয়তো বাণীকান্ত কাকতিয়ে বৈষ্ণৱ যুগৰ ভাষাৰ প্ৰসঙ্গতে কৈছিল। পিছৰ বুৰঞ্জীৰ যুগত অসমীয়া ভাষাত বহুতো থলুৱা আৰু বাহিৰৰ শব্দ সোমাইছে। কিন্তু আধুনিক যুগতো আমি একে প্ৰক্ৰিয়াৰে পুনৰাবৃত্তি দেখিছো এটা বেলেগ স্তৰত। অসমৰ জনজাতীয় ভাষা-ভাষীসকলৰ নিজা ভাষা থকা সত্বেও আধুনিক শিক্ষা-দীক্ষাৰ সুবিধাৰ বাবে তেওঁলোকে দুৰ্বীয়া অসমীয়া ভাষা আয়ত্ত আৰু চৰ্চা কৰিছিল বা কৰে আৰু সাংস্কৃতিক প্ৰয়োজনতো তাক ব্যৱহাৰ নকৰাকৈ নাথাকে। কিন্তু সেইবাবেই তেওঁলোকৰ সকলোৰে নিজভাষাৰ অস্তিত্ব বিলুপ্ত হৈ যোৱা নাছিল। এটা কথা আমি সহজে পাহৰি যাওঁ—অসমীয়া উপভাষাবিলাকৰ দৰে বড়ো, মিচিং, ৰাভা আদি ভাষা অসমীয়াৰ উপভাষা নহয়।

এইবিলাক সম্পূৰ্ণ বেলেগ গোষ্ঠীৰ ভাষা। পণ্ডিতীয়া মতে ক'বলৈ হ'লে সেইবোৰ তিব্বতবৰ্মী ভাষা। সিবিলাকৰ তুলনাত বঙলা ভাষা বা তাৰে উত্তৰ বঙ্গৰ উপ-ভাষাৰ লগত অসমীয়া ভাষাৰ সম্বন্ধ ওচৰ। সেইবোৰ অসমীয়াৰ দৰেই আৰ্যগোষ্ঠীসম্ভূত। একালৰপৰা ইংৰাজ যুগৰ ভৌগোলিক মানচিত্ৰৰপৰা জাতি-জনজাতিৰ নামবোৰ কৈ সেইবোৰক উপনৈৰ লগত তুলনা কৰি অসমীয়া ভাষাৰ 'বৰলুইত'খনৰ ধাৰণাত কবিতা যিমান, বাস্তৱতা তাতকৈ কম। লিখিত সাহিত্যৰ কেইবাশ বছৰীয়া বৰ্ণাঢ্য ইতিহাসেৰে সমৃদ্ধ অসমীয়া ভাষা এতিয়া আৰু বিপন্ন বুলি অন্ততঃ মোৰ মনে নধৰে। ব্ৰনচন চাহাবে যিটো অসমীয়া ভাষা ব্ৰহ্মপুত্ৰৰ সোঁতৰ দৰে বৈ থাকিব বুলি আমাক আশ্বাস দিছিল (তাত তেওঁ কামৰূপী ভাষাৰ উচ্চাৰণৰ পাৰ্থক্যৰ কথাত অলপ সন্দিগ্ধ আছিল) তাতকৈ প্ৰবলতৰ আৰু ব্যাপক ৰূপত অসমীয়া ভাষা বৈ থাকিব, যদিহে আমি ভাষাক ধৰ্মৰ বা জাতিৰ ৰাজ-নৈতিক অস্ত্ৰ হিচাপে ব্যৱহাৰ নকৰি সাহিত্য-সংস্কৃতিৰ উৎকৰ্ষ সাধনত তা'ৰ প্ৰয়োগ কৰোঁ। সাহিত্য বুলিলে যিটো ভাবমূৰ্তি মোৰ মনলৈ আহে, তাত কথা, গীত, কবিতা, নাট সকলো একাত্ম হৈ থাকে। দৰাচলতে নাট আৰু গীতৰ দৰে সৰ্বজনগ্ৰাহ্য মাধ্যম আৰু একো নাই। পাৰোঁতেনো শঙ্কৰদেৱে নাটৰ আশ্ৰয় লয়নে? প্ৰায় আবেগময়ী ভাষাৰে মোৰ ক'বৰ মন গৈছে—অতীতৰ মানচিত্ৰৰ বিভিন্ন ৰাজ্যত যেনেকৈ অসমীয়া ভাষা চলি আছিল অসমীয়া ভাষাই ৰাজনৈতিক বাধা অতিক্ৰম কৰিও আপোন সাংস্কৃতিক ঐশ্বৰ্য্যৰে বৰ্তি থাকিব। মোৰ স্বপ্নৰ পৃথিৱীখন বাবিলৰ আগৰ যুগলৈ ঘূৰি যাব নোৱাৰিবে সঁচা, কিন্তু ভাষাই ভাষাই বিবাদৰ তাত থল নাই। তাত বন্ধুভাৱে বিভিন্ন ভাষা ওচৰা-উচৰিকৈ থাকিব। পাৰিলে এটা ভাষা কোৱা লোকে আন ভাষা শিকিব বা প্ৰয়োজন হ'লে অনুবাদ কৰি ল'ব। স্বাৰ্থ ই বোৱা নকৰিলে পৃথিৱীত বিভাষী লোকৰ কোনো কালেই অভাৱ নহয়।

কেইটামান অভাৰতীয় (বাইকৈ ইউৰোপীয়) ধাৰণাই আমাৰ চিন্তাক সততে বিব্ৰত কৰি আহিছে: Religion অৰ্থত ধৰ্ম, Nation অৰ্থত জাতি, আৰু এটা শব্দ Mother tongue, যাক আমি মাতৃভাষা বুলি অনুবাদ কৰি লৈছোঁ। Nation, Sub-nation আদি ধাৰণাবোৰে আজিৰ বিশ্বৰ সমাজত ক্ৰমে-কম বৰলৈ ধৰিছে। এতিয়াৰ নৃতাত্ত্বিকে race শব্দটো কেৱল শাৰীৰিকতত্ত্বৰ ক্ষেত্ৰতহে প্ৰয়োগ কৰে। Tribe শব্দটোৰ নৃতাত্ত্বিক বৰ্ণনা হ'ল—যিবিলাক জনগোষ্ঠীক -আৰু চৰকাৰে সেই বুলি স্বীকাৰ কৰিছে, সেইবিলাক। সংজ্ঞাৰ মূল উৎকিছে,

বৰ্ণনাৰ যুগ চলিছে এতিয়া। আধুনিক নৃতত্ত্বতো সেই শব্দটোৰ কোনো সৰ্বজনগ্ৰাহ্য সংজ্ঞা নাই। জাতি বৰং প্ৰজাতি হিচাপে এটাই—মানুহ জাতি—*Home sapiens sapiens*! আৰু আমাৰ দৈনন্দিন পৰিভাষাত যেই শব্দটো হ'ল মানুহ।

জাতি এটা ধাৰণা মাথোন, কিন্তু ভাষা এটা বাস্তৱ সত্য। দেশ শব্দটোৱে প্ৰাকৃতিক ভূগোলৰপৰা গৈ ৰাজনৈতিক ভূগোলত থিতাপি লৈছেগৈ।

মাতৃভাষা বোলা ধাৰণাটোও ভাৰতীয় ভাষাচিন্তাৰ প্ৰয়োগ নহয়। সংস্কৃত ভাষাৰ প্ৰামাণ্য অভিধানসমূহত মাতৃশব্দৰ লগত যুক্ত হোৱা বহুতো যুক্ত শব্দ আছে, মাতৃভাষা শব্দটো নাই। আনন্দৰাম বৰুৱা বা বামন নাৰায়ণ আপ্তেৰ ইংৰাজী-সংস্কৃত অভিধানত Mother tongueৰ অৰ্থ হিচাপে 'মাতৃভাষা' বুলি শব্দ এটা দিয়া হৈছে সঁচা, কিন্তু সংস্কৃত সাহিত্যৰপৰা তাৰ কোনো নিদৰ্শন দাঙি ধৰা নাই। আপ্তে বা মণিয়েৰ উইলিয়ামচৰ সংস্কৃত-ইংৰাজী অভিধানত শব্দটো নাই। প্ৰসঙ্গক্ৰমে ক'ব পাৰি, butterfly শব্দটোৰ কোনো সংস্কৃত প্ৰতিশব্দ সংস্কৃত সাহিত্যত নাই। আনন্দৰাম বৰুৱাই প্ৰয়োজক চিনেৰে তিতিলি আৰু পিপ্পিলি বুলি দুটা আনুমানিক শব্দ দিছে আৰু আপ্তেই 'চিত্ৰ-পতঙ্গ' বুলি এটা নতুন সজা শব্দেৰে সেই অৰ্থ ব্যক্ত কৰিছে। তেওঁৰ সংস্কৃত অভিধানত সেই শব্দ নাই।

সেইদৰেই ইংৰাজী Mother tongue শব্দটোৰ অনুবাদ হিচাপেই মাতৃভাষা শব্দটো ব্যৱহাৰ কৰা হৈছে, সাহিত্য বা পৰম্পৰাত ব্যৱহৃত শব্দ নি নহয়। অতি সৰলীকৃত ৰূপত ক'বলৈ হ'লে ভাৰতীয় ভাষা চিন্তাত তিনিটা শব্দ পোৱা যায়: ছান্দস অৰ্থাৎ বেদৰ ভাষা, প্ৰাকৃত অৰ্থাৎ সাধাৰণ মানুহৰ (কথ্য) ভাষা আৰু সংস্কৃত। সংস্কৃত আছিল শিষ্টজনৰ ভাষা, পৰিশীলিত ভাষা আৰু সেই হিচাপে মান্য বা শিষ্ট ভাষা। ভাৰতীয় ভাষাচিন্তাৰ এই বৃহদ্বিশ্বীয় (macro-cosmic) ধাৰণাৰ ক্ষুদ্ৰবিশ্বীয় (microcosmic) প্ৰয়োগ দেখোঁ মধ্যযুগত জন্ম লাভ কৰা ভাৰতীয় ভাষাসমূহত—সংস্কৃত ৰূপ জল, ভাষা বহতা নীৰ! ভাষা আৰু সংস্কৃত। লাক্ষণিক অৰ্থত কথ্য ভাষা আৰু মাৰ্জিত (লিখিত) ভাষা। এই সূত্ৰ প্ৰয়োগ কৰিলে আমি অনুভৱ কৰিব পাৰিম অসমীয়াৰ বিভিন্ন কথ্য ৰূপবিলাক 'ভাষা' আৰু সকলোৱে গৃহীত ভাষাটো হ'ল সংস্কৃত। আমি বৰ্তমানে ব্যৱহাৰ কৰা অসমীয়া ভাষাটো এটা কথ্য ভাষাৰ ভিত্তিত গঢ় লৈ উঠা সংস্কৃত অৰ্থাৎ পৰিশীলিত ৰূপ। পৰিশীলনৰ যোগেদি ভাষাই এখোজ সৰ্বজনগ্ৰাহ্য মান্য ৰূপ—

এই এভিয়া ভাষাত কথা ক'বলৈ চেষ্টা কৰিছোঁ। সেইটো তেনে ৰূপৰে আদর্শ।

আমি এতিয়া যি ভাষাটোক অসমীয়া ভাষা বুলি কওঁ, সেইটো আপোনালোকে জানে—উজনি অসমৰ প্ৰায় ডেৰশ বছৰৰ আগৰ কথিত ৰূপ এটাৰ ভিত্তিত গঢ় লৈ উঠিছে। দেখাত এই ডেৰশ বছৰত ইয়াৰ গাঁথনিত বিশেষ পৰিবৰ্তন ঘটা নাই। এই ভাষাটো বৰ্তমানৰ অসমৰ বাসিন্দাসকলৰ কাৰো মাতৃভাষা নহয়, বা হৈ থকা নাই। দৰং, কামৰূপ, গোৱালপাৰাতো নহয়েই—আনকি উজনিৰ কথ্যভাষাও নহয়। এতিয়ালৈকে বিভিন্ন ভৌগোলিক মানচিত্ৰত দেখা অসমৰ নানান মানুহৰ প্ৰথম অথবা দ্বিতীয় ভাষা হৈ এতিয়া এই ভাষাটো তিষ্ঠি আছে। মাতৃভাষাৰ আবেগময় ধাৰণাৰে ইয়াৰ এই স্থিতি লৰচৰ কৰিলে কাৰ বিপদ কোনে জানে?

জনজাতীয় ভাষাবিলাকৰ লগত অসমীয়া ভাষাৰ সম্বন্ধৰ বিষয়েও মই বাণীকান্ত কাকতিপন্থী। আমাৰ বহুতৰ মুখত শুনো, অসমীয়া অভিধানত জনজাতীয় শব্দ পোৱা নাযায়। আমি বিভিন্ন জনগোষ্ঠীৰপৰা শব্দ আনি আমাৰ অভিধানত অন্তৰ্ভুক্ত কৰিব লাগে! যদি কোৱা হয়, ভাষাৰ ব্যৱহাৰ হ'লেহে অভিধানৰ অন্তৰ্ভুক্ত হয়, তেতিয়া তেওঁলোকে ঘপৰাই কয়, তেনেহ'লে ভাষাতে ব্যৱহাৰ কৰক! এনে এটা পৰীক্ষা অসমৰ শিক্ষাবিভাগৰ এটা শাখাই এসময়ত কৰিছিল। অসমীয়া আখৰ চিনাকিৰ কিতাপ এখনত মিছিং, কাৰবি, বড়ো আদি ভাষাৰ গীত সুমুৱাই দিছিল। স্বাভাৱিকতেই অসমীয়া পঢ়া ছাত্ৰ-শিক্ষক কোনেও তাত দন্তস্ফুট কৰিব নোৱাৰিলে। ভাষা এনে কৃত্ৰিম ব্যৱস্থাৰে চহকী নহয়, এনে কৃত্ৰিম ব্যৱস্থাৰে কোনো প্ৰকাৰৰ সংহতিও সম্ভৱ নহয়। শতকৰা হিচাপত জনসংখ্যাৰ অনুপাত অনুসৰি বিভিন্ন ভাষাৰ শব্দ খুটলি আনি এটা অসমীয়া এচপাৰাণ্টো, এটা কৃত্ৰিম ভাষা সৃষ্টি কৰাটো সম্ভৱপৰ নহয় আৰু তাৰ প্ৰয়োজনো নাই। ভাষাৰ ক্ষেত্ৰত সকলো মানুহক একাত্ম অনুভৱ কৰাবৰ বাবে এটা প্ৰচেষ্টা হৈছিল—এটা বিশ্বভাষাৰ সৃষ্টি কৰি। যোৱা শতকত ইউৰোপত এই আন্দোলনে ইউৰোপৰ মুখ্য ভাষাবিলাকৰ সাধাৰণ শব্দ আৰু বাক্য গাঁথনিৰ যোগেৰে 'এচপাৰাণ্টো' Esparanto নামেৰে এটা কৃত্ৰিম ভাষা সৃষ্টি কৰিছিল সম্ভাব্য বিশ্বভাষা ৰূপে।

এজন কচ ভাষাতত্ত্ববিদে উদ্ভাৱন কৰা এই ভাষাক টলষ্টয়েও আদৰণি জনাইছিল। এতিয়াও এচপাৰাণ্টো একপ্ৰকাৰে চলি আছে। বিভাৰ্ট ভাইকেষ্ট যোৱা বহুতাৰিক আলোচনীখনৰ এচপাৰাণ্টো সংস্কৰণ একোটাও

প্ৰকাশ কৰা হয়। এচ্‌পাৰাণ্টো শব্দটো 'আশা' বুজোৱা কিন্তু অপ্ৰচলিত 'এচ্‌পাৰান্স' শব্দটোৰপৰা লোৱা। কিন্তু তাৰে বিশ্বক এক কৰাটো 'দুৰাশা' হৈয়েই থাকিল। তাৰ কাৰণ হ'ল—ভাষাৰ এটা জৈৱিক চৰিত্ৰ আছে, ভাষাৰ আঁৰত সুখ-দুখেৰে ভৰা এখন মানুহৰ সাধাৰণ সমাজ থাকে। তাত বস্তু আৰু ভাষাৰ বিনিময় চলে। কৃত্ৰিমভাৱে কৰা ভাষাত তাৰ অভাৱ হয়। অতিমাত্ৰা নিয়মৰ শিকলিৰে বন্ধা অতি পৰিশীলিত সামাজিক ভাষাও কেতিয়াবা জীৱনীশক্তিৰহিত কৃত্ৰিম ভাষা, ৰবৰৈ ভাষা যেন হৈ পৰে। 'মাস্তভাষা'ৰ সন্ধানত, বহল ভিত্তিক ভাষাৰ সন্ধানত, কেতিয়াবা ইতিহাসসিদ্ধ ভাষাৰো তেনে দুৰ্দশা হয়। এতিয়াৰ সাংবাদিকতাৰ ভাষাত, গণমাধ্যমৰ ভাষাত এই নিৰ্জীৱতা সততে পৰিলক্ষিত হয়। কালিদাসৰ পিছৰ আৰু জয়দেৱৰ আগত সংস্কৃত কাব্যৰো একেই অৱস্থা হৈছিল। প্ৰাকৃত অত্যাচ্ছপ্ৰাণেৰে জয়দেৱে দৰাচলতে সংস্কৃত কাব্যক নৱজন্ম আৰু মৃত্যু—দুয়োটা দিলে। সংস্কৃতৰ পচন সাৰৰ ওপৰত গাজি উঠিল ভাৰতীয় ভাষাৰ শস্য। আৰু শব্দই জানো ভাষা? ভাষাৰ প্ৰকৃত চৰিত্ৰ থাকে তাৰ বাক্য গাঁথনিত। মানুহৰ সংযোগ বঢ়ালে শব্দ বাঢ়িব; কিন্তু ভাষাৰ গাঁথনি সহজে নবদলে। বাণীকান্ত কাকতিৰ সঁকীয়নি আমি যেন পাহৰি নাযাওঁ। আৰু এটা কথা মনত ৰাখিব লাগিব—অভিধান বৰ্তমান আৰু অতীতৰ ভিত্তিত ৰচিত হয়, ভৱিষ্যতে ব্যৱহাৰ কৰিব পৰা হ'ব বুলি শব্দ সংগ্ৰহ কৰা কোনো অভিধানৰ সংবাদ মই অন্ততঃ নাপাওঁ।

এইখিনিতে এটা কথা উনুকিয়াব খুজিছোঁ। ভাৰতীয় জাতীয় মহাসভাৰ (কংগ্ৰেছৰ) 'ভাষিক ৰাজ্য' বোলা এটা ধাৰণাই পৰিস্থিতিৰ পাকচক্ৰত ভাষিক ৰাজ্য গঠনৰ প্ৰক্ৰিয়াটো আৰম্ভ কৰি দিলে। সি আগৰ সমস্যাবোৰৰ সমাধান কৰিলে নে নাই ক'ব নোৱাৰি, কিন্তু বহুতো নতুন সমস্যাৰ জন্ম দিলে। মোৰ দুৰ্বল কণ্ঠস্বৰে ঢুকি পায় নে নাপায় ক'ব নোৱাৰোঁ, কিন্তু মই এই কথা ক'ব খোজোঁ—ধৰ্মক যিদৰে আমি শাসনযন্ত্ৰৰ বাহিৰৰ বস্তু বুলি গণ্য কৰোঁ, সেইদৰেই ভাষাকো ৰাজনীতিৰ ক্ষেত্ৰৰপৰা, শাসনযন্ত্ৰৰপৰা আঁতৰত ৰাখিবলগীয়া হ'বই; কাৰণ, পৃথিৱীত বৰ্তমানে এনে দু বৰ্গকিলোমিটাৰ ঠাই নাই য'ত কেৱল এটা মাথোন ভাষা ব্যৱহাৰ হয় বা এটা মাথোন জনগোষ্ঠী বাস কৰে। ভাষাভিত্তিক ৰাজ্য বা ৰাষ্ট্ৰ বা শাসনব্যৱস্থাৰ ধাৰণাটোৱেই ইতিহাসৰ আৱৰ্জনা হৈ পৰাৰ সম্ভাৱনা। বিলকৰে ভাৰতত এই ধাৰণাৰ পাতনি মেলিছিল, তেওঁলোক সৎ লোক আছিল সঁচা, কিন্তু ভাৰতৰ ভাষাসমূহৰ মানচিত্ৰণ

তেওঁলোকৰ মনত অস্পষ্ট আছিল। উত্তৰ ভাৰতৰ আৰ্যগোষ্ঠীসম্ভূত ভাষাকেইটা আৰু দক্ষিণৰ দ্ৰাবিড়মূলীয় ভাষাকেইটাৰ লগতেই তেওঁলোক পৰিচিত আছিল। অনাৰ্য্যৰী নিষাদ কিৰাত গোষ্ঠীয় ভাষাসমূহ তেওঁলোকৰ দৃষ্টিৰ বাহিৰত আছিল; সেই সকলোবোৰ জাতি গঠন প্ৰক্ৰিয়াত লুপ্ত হৈ যোৱা বুলি ভাবিছিল। কিন্তু ভাষাভিত্তিক ৰাজ্যৰ বৰ্ণনে এই ভাষাবোৰবো যে সঞ্জীৱনী ৰূপে কাম কৰিব সেই কথা তেওঁলোকে কল্পনা কৰিব পৰা নাছিল। তেওঁলোকৰ চিন্তা আৰু অভিজ্ঞতা তৎকালীন আছিল, তেওঁলোকৰ দৃষ্টি ভৱিষ্যমুখী নাছিল। সীমাবদ্ধ দৃষ্টিৰে প্ৰস্তুত আঁচনিয়েও যে দেশৰ ভৱিষ্যত বিপন্ন কৰিব পাৰে, সেই কথা আমি সলমকৈ হ'লেও ভাবিব পাৰোঁ। Sankritisation বা আৰ্যীকৰণ বোলা প্ৰক্ৰিয়াটো, অথবা তথাকথিত জাতিগঠনৰ প্ৰক্ৰিয়াটো এতিয়া প্ৰায় স্তব্ধ। এতিয়া retribalisation ৰ প্ৰক্ৰিয়াহে যেন পৰিলক্ষিত হৈছে। সেইটোও বন্ধ হ'বলৈ বাধ্য হ'ব, কাৰণ শিপাৰ সন্ধানত জীৱনবসে শিপা অভিমুখে যাত্ৰা নকৰে। আধুনিক বৈজ্ঞানিক সংস্কৃতিৰ যাই সুঁতিৰ লগত যুক্ত নহ'লে কোনো জাতি-জনজাতিৰ সত্তা আৰু মানবীয় ভৱিষ্যত নাই।

এই প্ৰায় এঘণ্টা সময় কেৱল ভাবৰ অনুষঙ্গকে ভিত্তি কৰি, হয়তো অপ্ৰাসংগিক এই কথাবোৰকে কৈ আছোঁ। এইবোৰ মোৰ সাহিত্য আৰু জীৱনৰ বাটত বা সোঁতত গোট খোৱা শাঁজৰি মাথোন। চিন্তাৰ পৰিপক্কতা বা বিশেষ জীৱন দৰ্শনৰ ভিত্তিত কথাবোৰ শৃঙ্খলা লগাই কোৱাৰ বাবে চিন্তাৰ গভীৰতা মোৰ নাই।. মই জনা মানুহ নহয়, ভবা মানুহ মাথোন! এইবোৰ কথাৰ জন্ম মোৰ বেদনালব্ধ অভিজ্ঞতা আৰু বেদনাৰ্ত অনুভূতিত। মই জানে.— 'মাতৃভাষা' শব্দটো আধুনিক অভিধানৰপৰা লুপ্ত হৈ নাযায়। মই কেৱল এই কথাটোকেই দোহাৰিব খোজোঁ—ভাষা জৈৱিক পৰম্পৰাৰে মানুহৰ মাজেদি বৈ নাথাকে, ই মানুহৰ এটা আহৃত সম্পদ। এনেদৰে আবেগমুক্ত চিন্তাৰেহে অসমীয়া ভাষাৰো চৰিত্ৰ বুজিব পাৰি।

আপোনালোকৰ বহুতেই হয়তো ভাবিছে, সাহিত্য সভাৰ সভাপতিজনে ভাষা সাহিত্যৰ বিভিন্ন দিশৰ আলোচনা কৰিব আৰু বিভিন্ন কৰ্ম আঁচনিৰে সাহিত্য সভাৰ ভৱিষ্যত ৰচনা কৰাত কিবা দিহা-পৰামৰ্শ দিব। কিন্তু নিজৰ সীমাবদ্ধতাৰ কথা জানিয়েই মই তেনে কাৰ্যৰপৰা বিৰত থাকিম। যোৱা ৭২ বছৰে অসম সাহিত্য সভাৰ সভাপতিসকলে বিভিন্ন আঁচনি দিছে আৰু ভৱিষ্যতৰ দিক্‌নিৰ্ণয় কৰিবলৈ চেষ্টা কৰিছে। কোনো কোনো আঁচনি ফলৱতী হৈছে, কোনো

কোনোবোৰ হোৱা নাই, কোনোবোৰ এতিয়াও চলি আছে। মোৰ মতে কোনো বিশেষ আঁচনি নাই কাৰণে মই কিছু বিব্ৰতও হৈছোঁ এতিয়া। লিপি, আখৰ জোঁটনি আদিৰ বিষয়ে কিছু কথা হয়তো ভাবি চাব পাৰি, সংস্কাৰ বা সংশোধন নহয়, মূল্যায়ন হিচাপে।

আধুনিক প্ৰযুক্তিবিদ্যাৰ প্ৰয়োগত লিপি আৰু প্ৰকৃতাৰ্থত লিপি হৈ থকা নাই, টাইপলৈ ৰূপান্তৰিত হৈছে। মুদ্ৰাযন্ত্ৰৰ আগতে আমাৰ লিপি পদ্ধতি অৰ্থাৎ আখৰৰ গঢ় ৰব নিৰ্ধাৰিত নাছিল। 'অৰ কৃপা কৰ' 'অংহু পাকক' হোৱাৰ কাৰণ হ'ল—পুৰণি অসমীয়া 'ক্ব' আখৰটো দেখাত আধুনিক হু আখৰৰ দৰে হোৱাটো। লিপ্যন্তৰৰ লেঠাই বুৰঞ্জী পুথিতো মিক্‌গৰ (Mac Gregor) নামটো 'মিহুগড' ৰূপে ছপাইছিল। এইবোৰ বাৰু ভ্ৰান্তিবিলাস! কিন্তু আজি বাছা কৰা বহুতো সৰলীকৰণ মুদ্ৰণযন্ত্ৰই অতি সহজেই সম্পন্ন কৰিছে। ৰূপ পৰিবৰ্তন হোৱা যুক্তাক্ষৰৰ সংখ্যা কমি আহিছে। ক্ৰ ক্ৰ হৈছে, ক্ষ ক্ষ ৰ্ ৰ্ হৈছে, আৰু হোৱাৰ সম্ভাৱনা আছে। পণ্ডিতৰ প্ৰস্তাৱে কৰিব নোৱৰা কাম প্ৰযুক্তিবিদ্যাই সহজে কৰে।

তাৰ পিছত আখৰ জোঁটনি, আখৰৰ সংখ্যা ইত্যাদি।' ব্ৰনচনৰ সৰলীকৰণ হেমচন্দ্ৰই পূৰ্ণ হ'বলৈ নিদিলে। কেৱল উচ্চাৰিত শব্দটোতে হেমচন্দ্ৰ ক্ষান্ত নাথাকিল, তেওঁ শব্দৰ শিপা খান্দিহে আখৰ জোঁটনি থিৰ কৰাত লাগিল। তেওঁৰ থলা পদ্ধতি বা আহিলা আধুনিক মতে বৰ বৈজ্ঞানিক হয়তো নাছিল; কিন্তু সংস্কৃত ছাত্ৰ শব্দৰপৰা হোৱা ছাত্ৰ শব্দটোত দ্বিতীয় ছ আৰু দন্ত্য ত-ৰ বাহিৰে আন ধৰণে লেখাটো নিবিচাৰিলে। তেওঁৰ বানান-পদ্ধতি ধ্বনিভিত্তিক নাছিল, আছিল লিপিভিত্তিক। ছপা হেমকোষৰ বয়স এতিয়া এশ বছৰৰ ওচৰা-উচৰি। নতুন বানান আৰম্ভ কৰা অৰুণোদয়ই অৱশেষত তেওঁৰ কাৰণেই 'অকণোদয়' হ'ল। এতিয়া হেমকোষৰ বানান-পদ্ধতি অলপ সল-সলনি কৰিলেও হয়তো সম্পূৰ্ণ উৎপাটিত বা স্থানচ্যুত কৰাটো সম্ভৱ নহ'ব। যোৱা এশ বছৰে সেইখনৰ আৰু সেইখনৰ ছাঁ-ত গঢ়া চন্দ্ৰকান্ত আদি অভিধানবিলাকে চিৰঞ্জীৱক লৈছে, তাৰ ঠাইত এটা ত, এটা স হয়তো নচলিব। অসম সাহিত্য সভাৰ মাৰ্কিন অধ্যায়ৰ কম্পিউটাৰ চৰ্চিত প্ৰচেষ্টাইও হয়তো বাছৱান ব্ৰনচনক পুনঃসংস্থাপিত কৰিব নোৱাৰিব।...

আমি জনাত পৃথিৱীৰ কোনো লিপিযুক্ত ঐতিহ্যহীন ভাষাতে এতিয়া আৰু সম্পূৰ্ণ বৈজ্ঞানিক আৰু উচ্চাৰণৰ লগত সম্পূৰ্ণ খাপ খোৱা লিপি পদ্ধতি নাই,

কাৰণ লিপিতকৈ ভাষা গতিশীল। বাৰ্ণাৰ্ড শ্বই বৰ্তমানৰ ইংৰাজী বানান পদ্ধতিক ইতিকিং কৰি কৈছিল—ইংৰাজীত fish শব্দটো ghoti বুলিও লেখিব পাৰি, যদি ghটোৰ উচ্চাৰণ enoughৰপৰা লোৱা হয়, womenৰ o টোতে পোৱা যায় ই (i) আৰু nationৰ tiতে পোৱা যায় sh. . গতিকে ghoti হ'ব fish, কিন্তু বাৰ্ণাৰ্ড শ্ব হেন বুদ্ধিমান আৰু জ্ঞানী লেখকৰ তীব্ৰ ব্যঙ্গইও women শব্দটো wiman কৰিব পৰা নাই। আমেৰিকাত হোৱা বানান সংস্কাৰে labourক labor কৰিছে, কিন্তু women women হৈয়েই আছে।

আচলতে ঐতিহ্য বা পৰম্পৰামণ্ডিত ভাষা এটাৰ ক্ষেত্ৰত সাক্ষৰতা বা লিপিজ্ঞান এটা পবিত্ৰ সাংস্কৃতিক বোজা। এই বোজাৰ উত্তৰাধিকাৰ বহন কৰিব নোখোজা লোকসকল বৃথা বিপ্লৱী। পুৰণি লিপি থকা কোনো এটা ভাষাৰ লেখন পদ্ধতি সম্পূৰ্ণৰূপে ধ্বনি-ভিত্তিক হৈ থকা নাই। ভাৱলিপি বা চিত্ৰলিপিৰ কথা একেবাৰে থ'কেই। (IPA Symbols) প্ৰয়োগ তেনে বৈজ্ঞানিক ক্ষেত্ৰতেই হয়। কোনো ভাষাই IPA প্ৰতীকবোৰ নিজৰ লিপি হিচাপে গ্ৰহণ কৰা নাই। তামিল ভাষাৰ প্ৰখ্যাত কবি সুব্ৰহ্মণ্য ভাৰতী নামটো তামিল বৰ্ণমালাৰ সাধাৰণ উচ্চাৰণমতে পঢ়িলে হয় চুপৰামণ্‌য়ম পাৰতী, কাৰণ তামিল বৰ্ণমালাত বৰ্গৰ অঘোষ বৰ্ণৰ পিছতেই আনুনাসিক বৰ্ণ, ঘোষ আৰু উষ্মবৰ্ণ নাই। অৰ্থাৎ 'ক'ৰ পিছতেই 'ঙ', 'প'ৰ পিছত 'ম'। ক ব ভ বুজোৱা আখৰ নাই। অঘোষ বৰ্ণৰ পিছতেই আনুনাসিক বৰ্ণ! অথচ তাৰেই তেওঁলোকে সংস্কৃতজ শব্দও উচ্চাৰণ কৰে; 'পাৰতী' লেখে…কিন্তু উচ্চাৰণ 'ভাৰতী'য়েই কৰে। বানান এটা গৃহীত প্ৰথা মাথোন। এই বোজা তেওঁলোকে আপোন ভাষাৰ মৰ্যাদাৰ বাবে আনন্দৰেই বহন কৰে। সেইবাবেই আধুনিক অভিধানকাৰে নানান সংকেতেৰে শব্দৰ উচ্চাৰণৰ কথা বুজায়।

সাক্ষৰতাৰ এই বোজা ব'ব নোখোজাসকলৰ বাবে সাহিত্যৰ মাজেৰে পোৱা আনন্দৰ কোনো মূল্য নাই। ভাষাক তেওঁলোকে আদম যুগলৈ পঠিয়াই দিব খোজে—তেওঁলোক আধুনিক 'অডিঅ' ভিজুৱেল' পদ্ধতিতেই সুখী আৰু জ্ঞানী হৈ থাকক আৰু এক নৱা নিৰক্ষৰতাত অৱিহণা যোগাওক। আখৰৰ ক্ৰুচ ভাষাৰ বাঁচুবোৰে ব'বই লাগিব!

আগতে এবাৰ উনুকিয়াইছিলোঁ ভাষাৰ পৰম্পৰা কেৱল স্থানগত নহয়, কালগতও। আমাৰ প্ৰাক্‌শংকৰী যুগৰপৰা এতিয়ালৈকে, চৰ্যাৰ সময়ৰ আগৰ-পৰা এতিয়ালৈকে—ভাষা অসমীয়া আৰু ইংৰাজী। একে মাজেৰেই লিখিতৰ

পৰিচয়। আনকি আমাৰ দিনত এংলো-চেক্চন (Anglo-Saxon) বোলা ভাষাটোকো এতিয়াৰ পণ্ডিতে প্ৰাচীন ইংৰাজী বুলিহে কয়! শংকৰদেৱে ব্যৱহাৰ কৰা ভাষা বা আনন্দৰাম ঢেঁকিয়াল ফুকনে 'অচমিয়া মাত্ৰিভাষা' বোলা ভাষা বা সৌৰভ কুমাৰ চলিহাই গল্প লেখা ভাষা একেটাই—এই কথা আমি মনত ৰাখিব লাগিব। অথচ, এতিয়া শংকৰদেৱৰ ভাষা ব্যাখ্যা বা আধুনিক অনুবাদেৰেহে বুজিব-বুজাব লাগে। হেমচন্দ্ৰ-গুণাভিৰামৰ ক্ষেত্ৰতো প্ৰায় একে পদ্ধতি প্ৰয়োগ কৰিবলগীয়া হৈছে। কিন্তু আমি জানো—আটাইবোৰ একেটা ভাষাৰে ক্ৰমবিকাশ। এতিয়া আমি মান্য ভাষাৰ ৰূপে ব্যৱহাৰ কৰা ভাষাটো উজনি অঞ্চলৰ কথ্য ভাষাৰ ভিত্তিত ৰচিত। তাৰ কাৰণ হ'ল—শিৱসাগৰ আছিল এই নৱৰূপৰ জন্মলগ্নৰ কেন্দ্ৰীয় ঠাই। মুদ্ৰণযন্ত্ৰ যদি শিৱসাগৰত প্ৰতিষ্ঠিত নহৈ বৰপেটাত প্ৰতিষ্ঠিত হ'লহেঁতেন হয়তো আধুনিক অসমীয়া ভাষাৰ গঢ়ো বেলেগ হ'লহেঁতেন—হেঁতেনৰ দেশত সকলো সম্ভৱ, কিন্তু বাস্তৱ নহয়!

এতিয়া মুদ্ৰাযন্ত্ৰ বা শিক্ষা-দীক্ষাৰ প্ৰাণকেন্দ্ৰৰূপে গুৱাহাটী নগৰখন উঠি আহিছে। গুৱাহাটীৰ মানৱীয় ভূগোল মিশ্ৰ প্ৰকৃতিৰ। ইয়াকে কেন্দ্ৰ কৰি যি ভাষা সাহিত্যৰ প্ৰসাৰ আৰম্ভ হৈছে তাত হয়তো আগৰ 'উজনীয়া ৰূপ'টো নাথাকিবগৈ। তথাপি সেই ভাষা অসমীয়া লেবেলতে চলি থাকিব। বৰ্তমানৰ অসমীয়া সাহিত্যত সেই পৰিৱৰ্তনৰ উমান আপোনালোকে পোৱা নাইনে বাৰু?

কথাৰ জাল সামৰা বৰ টান। অনুষঙ্গৰপৰা অনুষঙ্গই বহলাই লৈ যাব খোজে। মই মাথোন অসম সাহিত্য সভাৰ বিষয়ে দুআষাৰমান কথা কৈ ইতি কৰিম। আজিৰপৰা ৭২ বছৰ আগেয়ে তৰুণসকলৰ ছত্ৰছায়াতেই 'অসম সাহিত্য সভা'ৰ জন্ম হৈছিল বুলি ক'ব পাৰি। শিৱসাগৰত হোৱা অসম এছোচিয়েচনৰ অধিৱেশনৰ ৰভাতলিতেই বয়সীয়া সাহিত্যিকসকলক সাহিত্যৰ বেদ পাতিবলৈ তৰুণসকলে অকণমান ঠাই কৰি দিছিল। এতিয়াও সেই তৰুণসকলৰ হাততেই ইয়াৰ ভৱিষ্যত। তৰুণসকলে প্ৰকৃত সাহিত্যৰ মৰ্ম বুজি ইয়াৰ সাহিত্যিক মৰ্যাদা যাতে নষ্ট নহয় তাৰবাবে চিন্তা কৰিব লাগে। সাহিত্যৰ দ্বাৰে যুগজয়ী মানৱীয় শক্তিক ক্ষুদ্ৰ বিভেদ বা আধিপত্যবাদৰ আহিলা হ'বলৈ দিব নালাগে। সাহিত্য আবেগৰ প্ৰবাহ নহয়, ই জীৱন-প্ৰতীতি। সাহিত্যৰ ক্ষেত্ৰত সাহিত্য বহিৰ্ভূত কোনো বিষয় নাই। সাহিত্য সৃষ্টিৰ বাবে কোনো পাঠ্যক্ৰম বা কেৰিকুলাম নাই। জীৱনৰ সকলো দিশকে ই নিজৰ বুলি ভাবে। মানুহে ৰাজনীতিৰো ঊৰ্ধ্ব নহয়, কিন্তু ৰাজনীতিৰ পাশাখেলত সাহিত্যই যোগ নিদিয়ে।

জোনাকী যুগৰ ৰাজনীতি প্ৰজানীতিৰ পাৰ্থক্যও এতিয়া আৰু নাই। ভাল বেয়া, সৎ-অসৎ এইবোৰ নৈতিকতাৰ দেওনা পাৰ হৈ সমগ্ৰ জীৱনেই কলা আৰু সাহিত্যৰ উপাদান। কিন্তু কলা বা সাহিত্যৰ ক্ষেত্ৰত প্ৰকৃত আনুগত্য হ'ল নান্দনিক। নান্দনিক ৰূপত প্ৰতিভাত হ'লেহে জীৱনৰ সমস্যাবোৰে শিল্পৰূপত দেখা দিয়ে। সাহিত্যিকৰ সেই আনুগত্য নহ'লে, কবিতা আৰু প্ৰস্তাৱৰ পাৰ্থক্য স্বীকাৰ নকৰিলে—সাহিত্য সভাৰ কথা মই তাহানিৰ আলংকাৰিক এজনে কোৱাদিয়েই ক'ম, তেওঁলোক সাধু, কিন্তু অল্পবুদ্ধি। বিগত বছৰৰ সভাৰ সভাপতি শ্ৰীমহিম বৰাই লেখা 'এখন নদীৰ মৃত্যু' উপন্যাসখনে কলংপৰীয়া মাছমৰীয়া মানুহৰ সমস্যাটো যিদৰে আমাৰ চকুৰ আগত স্পষ্ট কৰি তুলিছে—সেইটো সমাজতাত্ত্বিকৰ আলোচনা বা অৰ্থনীতিকৰ প্ৰস্তাৱে কৰিব নোৱাৰে!

ইয়ান পৰে ভাষাৰ কথাকে কৈ থাকিলো হ'বলা! তাকো মোৰ জীৱনৰ লগত নিবিড়ভাৱে জড়িত অসমীয়া বোলা ভাষাটোৰ কথা, আৰু এই ভাষা ব্যৱহাৰ কৰা মানুহবিলাকৰ বিপন্ন মনোভাৱৰ কথা। মোৰ এই ক্ষুদ্ৰ কণ্ঠস্বৰে অসমীয়া ভাষী মানুহখিনিক 'মাভৈঃ' বুলি ক'বলৈকেহে ইমান কথাৰ অৱতাৰণা। অসমীয়া ভাষাটোৱে কেইবা শ বছৰ ধৰি সকলিৰ সৈতে সবল সন্ধি কৰি নিজক সাহিত্যিক মৰ্যাদা অৰ্জন কৰিছে। কাৰো স্পৰ্শই ইয়াক মলিন কৰিব নোৱাৰে, কাৰো অনীহাই ইয়াক পথভ্ৰষ্ট কৰিব নোৱাৰে; কাৰণ ইয়াৰ আছে সাহিত্যিক পৰম্পৰা। সাহিত্যৰ কথা ভাবিলেই মোৰ মনলৈ মাথোন এটা কথাই আহে, যি ভাষাতেই ৰচিত নহওক লাগে সাহিত্যৰ একেটাই ৰূপ—সি হ'ল কল্যাণ-সুন্দৰ ৰূপ। মানুহৰ কলাকৃতি আৰু বিজ্ঞান দুয়োটাৰে একেটা মানৱীয় পৰম্পৰাৰ-পৰা জন্ম। কেইটামান বিশেষ উপাদানেৰে মানুহে এই দুটা সত্তাৰ সৃষ্টি কৰিছে—সজ্ঞানে, নিৰ্জ্ঞানে। সেইকেইটা হ'ল: মানুহৰ চিত্তৰ লীলাবিলাস যাক ক্ৰীড়াপ্ৰবৃত্তি ৰূপত অন্যান্য জীৱ-জন্তুৰ ক্ষেত্ৰতো ভ্ৰূণাৱস্থাত দেখা পাওঁ; আৰু হ'ল মানুহৰ কৌতুহল—'কিয়?' এই প্ৰশ্নটো; তাৰে খেও ধৰি জনাৰ সিপাৰে থকা নজনাৰ বাবে মানুহৰ আগ্ৰহ আৰু মানুহৰ আচৰিত হ'বৰ ক্ষমতা। এইকেইটাৰ সমন্বয়তে সৃষ্ট মানুহৰ বিজ্ঞান আৰু কলা। ঢাকনি গুচালে সত্যক পাম—সেই গভীৰ বিশ্বাসৰে এইবিলাক কৰ্ম। উপনিষদৰ কবিয়েতো সূৰ্যই সোণালী পোহৰেৰে ঢাকি থোৱা হিৰণ্ময় পাত্ৰটো অনাবৃত কৰিবলৈ মন্ত্ৰ ৰচিছিল। সত্য হয়তো পোহৰবো আনটো পাৰত আছে। বিজ্ঞানে বিকেইটা পদ্ধতিৰে সত্যত উপনীত হ'ব খোজে, প্ৰায়

একেকেইটা পদ্ধতিকেই ব্যৱহাৰ কৰে কলাকৃতিয়ে। নিৰীক্ষণ, অনুমান, সাধাৰণী-কৰণ আৰু সূত্ৰ—বিজ্ঞানৰ এয়েই নিৰূপিত পদ্ধতি। নিৰীক্ষণেই কলাকৃতিৰো প্ৰথম ধাপ, অনুমান আৰু কল্পনা সমাৰ্থক নহ'লেও সমানধৰ্মী, আৰু সাধাৰণীকৰণৰ ভিত্তিতেইতো কলাকৃতিৰ সাৰ্বজনীনতা। কলাকৃতি ৰূপে সাহিত্যতো সেই সাৰ্বজনীনতা আছে—যি ভাষাতেই সি ৰচিত নহওক লাগে। মই তত্ত্বজ্ঞ বা সাহিত্যৰ ইতিহাসকাৰ নহওঁ, হোৱা হ'লে মই এইবোৰ কথা হয়তো অল্প বিশিষ্ট ক'ত অসমীয়া সাহিত্যক ভিত্তি কৰিয়েই ক'ব পাৰিলোঁহেঁতেন। কিন্তু নিজৰ যোগ্যতা আৰু আপোনালোকৰ সময়ৰ সীমাবদ্ধতাৰ বাবে এই কথা মই মাথোন মোৰ বিশ্বাস ৰূপেই দাঙি ধৰিছোঁ, তত্ত্ব বা তথ্য হিচাপে নহয়। সাহিত্যই বিভিন্ন সময়ত বিভিন্নভাবে কাম কৰিছে—কেতিয়াবা ধৰ্মৰ হাতধৰি লিগিৰী হিচাপে কাম কৰিছে, কেতিয়াবা সমাজ পৰিবৰ্তনৰ তূৰ্যধ্বনি ৰূপে ধ্বনিত হৈছে, কেতিয়াবা ভোগবতী মাতৃকাৰ দৰে গোষ্ঠীক শাসন কৰিছে; কিন্তু যি মুহূৰ্ততে সাহিত্য নিজৰ কল্যাণ-সুন্দৰ নান্দনিক ৰূপৰ পৰা বিচ্যুত হৈছে তেতিয়াই সি মানুহৰ চিৰায়ত প্ৰমূল্যবোধৰ সমাধি ৰচিছে। মানৱীয় প্ৰমূল্যৰ অবিহনে কলা, বিজ্ঞান সকলো নিৰৰ্থক।

ৰূপ, বৰ্ণ, শব্দ 'শিল্পীৰ ভাষা', শিল্পীৰ মাধ্যম। ব্যাকৰণৰ তত্ত্ব নিৰ্ণীত হোৱাৰ আগতেই ভাষাৰ জন্ম। ভাষাৰ দৰেই শিল্পৰ প্ৰধানতম কৰ্ম হ'ল যোগাযোগ স্থাপন। যাক প্ৰকাশ বুলি কোৱা হয়, সিও যোগাযোগৰ বাবে কৰা আত্ম-ঘোষণা। শিশুৰ কাকলিও দৰাচলতে যোগাযোগৰ অস্ফুট প্ৰচেষ্টা। যোগাযোগ হ'ব কাৰ লগত? সহৃদয় হৃদয় সংবাদী পাঠকৰ কথা কোৱা হৈছে, কোৱা হৈছে সমানধৰ্মীৰ কথা। আপাতদৃষ্টিত এই সহৃদয়তা, সমানধৰ্মিতা নিৰ্ণয় কৰিব সমাজ ব্যৱস্থাই। কিন্তু শিল্পীয়ে নিজকৰ্মেৰে সমাজৰ ৰূপান্তৰো ঘটাব পাৰে। ইন্দ্ৰিয়ৰ যোগেদি মানুহৰ মনলৈ কৰা শিল্পৰ যাত্ৰাত শিল্পীয়ে নিজেই হাবি কাটি বাট উলিয়াই ল'ব পাৰে। তাতেই শিল্পীৰ অভিনৱত্ব। কিন্তু অভিনৱত্বৰ বাবেই শিল্পকলা সৃষ্টি হ'ব নোৱাৰে। মানুহে হাবি কাটি বাট উলিয়ায় যোগাযোগ স্থাপনৰ বাবে—কেৱল বাট কটাৰ আনন্দতে বাট নাকাটে। সংস্কাৰৰ অৰণ্য কাটি নতুন ক্ষেত্ৰত, নতুন ৰূপত, শিল্পীয়ে ঐতিহ্যৰ লগত নতুনৰ সংযোগ ঘটায়। নতুন ক্ষেত্ৰৰ পৰিচয় প্ৰদানেই সামাজিক ৰূপান্তৰৰ প্ৰথম পদক্ষেপ। চোতা সজোৱাৰ দৰে সমাজ সজাব নোৱাৰি।

এতিয়ালৈ কোৱা হৈছিল সমানধৰ্মী পাঠকৰ কথা। এতিয়া হয়তো আৰি

আশা কৰিম সহধৰ্মী শ্ৰোতা-দৰ্শকৰ-পাঠকৰ,—এই যুগৰ, অন্য যুগৰ। কাৰণ, আমি জানো কলাকৃতি এটা অঞ্চলৰ হৈও বিশ্বৰ। যুগজৰ হৈও যুগোত্তীৰ্ণ।

আকৌ শুনিছোঁ সাহিত্য আদি কলাকৃতি সমাজ-সচেতন হ'ব লাগে। এখন সমাজৰ সভ্য হিচাপে শিল্পীয়ে সমাজৰ এটা বিশেষ চাহিদা পূৰাব—উৎপাদন বিতৰণৰ এই সূত্ৰটো কলাকৃতিৰ ক্ষেত্ৰত প্ৰয়োগ কৰিব পাৰি নে নোৱাৰি সন্দেহ। অন্য পণ্য সামগ্ৰীৰ দৰে কলাকৃতিৰ ক্ষেত্ৰত উৎপাদন-প্ৰয়োজনৰ ভাৰসাম্য নথকাটোৱেই স্বাভাৱিক; কাৰণ, শিল্পীৰ তেনেক্ষেত্ৰত ব্যক্তি স্বাধীনতাৰ অভাৱ ঘটিব আৰু বজাৰ নিয়ন্ত্ৰক গোষ্ঠীয়ে সৃষ্টি কৰিব কৃত্ৰিম বজাৰ আৰু তাৰবাবে 'শিল্পী-যন্ত্ৰ' এচাম কলাকাৰৰ। তেনেকুৱা সময়ত শিল্পী-সাহিত্যিকক ৰঙীণ চছমা পিন্ধোৱা হয়, তৎকালীন কোনো ক্ষুদ্ৰ সমস্যাকে চকুৰ নিচেই কাষত দাঙি ধৰি দৃষ্টিক বাধা দি বৃহত্তৰ মানৱীয় পৰিপ্ৰেক্ষিতত নষ্ট কৰি পেলোৱাৰ চেষ্টা কৰা হয়। শ্লোগানেই তেতিয়া গান হয়, পষ্টাৰেই হয় চিত্ৰকলা। মাৰণ উচাটন মন্ত্ৰৰ পৰ্যায়ত উপনীত হয় কবিতা। বাস্তৱ জীৱনৰ কদৰ্যতাখিনি সযতনে ঢকা কৰা হয় তাহানি ধৰ্মই দেখুৱা স্বৰ্গৰাজ্যৰ সপোনকে নতুন সাজত সজাই দেখুৱাবৰ বাবে—উপন্যাসত, মঞ্চত, পৰ্দাত।

শিল্পীৰ এক প্ৰকাৰ যৌথ নাগৰিকত্ব আছে, এক যৌথ আনুগত্য আছে। সামাজিক প্ৰাণী হিচাপে শিল্পী সমাজৰ অন্তৰ্ভুক্ত, কিন্তু শিল্পৰ পৃথিৱীখনৰ তেওঁলোকেই নিৰ্মাতা। মই বিশ্বাস কৰোঁ সৃজনশীল কলাকাৰৰ দুটা মৌলিক স্বাধীনতাত। কলাকৃতি ব্যক্তি মানসৰ সৃষ্ট সম্পদ। প্ৰতিভাৰ সংজ্ঞা নিৰূপিত হৈছে নে নাই নাজানো; জৈৱিক উত্তৰাধিকাৰ আৰু পৰিৱেশৰ কাজিয়াখনৰ কেতিয়াবা শেষ হ'ব নে নহয় তাৰো উত্তৰ দিব নোৱাৰোঁ; কিন্তু জানো, কোনো সমাজৰে সকলো ব্যক্তি শিল্পী নহয়। সদায় চকুৰ আগত দেখি আহিছোঁ, প্ৰতিভা ব্যক্তিগত। সেই প্ৰতিভাৰ হয়তো স্ফুৰণ ঘটায় সামাজিক পৰিৱেশে—কেতিয়াবা সংঘাত আৰু বিৰোধেৰে, কেতিয়াবা অনুকূল বতৰে। নাট আদি প্ৰদৰ্শনকলাৰ দৰে যৌথ শিল্পৰ সাধনাতো ব্যক্তিগত প্ৰতিভাপুঞ্জৰে সমাহাৰ দেখা যায়। গতিকে শিল্পীৰ সেই একক মৰ্যাদা, একক অধিকাৰ প্ৰাপ্য—হওক সি পুৰস্কাৰ, হওক সি তিৰস্কাৰ। কাৰুকলাৰ ক্ষেত্ৰত বজাৰেই নিয়ন্ত্ৰক; কাৰুকৰৰ মানসিক ব্যক্তিত্ব তাত জড়িত নহয়। চাৰুকলা শিল্পীৰ ব্যক্তিত্বৰ প্ৰক্ষেপণ—সৃষ্টিৰ মুহূৰ্তত শিল্পী আত্মচেতন, বজাৰ সচেতন নহয়।

দ্বিতীয়তে, কবিয়ে বহন কৰে মানৱতাৰ পতাকা। সেই কাৰণেই শিল্পী

হিচাপে ব্যক্তিজন দলগত নীতি পদ্ধতিৰ শৃংখলৰপৰা মুক্ত। শিল্পীৰ পথ একক, অনন্ত। শিল্পীৰ সেইখিনি স্বাধীনতা স্বীকাৰ কৰি নল'লে শিল্পীক গোট বা গোষ্ঠীৰ প্ৰস্তুলিপি লেখকৰ পৰ্যায়লৈ লৈ অহা হ'ব। তাতকৈ আৰু শিল্পৰ অপমান একো হ'ব নোৱাৰে।

অৱশ্যে এই কথা ক'ব নোৱাৰি যে শৃংখল ছিঙিলেও শিল্পীয়ে বন্ধন নামানে। দুটা বন্ধনতেই যথাচলতে শিল্পৰ স্ফুৰণ—নিজৰ মাধ্যমৰ স্বধৰ্মৰ প্ৰতি আনুগত্য আৰু সামূহিক মানৱীয় প্ৰমূল্যৰ প্ৰতি দায়িত্ব। স্বধৰ্মৰ প্ৰতি আনুগত্য নন্দনতাত্ত্বিক আৰু মানৱীয় প্ৰমূল্যৰ প্ৰতি দায়িত্ব ঐতিহাসিক মূল্যবোধৰ ওপৰত প্ৰতিষ্ঠিত।

এই ঐতিহাসিক পৰিপ্ৰেক্ষিততেই আমি আমাৰ সমসাময়িক জীৱন চাবলৈ শিকিব লাগিব।

সংহতি আৰু ঐক্য—এই দুই বহু শ্ৰুত আৰু বহু ব্যৱহৃত শব্দ ক্ৰমে ক্ৰমে নিৰৰ্থক হৈ যোৱা যেন লাগিছে, কাৰণ, জনে জনে, গোষ্ঠীয়ে গোষ্ঠীয়ে অসমঞ্জস ধাৰণাৰ খেলিমেলি। কিহৰ ভিত্তিত যথাচলতে সংহতি আহিব, ঐক্য প্ৰতিষ্ঠিত হ'ব? ছলে-বলে-কৌশলে সম্পূৰ্ণ একীকৰণেই ঐক্যৰ লক্ষ্য নেকি? পাৰ্থক্য স্বীকাৰ কৰাৰ কাৰণেই জানো সংহতিৰ প্ৰয়োজন নহয়?

আবেগিক সংহতিৰ ধাৰণা স্বতঃবিৰোধী। আবেগৰ স্বভাৱেই অসংযত, চঞ্চল। এটা ধ্ৰুৱকৰ অবিহনে সংহতিৰ কথা ভবা অবাস্তৱ। মধ্যযুগীয় ভাৰতবৰ্ষত হিন্দু-মুছলমানৰ সংহতিৰ আশাৰে 'ভাৰতপন্থ'ৰ আদৰ্শ প্ৰচাৰ কৰা কবীৰৰ বাণীত তাৰ পৰোক্ষ ইংগিত আছে: ইটাই ইটাই জুই ওলায়, যোকাই যোকাই জগ লাগে। সাধাৰণ মানুহে মিলিজুলি থাকে, প্ৰতিষ্ঠাকামীয়ে সংঘাত সৃষ্টি কৰে। সাধাৰণ মানুহৰ সাধাৰণত্ব ক'ত? অজ্ঞাত? নিশ্চয় নহয়! সেই সাধাৰণত্ব থাকে অৰ্থনৈতিক সমধৰ্মিতাত। প্ৰতিষ্ঠাকামী শাসক-শোষকে ধৰ্ম, ভাষা, জাতি-বৰ্ণৰ গামা লৈ বিভেদৰ সৃষ্টি কৰে, কাৰণ দাৰিদ্ৰ্য জীৱন-বিৰোধ ব্যৱস্থা। সেই বাবেই 'ভাৰতপন্থ' আদৰ্শ হৈয়েই ৰ'ল, বাস্তৱত ৰূপায়িত নহ'ল। বৰং 'পণ্ডিত' আৰু 'কাজী'ৰ দলে ধৰ্মবিৰোধী বুলি কবীৰকে দোষী কৰিলে। এতিয়াও প্ৰকৃত সমন্বয়কামীৰ সেই দুৰ্দশা হ'ব লাগিছে।

আবেগে খন্তেকীয়া উন্মাদনাৰ বশেৰে বহুতক ধূপ ধুৱাব পাৰে; কিন্তু আবেগক বজাৰ অনুদিৰ দি অনিকতে নিয়ন্ত্ৰণ বা পৰিচালিত হয় আৰু ব্যৱহাৰ [illegible]

এটা উন্মাদনাই মানুহৰ চিত্ত বিকল কৰে। গড্ডলিকা প্ৰবাহক জানো ঐক্য বা সংহতি বুলিব পাৰি? সেইদৰেই সন্ত্ৰাসৰ বিভীষিকাত ব্যক্তিয়ে যুব তুলি মনৰ কথা ক'ব নোৱৰা সমাজ এখনেও সংবদ্ধ সমাজ বুলি দাবী কৰিব নোৱাৰে। সামাজিক সকলো ব্যৱস্থাৰ ধ্ৰুৱক হ'ল তাৰ অৰ্থনীতি। অৰ্থ নৈতিক ভিত্তিৰ বাহিৰে আন একোৰেই স্থায়ী সংহতি স্থাপিত হ'ব নোৱাৰে। অৰ্থ নৈতিক ভাৱসাম্যৰ যোগেদিহে সংহতি আহিব পাৰে। ভাষা, ধৰ্ম, সংস্কৃতি সকলোবোৰৰ পৃথকবাচক সত্তা অনস্বীকাৰ্য হ'লেও সকলো অৰ্থ নৈতিক ব্যৱস্থাৰ অন্তৰ্গত। কিন্তু অৰ্থনীতি সংস্কৃতিৰ ভেটিহে—সৌধ নহয়।

সেই ভেটিৰ ওপৰত নান্দনিক ৰূপ সৃষ্টি কৰে শিল্পীয়ে, যি প্ৰয়োজনীয় হৈও নৈমিত্তিক প্ৰয়োজনৰ ঊৰ্ধত।

সভাৰ বিষয়ে চলিত আমাৰ কথা। এই বিষয়ে সভাৰ সভ্যসকলৰ লগত কিছু একান্তে আলোচনা কৰিবৰ মন। বাইজক কিছু আভাস দিয়া'ৰ প্ৰয়োজন বাবে চমুকৈ অলপ কওঁ:

কাৰ্যনিৰ্বাহক বা সভাপতিৰ কাৰ্যকাল বৃদ্ধিয়ে সভাৰ পাৰম্পৰিক ঐতিহ্য বা কাৰ্যক্ষমতা বৃদ্ধি কৰিব বুলি মোৰ মনে নধৰে। বাইজৰ প্ৰকৃত প্ৰয়োজন হ'ল সভাখনৰ মাজত প্ৰাতিষ্ঠানিক স্থায়িত্ব আৰু গতিশীলতাৰ সমন্বয় সাধন। হয়তো ইয়াৰ কেন্দ্ৰত এখন ন বা বাৰজনীয়া স্থায়ী পৰিষদ গঠন কৰিব পাৰি। স্থায়ী মানে স্থাণু নহয়। সেইখনক নৱৰত্নৰ মেল বা পৰিষদ বা অন্য নাম দি ল'ব পাৰি। তাৰ সভ্যসকল ভূতপূৰ্ব সভাপতি, প্ৰধান সম্পাদক আৰু অন্যান্য সাহিত্যপ্ৰেমী আৰু কৰ্মী বা কৰ্মদক্ষ লোকৰ দ্বাৰা গঠিত হ'ব। প্ৰত্যেক দুবছৰে ভাবে এক-তৃতীয়াংশ সভাই অব্যাহতি ল'ব আৰু নতুন সভ্যই তাৰ ঠাই ল'ব। এইদৰে প্ৰাতিষ্ঠানিক স্থায়িত্ব আৰু গতিশীলতাৰ সমন্বয় কৰি সভ্যসকলৰ এই সভাখন কিছু শৃঙ্খলালৈ আনিব পৰা হ'ব। এই নৱৰত্ন সভাখন হ'ব সাহিত্য সভালৈ অহা ধুমুহাবোৰৰো গতিৰোধক। এইবোৰ হয়তো কবিৰ কল্পনা। তথাপি মনলৈ অহা কথাখিনি নক'লে মোৰে চুব যেন লাগিল।

আৰু এটা কথা।

বিগত অধিবেশনৰ আগলৈকে অসম সাহিত্য সভাই চৰকাৰী অনুগ্ৰহৰ মুখ তেনেকৈ দেখা নাছিল। আৰু তেতিয়া দান-বৰঙণিবেই ইয়াৰ কাৰ্য সম্পন্ন হৈছিল। বাৰ্ষিক অধিবেশন পতাবো সম্পতি বহুত কেন্দ্ৰত নাছিল। শাসন যন্ত্ৰই সাহিত্য সভাৰ জনপ্ৰিয়তাৰে নিজৰ ভাবমূৰ্তি উজ্জ্বল কৰিবলৈ আৰম্ভ কৰিলে

আৰু চৰকাৰী সাহায্যৰ অনুকূলত সাহিত্য সভাবো আড়ম্বৰ বাঢ়িল। কিন্তু এনে পৰিস্থিতিয়ে যি কোনো প্ৰতিষ্ঠানৰে আভ্যন্তৰীণ সাৰ্বভৌমতা ৰক্ষা কৰাত সমস্যাৰ সৃষ্টি কৰে। তাৰ উদাহৰণ আমি পাইছোঁৱেই। কিছু আৰ্থিক স্বাধীনতা নহ'লে ব্যক্তি বা প্ৰতিষ্ঠানৰ স্বাতন্ত্ৰ্য ৰক্ষা নপৰে। দাৰিদ্ৰ্য যিদৰে গুণোবাশি নাশী সেইদৰেও অত্যধিক সামৰিক প্ৰাচুৰ্যও চৰিত্ৰনাশক। টকাইৰৰ সাধু মনত পেলাওক। 'ভূত পোৱালি আৰু খেতিয়কৰ কটি' সেইবাবে পূৰ্বসুৰী এজন সভাপতিয়ে সভাৰ অৰ্থ নৈতিক স্বাধীনতা বিচাৰি এটা ন্যাস পুঁজিৰ কথা কৈছিল শাসনযন্ত্ৰৰ এবাৰৰ অনীহাৰ বাবে। কিন্তু যি দেখা গৈছে, সেই আঘাত সিমান গভীৰ নাছিল, বছৰেকীয়া সভাবোৰত ধন বাহি হোৱা দেখা গৈছে, কিন্তু ন্যাস-পুঁজিৰ লক্ষ্যত উপনীত হোৱাৰ লক্ষণ দেখা যোৱা নাই। সাহিত্য সভাৰ অৱস্থা এটা এফিলিয়েটিং ইউনিভাৰ্চিটিৰ দৰে হ'বলৈ দিয়াটো সমীচীন হ'ব জানো?

আকৌ বছৰেকীয়া অধিবেশনৰ বাবে ধন তুলি সেই ধন বাহি কৰি আন কামত ব্যৱহাৰ কৰাটোও সুস্থ আৰ্থিক নীতিৰ পৰিপন্থী যেন লাগে দেখোন। বাহি ধনৰ কি ব্যৱহাৰ হ'ব সেইটো নিয়মাৱলীয়ে স্থিৰ কৰিব লাগে। এইবোৰ কথা মই সাহিত্য সভাৰ নিৰ্ণায়ক সভ্যসকলৰ আগত দেকত কৰিম বুলি ভাবিছোঁ।

কিন্তু বাইজে নিজৰ বুলি লোৱা, জাতীয় প্ৰতিষ্ঠান বুলি লোৱা এই সভাখনক প্ৰকৃতাৰ্থত স্বাৱলম্বী বা আৰ্থিকভাৱে স্বচ্ছল কৰিবৰ বাবে ইয়াৰ ন্যাস পুঁজিটো যেন বাইজেই টনাকয়াল কৰে কেৱল অনুদানত বৰ্তি থকা প্ৰতিষ্ঠান আৰু পৰাশ্ৰয়ী ব্যক্তিৰ চাৰিত্ৰিক স্খলন ঘটে। তাৰপৰা সাহিত্য সভাক ৰক্ষা কৰক।

আৰু বাইজ, আপোনালোকৰ সকলো সমস্যাৰ কাৰ্যকৰী সমাধানৰ দায়িত্বৰে সাহিত্য সভাখনক অংশা ভাৰাক্ৰান্ত নকৰিবলৈকো মই অনুৰোধ জনাব খোজোঁ। সাহিত্যৰ কৰ্মপন্থ পৃথক, সি সমাজসেৱকৰ প্ৰত্যক্ষ কৰ্মপন্থা নহয়। প্ৰচাৰ সাহিত্য নহয়, সৃষ্টিশীল বা মননশীল কৰ্মহে সাহিত্য। সাহিত্যই জীৱনক নান্দনিক ৰূপতহে দেখে, চায় আৰু দেখুৱায়।

গ্ৰন্থ প্ৰকাশৰ দায়িত্ব সভাই নিজ সামৰ্থ্য আৰু নিয়মৰে কৰি আহিছে বুলি মই অন্ততঃ বিশ্বাস কৰোঁ। 'কিন্তু মধুকৰে গুঞ্জৰিলে কিনৰ মালতী?' নপঢ়িলে কিহৰ কিতাপ? কিতাপ এতিয়া পণ্যৰ সামগ্ৰীও। গতিকে পাঠক সৃষ্টি কৰি অসমীয়া কিতাপৰ প্ৰচলন আৰু প্ৰয়োজন বঢ়োৱাটো সভাৰো দায়িত্ব—আৰু আপোনালোকৰো দায়িত্ব।

সাহিত্য সভাৰ শিকাৰদী ৰূপটোৰ বিষয়ে আগতে উল্লেখ কৰিছোঁ। সাহিত্য

শব্দটোৰ প্ৰয়োগ যথেষ্ট ব্যাপক। ইংৰাজী লিটাৰেচাৰ শব্দটোৰ সম্প্ৰতি-কালত অৱমূল্যায়ণ হৈছে, দৰবৰ প্ৰয়োগ বিধি, যন্ত্ৰপাতি ব্যৱহাৰৰ কায়দা এইবোৰকো লিটাৰেচাৰ বোলা হয়। ভাৰতীয় ভাষাত সাহিত্য শব্দৰ অৰ্থ এনে নিম্নগামী হোৱা নাই। তথাপি, গল্প-কবিতাই অকল সাহিত্য নহয়। অসম সাহিত্য সভাই আগতে বিজ্ঞান শাখা, বুৰঞ্জী শাখা আদিৰে অসমীয়া সাহিত্যৰ শিকনদী কণটোৰ বিকাশতো অবিহণা যোগাইছিল। এনে চৰ্চাই ভাষাৰো প্ৰকাশিকা শক্তি বঢ়ায়। যিহেতু বিজ্ঞান আৰু কলাৰ একেটা উৎস আৰু প্ৰায় একেকেইটা উপাদানেৰেই দুয়ো নিৰ্মিত, সাহিত্য সভাই বিজ্ঞান আৰু বুৰঞ্জী শাখাকতো উজ্জীৱিত কৰিব লাগেই, দৰ্শন শাখাটোও সন্নিবিষ্ট কৰিব পাৰি। এনেবোৰ পদ্ধতিৰেই ভাষাৰ শক্তি বাঢ়ে। কোনো ভাষাই কোনো বিষয়ৰ বাবে অযোগ্য নহয়, সেই কথা অসমীয়া ভাষায়ো প্ৰমাণ আৰু প্ৰতিষ্ঠা কৰিব পাৰে। তাতেইহে নিৰ্ভৰ কৰিব আমাৰ ভাষাৰ ভৱিষ্যত আৰু গ্ৰহণযোগ্যতা। বুৰঞ্জী, বিজ্ঞান, দৰ্শন শাখাই কেৱল যে অসম বুৰঞ্জী, অসমত প্ৰায়োগিক বিজ্ঞান বা প্ৰযুক্তিবিদ্যা, শঙ্কৰী বা শাক্ত দৰ্শনতে আবদ্ধ থাকিব তেনে নহয়, আধুনিক ইতিহাসতত্ত্ব, বৈজ্ঞানিক মনোবৃত্তিৰ সৃষ্টি আৰু পূব-পশ্চিমৰ আধুনিক দৰ্শনৰ জগতো সংযোগ ঘটাব পাৰিব লাগিব। এই আটাইবোৰ শাখাৰ বছৰেকীয়া অধিৱেশন পৃথকেও হ'ব পাৰে, যদি প্ৰয়োজন হয়।

বহুত কথাই ক'লোঁ। কথাৰ এই তুঁহ-পতানৰ মাজত 'মজগু' কিবা আছেগে নে নাই? মই নিজে আছে বুলি বিশ্বাস নকৰোঁ। তথাপি কৈছোঁ। মোৰ কথাৰ অসঙ্গতিবোৰ আৰু অসঙ্গত কথাবোৰৰ মাজতেই মই আছোঁ, দোষে-গুণে সামান্য মনিচ্।

এজন সমালোচকে মোৰ কবিতাৰ বিষয়ে মন্তব্য কৰিছিল, নৱকান্ত আলি-দোমোজাৰ কবি। মই সদায় আলিদোমোজাতে, বাটকেঁকুৰিতে থাকিলোঁ সঁচায়ে। বহুতো বাটেৰে যাবলৈ মন, খোজত বাট গঢ়ি যোৱাৰো শকতি নাই। বিশ্বনাথ চাৰিআলিত আছি মই সাহিত্য সভাৰ মেলত। আকৌ চাৰি আলি, আকৌ দোমোজা, আকৌ বাটকেঁকুৰি! কিন্তু মই জানো, এটাই মাথোন জীৱন, এটাই মাথোন বাট। যি বাটেৰে আইতা এদিন আহিছিল, যি বাটৰ দাতিৰ গছৰ ছাঁত ককাদেউতা জিৰাইছিল, যি বাটেৰে দেউতা-আই আহি গুচি গ'ল··· আৰু যাম মই আৰু মোৰ ভৱিষ্যত···মোৰ সন্তান···আমাৰ উত্তৰ পুৰুষ! মই

মাথোন এটাই আশা কৰিম : মোৰ তৰুণ কবি-বন্ধুৰ ভাষাৰে···সেই বাটৰ ৰাতিত যেন যুদ্ধৰ শিবিৰ পতা নহয়···জাতি, ভাষা, ধৰ্মৰ বিষাক্ত কাঁইটেৰে কোনেও যেন সেই পথ বন্ধ নকৰে।

‘খেলক শিশুৰ দলে মানুহৰ চোতালে চোতালে
সমাজৰ কৰণি ভৰক নিঘূণী সুঠাম ফুলে ফলে !’

শুভমস্তু।

# সভাপতিৰ ভাষণ

## (বিশেষ বিষয় বাছনি সভা)

নৱকান্ত বৰুৱা

প্ৰতিনিধি বন্ধুসকল,

আপোনাসকলে অসম সাহিত্য সভাৰ বিভিন্ন শাখা সভাবিলাকৰ প্ৰতিনিধিত্ব কৰিছে, যেই শাখা সভাবিলাকৰ মতামতৰ ওপৰত ভিত্তি কৰিয়েই মই অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হৈছোঁ খ্ৰীষ্টীয় ১৯৯০ চনৰ বাবে। অসমৰ ৰাইজে এইটো জাতীয় সন্মান বুলি ভাবে। কিন্তু কোনো গণভোটেৰে নিৰ্বাচন নহয়। আপোনালোকৰ মীমাংসাকেই তেওঁলোকে গ্ৰহণ কৰে। সেই কথাই আপোনালোকৰ দায়িত্বকেই সূচায়। এইখন আমাৰ গোপন সভা নহয়, এইখন মাথোন একান্ত সভা। মূল সভাত ভাষা সাহিত্যৰ বিষয়ে মোৰ ধ্যান-ধাৰণাৰ কথা ব্যক্ত কৰিছোঁ, সেইবোৰ সকলো ৰাইজৰ বাবে। সাহিত্য সভাৰ নিয়মাৱলী মতে এই সাহিত্য সভা আপোনালোকৰেই সভা, সভ্যসকলেই ইয়াৰ কেন্দ্ৰস্থ শক্তি, অসমৰ ৰাইজে নিজৰ জাতীয় অনুষ্ঠান বুলি ইয়াক বিশেষ মৰ্যাদা দি আহিছে। কিন্তু ইয়াৰ আভ্যন্তৰীণ সকলো দায়িত্ব আপোনালোকৰেই। নিয়মাৱলী মতে সাহিত্য সভাৰ কৰ্মপালিকা অতি শক্তিশালী, কিন্তু সেই শক্তিৰ উৎস আপোনালোকেই। ৰাইজে সাহিত্য সভাক যি প্ৰশংসা বা সমালোচনা কৰে তাৰ কাৰণ আৰু উত্তৰদায়ী দৰাচলতে আপোনালোকেই। সেইবাবে মই সাংগঠনিক বিষয়কে ধৰি কেইটামান কথা আপোনালোকৰ আগত ক'ব খুজিছোঁ চিন্তা কৰি চাবৰ বাবে। যোৱা ৭২ বছৰে ৫৫ খন অধিবেশনত অসমৰ গুণী-মানী ব্যক্তিসকলে সভাপতিৰ আসনৰপৰা বহুতো আঁচনি দাঙি ধৰিছে, তাৰে কিছু কাৰ্যকৰীও হৈছে, কিছু ঠিকমতে হোৱা নাই। মই কিবা নতুন আঁচনি দি আপোনালোকক আৰু সভাক অযথা ভাৰাক্ৰান্ত কৰিব খোজা নাই, মই কেৱল অসমীয়া গণসমাজৰ সাম্প্ৰতিক ভাৱধাৰাৰ লগত সংগতি ৰখাকৈ কিছু যুকুতি খুজিছোঁ।

১। গ্ৰন্থ প্ৰণয়ন আৰু গ্ৰন্থ প্ৰকাশৰ আঁচনি অসম সাহিত্য সভাই যথেষ্ট দায়িত্বৰে পালন কৰি আহিছে বুলি স্বীকাৰ কৰিবই লাগিব। সৃষ্টিশীল সাহিত্যিকৰ মূল্য থাকিলেও, সৃষ্টিমূলক ৰচনাৰ প্ৰকাশক হোৱাটো সাহিত্য সভাৰ বাবে বৰ প্ৰয়োজনীয় নহয়। বিশেষ আঁচনিৰ ওপৰত ভিত্তি কৰিয়েই সাহিত্য সভাই আলোচনাত্মক গ্ৰন্থ, শিশুৰ উপযোগী কিতাপ বা অন্যান্য প্ৰয়োজনীয় পুথি-পত্ৰ প্ৰকাশ কৰে। অসমৰ লিপি, অসমৰ জনজাতি আদিৰ বিষয়েও সভাই পুথি-পাঁজি লেখাইছে, প্ৰকাশ কৰিছে। কিন্তু আঁচনিসমূহ প্ৰস্তুত কৰোঁতে এটা কথা মন কৰিব লাগিব যাতে কোনো আবেগিক বা সাময়িক বা ক্ষণস্থায়ী প্ৰয়োজনত সভাৰ কৰ্মশক্তি ক্ষয় কৰা নহয়। কিন্তু সম্প্ৰতি সমস্যা হৈছে কিতাপ বিতৰণৰ, অৰ্থাৎ পাঠক সৃষ্টি কৰাৰ। উজনি অসমত অসমীয়া কিতাপৰ পাঠক কিছু আছে, কিন্তু নামনি অসমত কম বুলি দুই-এজন প্ৰকাশকে কোৱা শুনিছোঁ। সাহিত্য সভাৰ শাখাসমূহ এই ক্ষেত্ৰত তৎপৰ হ'ব পাৰে। শাখাই শাখাই একোটা পাঠাগাৰ ৰখা অসম্ভৱ হ'ব নেকি বাৰু? শাখাসমূহ সাহিত্য সভাৰ গ্ৰন্থ বিতৰণৰ (অৰ্থাৎ বিক্ৰীৰ) কেন্দ্ৰস্বৰূপেও ব্যৱহাৰ কৰিব পাৰি নেকি, সেইটোও পৰীক্ষা কৰি চাব পাৰি। পাঠকৰ অবিহনে গ্ৰন্থ প্ৰকাশনৰ দাবীৰ কোনো সাৰ্থকতা নাই, এই কথা আমি সমাজক বুজাব লাগিব। গ্ৰন্থ বিতৰণৰ অন্যান্য উপায়ো কাৰ্যনিৰ্বাহক সভাই স্থিৰ কৰিব পাৰে। আপোনা-লোকৰ সক্ৰিয় সহযোগ নহ'লে কোনো উপায় কাৰ্যকৰী নহ'ব।

২। সাহিত্য সভাৰ মেলামুখিতাৰ যে শুভ দিশ আছে সেইটো বহুতে এতিয়া উপলব্ধি কৰিছে। সাহিত্য সভাৰ লগত অনুষ্ঠিত গ্ৰন্থমেলাত আগ্ৰহী পাঠকে বিভিন্ন প্ৰকাশকৰ কিতাপ পায়। গ্ৰন্থমেলা বুলি এটা অনুষ্ঠান অসম প্ৰকাশন পৰিষদ আৰু অসম প্ৰকাশক সংঘই মাজে মাজে কৰে। অসম সাহিত্য সভাই অসমৰ বিভিন্ন চহৰ বা আঞ্চলিক প্ৰধান ঠাইত অস্থুইপীয়াকৈ হ'লেও একোখন গ্ৰন্থমেলাৰ আয়োজন কৰিব পাৰে। আপোনালোকে সাহিত্য সভাৰ কৰ্ম আঁচনিত এই কামটোও অন্তৰ্ভুক্ত কৰিবৰ বাবে অলপ হেঁচা দিব নেকি? ইয়াত মোৰো এটা ব্যক্তিগত মিহা আছে। মই উৎসৱ বৰ ভাল পাওঁ। আন জীৱজন্তুৱে উৎসৱ কৰিব নাজানে, মানুহেহে পাৰে। মানুহৰ সংস্কৃতিৰ লগত উৎসৱ সদায় জড়িত। মেলাবিলাক উৎসৱ হ'লেও তাৰ মাজে-দিয়েই বেহা-বেপাৰ আদিও আনন্দৰ মাজেৰে সিজে।

৩। জনজাতীয় লোকৰ বা ভাষাৰ লগত সংযোগ গভীৰ কৰাৰ কথাও বহুতকে

মুখত শুনা যায়। সেইটো অতি প্ৰয়োজনীয় কাম। কিন্তু জাতিক গৌৰৱ বা অহমিকাৰে তেনে সংযোগ সম্ভৱ নহয়। এই বিষয়ে মই মোৰ মূল ভাষণত কিছু কথা কৈছোঁ। সেইখিনি অলপ চালিজাৰি চাব। ভাষা এটা বাস্তৱ সত্য, জাতি এটা অনুমান বা ধাৰণা। জাতিৰ সংজ্ঞাৰ তলিখন ফুটা আৰু জাতিৰ সংজ্ঞাও মানুহে দি ওৰ পেলাব নোৱৰা হৈছেগৈ। গতিকে সকলো অস্তিত্বৰ ওপৰত মানৱীয় অস্তিত্বৰ গুৰুত্ব দিয়ক। পাৰ্থক্য বিচাৰি গ'লে দেখিব তাৰো সীমা নাই। প্ৰত্যেক ব্যক্তিয়েই পৃথক! এই ক্ষেত্ৰত অলপ নতুনকৈ ভাবিলে আমাৰ সকলোৰে শুভ হ'ব।

৪। ৰাজ্যভাষা, শিক্ষাৰ মাধ্যম আদি বহুতো সমস্যাৰ লগত সাহিত্য সভা জড়িত হৈ পৰাটো হয়তো স্বাভাৱিক। কিন্তু ভাষাৰ মূল বস্তু হ'ল তাৰ গ্ৰহণযোগ্যতা। কোনো প্ৰস্তাৱ চুক্তি ইস্তাহাৰেৰে তেনে গ্ৰহণযোগ্যতা সৃষ্টি কৰিব নোৱাৰি, পাৰি বিকাশেৰে; আৰু মাধ্যমৰ বাবেই মাধ্যম নালাগে, শিক্ষাৰ বাবেহে লাগে। অসমীয়া ভাষাক জ্ঞানৰ ভাষা, চিন্তাৰ ভাষা, মননৰ ভাষা কৰি তুলিলেই হয়তো সেই কাম সিজিব। 'প্ৰাণৰ ভাষা' বোলা আবেগটোৱে যে বৃহত্তৰ সমাজত অসুবিধা সৃষ্টি কৰে সেইটোতো দেখিছেই। ইংৰাজী মাধ্যমৰ বিদ্যালয়বিলাকক 'কাঠফুলা'ৰ লগত বিজাই ইতিকিং বা ক্ষোভ প্ৰকাশ কৰি লাভ নাই! কাঠফুলা জীয়া গছত নগজে, পচা কাঠতহে গজে। ভাষা শিক্ষাৰ পদ্ধতিৰ উন্নতি কৰিবলৈ, বিজ্ঞানসন্মত যত্ন কৰাওক, শিক্ষা প্ৰতিষ্ঠানবিলাকক সেইমুখী কৰাওক—তেতিয়াহে হয়তো অসমীয়া ভাষা মাধ্যম ৰূপে কৃতকাৰ্য হ'ব পাৰিব।

৫। অসমৰ অৰ্থনৈতিক আৰু সামাজিক সমস্যাৰ লগত প্ৰত্যক্ষ সংযোগ থকাটো বহুতৰে ইচ্ছা। এইটো হৈছে 'সৰ্বাত্মক বিপ্লৱ'ৰ ধাৰণাৰ এটা অপপ্ৰয়োগ। বিষ্ণু ৰাভাই ষ্টেনগানেৰে গান গাব নোৱাৰে, তাৰ ছন্দও মৃত্যুবাহী। কিন্তু চিফুঙেৰেহে তেওঁ সুৰ তুলিব পাৰে। সাহিত্যৰ কৰ্ম সেই সুৰৰ কঁপনি তোলা। বাঁহ বিশেষেৰে বাঁহী সাজে, বাঁহ বিশেষেৰে লাঠি তৈয়াৰ কৰে। সাহিত্য বিজুলী বাঁহহে! জীৱনৰ কোনো দিশেই সাহিত্যৰ বহিৰ্ভূত নহয়, কিন্তু সাহিত্যৰ মাজত প্ৰতিফলিত কৰাটো লেখকৰ কাম, লেখকক সেই সাহিত্যিক কৰ্মলৈ উদ্বুদ্ধ কৰা। যিমান ধুনীয়া ভাষাৰে লেখা নহওক লাগে প্ৰস্তাৱ কবিতা হয় নে নহয় অলপ ভাবি চাব লাগে, আৰু স্লোগান গান হয় নে নহয় সেইটোৰ বিষয়ে মনত অলপ সন্দেহ ৰাখিব লাগে সাহিত্যকৰ্মৰ যোগেদিহে সাহিত্য সভাই নিজৰ প্ৰকৃত কৰ্ম সম্পাদন কৰিব পাৰে।

৬। বহুতো সাহিত্যিক সাহিত্য সভাৰপৰা আঁতৰি থাকে অথবা বহুতকে সাহিত্য সভাই গ্ৰহণ কৰিব নোখোজে বুলিও অনুযোগ শুনা যায়। প্ৰথম অনুযোগটো সত্য হ'লেও কোনো কথা নাই। অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত হোৱা-নোহোৱাটো কোনো ব্যক্তিৰ বা সাহিত্যিকৰ ব্যক্তি-স্বাধীনতা। মোৰ কথাই ধৰক, মই সাহিত্য সভাৰ লগত ইমান দিনে প্ৰত্যক্ষভাৱে যুক্ত নাছিলোঁ। কিন্তু সাহিত্য সভাৰ প্ৰতি মোৰ কোনো কালে অনীহা নাছিল। সাহিত্য সভাই যেতিয়াই মোৰ কিবা প্ৰয়োজন বোধ কৰিছে গৈছোঁ, পাৰিলে কাম কৰিছোঁ। সাহিত্য কৰ্ম সমাজৰ কৰ্ম হ'লেও সাহিত্যিকৰ কৰ্ম ব্যক্তিগত। সাহিত্যিকে অকলেই লেখে। সেইবুলি তেওঁলোকে স্বগতোক্তিও নকৰে, সমাজৰ লগতেই সংযোগ স্থাপন কৰে— এই কথা মানিলে সাহিত্যিকসকল সভালৈ অহা-নহাটো অপ্ৰাসংগিক কথা। কিন্তু যদি সাহিত্য সভাৰ সভ্যসকলে কোনো যোগ্য ব্যক্তিক প্ৰৱেশৰ অধিকাৰ দিব নোখোজে—সেইটো অতি ভয়ংকৰ গোচৰ। সাহিত্যিক মূল্যবোধৰ ধাৰণা নথকা আবেগ পৰায়ণ সভ্যৰদ্বাৰা সাহিত্য সভা অধিকৃত হ'লেহে তেনে অৱস্থা হয়। তেনে অৱস্থা হোৱাটো অসম্ভৱ নহয়। সেইবাবে আমি সাহিত্যিক মূল্যমানক কি অধিকাৰ দিও সেইটোৰ বিষয়ে অলপ আত্মানুসন্ধান কৰিবলগীয়া হ'ব। এই বিষয়ে আন এটা দফাত মই আৰু কিছু কথা ক'ম।

৭। গোটেই বছৰ নিষ্ক্ৰিয় হৈ থাকি মূল সভাৰ সময়ত প্ৰতিনিধি নিৰ্বাচনৰ ক্ষেত্ৰতহে শাখা সভাবিলাক তৎপৰ হয় বুলিও এটা অভিযোগ শুনা যায়। এইটো সঁচা হ'লে কথাটো বৰ আদৰ্শনীয় নহয়। কিন্তু সাহিত্য সভাই দিব পৰা মৰ্যাদাবোধৰ আশাৰপৰাই হয়তো এই কথাটো প্ৰবল হৈছে। শাখাবিলাক নামত শাখা হ'লেও প্ৰকৃততে এইবিলাক সাহিত্য সভাৰ শিপাহে। শিপাই গছজোপাক জীৱনীশক্তি দিয়াৰ লগে লগে থিকৈও ৰাখে। মই আগতে কোৱা কথাখিনিৰ বাহিৰেও আন কি ধৰণে আপোনালোকৰ সাহিত্য অনুৰাগ প্ৰকাশ কৰিব পাৰে তাক চিন্তা কৰক। সাহিত্যৰ পাঠক হোৱাটোও সাহিত্য কৰ্ম, সেইটো মনত ৰাখক।

৮। (ক) অৰ্থনৈতিক অৱস্থিতি ব্যক্তি বা প্ৰতিষ্ঠানৰ ক্ষেত্ৰত ভাবিবলগীয়া বিষয়। সাধাৰণভাৱে অৰ্থনৈতিক আত্মনিৰ্ভৰতা নাথাকিলে ব্যক্তি বা প্ৰতিষ্ঠানৰ বিকাশ আৰু বৈশিষ্ট্য ৰক্ষা নপৰে। দাৰিদ্ৰ্যদোষ গুণৰাশিনাশী বুলি কোৱা হয় —আৰু প্ৰয়োজনৰ অতিৰিক্ত সম্পদকো চৰিত্ৰনাশী বুলি ক'ব পাৰি। সাহিত্য সভাৰ গৌৰবপূৰ্ণ এটা সময়ত ই আৰ্থিকভাৱে টনকিয়াল নাছিল। নিৰ্বাচিত

উদ্দেশ্যৰে লাভ কৰা ধন নির্ধাৰিত কাৰণেই ব্যয়িত হৈছিল। যেনে—চন্দ্ৰকান্ত অভিধান, চন্দ্ৰকান্ত হল, ভগৱতীপ্ৰসাদ বৰুৱা ভৱন ইত্যাদি। খিলং অধিবেশনৰ পৰা শাসনযন্ত্ৰ ইয়াৰ প্ৰত্যক্ষ পৃষ্ঠপোষকৰ দৰে হয়। জনপ্ৰিয় চৰকাৰে লোকহিতকৰ সংস্থাৰ লগত যোগ দিব, ই স্বাভাৱিকেই। কিন্তু তেতিয়াৰেপৰা ই একপ্ৰকাৰে পৰাশ্ৰয়ী যেনেই হৈ পৰিল নেকি?

এবাৰ নে দুবাৰ শাসকগোষ্ঠীৰ অপ্ৰিয়ভাজন হ'বলগীয়া হৈ আকৌ বাইজৰ অৰিহণাৰ ওপৰত সভাই গুৰুত্ব দিবলগীয়া হ'ল। বৰ শুভ কাম আছিল সেইটো। ৰাইজৰ অকুণ্ঠ সঁহাৰিত (লগতে শাসনযন্ত্ৰৰ যোগাযোগত) সাহিত্য সভাৰ বছৰেকীয়া সভাখন হয়। দেখা গ'ল কোনো কোনো ক্ষেত্ৰত ধন বাহিও হ'বলৈ ধৰিলে। বাহি ধনখিনি য'ত বাৰ্ষিক অধিবেশন অনুষ্ঠিত হয়, সেই শাখা বা জিলাৰ সম্পত্তিৰূপেই গৃহীত হোৱা যেন হ'ল। তেওঁলোকে প্ৰায় স্বতন্ত্ৰীয়াভাৱেই সেই ধনেৰে গৃহ নিৰ্মাণ আদিত সেই ধন ব্যৱহাৰ কৰিবলৈ ধৰিলে। কিন্তু সাধাৰণ আৰ্থিক ব্যৱহাৰবিধি অনুযায়ী যি কামৰ কাৰণে ধন পোৱা হয় তাৰ সলনি আন কাৰ্যত ব্যয় কৰাটো সুস্থ ব্যৱস্থা নহয়। টলষ্টয়ৰ 'ভূত পোৱালি আৰু খেতিয়কৰ কটি' সাধুটো মনত পৰি গ'ল। বাহি হোৱা ধনৰ ব্যৱহাৰ নজনাৰ বাবেই খেতিয়কৰ কি দশা হৈছিল জানেই।

(খ) সাহিত্য সভাৰ আৰ্থিক দুৰ্যোগৰ সময়ত এজন ভৱিষ্যদৰ্শী সভাপতিৰ প্ৰযত্নত 'জাতীয় ন্যাস পুঁজিৰ প্ৰৱৰ্তন কৰা হয়। সেই পুঁজিৰ সুতৰপৰাই ভৱিষ্যতে সভাৰ বছৰেকীয়া অধিবেশন আদি চলোৱাৰ কথাও চিন্তা কৰা হৈছিল বুলি শুনিছোঁ। কিন্তু সেই পুঁজি গঠনৰ কাম অতি মহৰ বা শ্লথ হৈছে বুলিয়েই আমাৰ ধাৰণা। সেই পুঁজিটো উপযুক্ত হ'লে এতিয়া বাৰ্ষিক অধিবেশনৰ বাবে গোটেই অসমজুৰি কৰা পুঁজি সংগ্ৰহ অভিযানৰ প্ৰয়োজন নহ'লহেঁতেন। গতিকে যাৱতীয় খৰচ বাদে সংগৃহীত সকলো ধন ন্যাস পুঁজিলৈ যোৱাটোহে সমীচীন। এতিয়াৰ বিটো এড্ হক ব্যৱস্থা এটা প্ৰস্তাৱযোগে লোৱা হৈছে সেইটো বৰ উপযুক্ত হোৱা নাই। গোটেই অসমত ধন সংগ্ৰহ কৰা হ'লে সেইটো গোটেই সাহিত্য সভাৰ হৈ কৰা উচিত। তেতিয়াহে সাহিত্য সভাখন অন্যৰ মুখাপেক্ষী নোহোৱাকৈ চলিব পাৰিব। মাজে মাজে মনত খু-দুৱনি লাগে সভাৰ স্থান নিৰ্বাচন বৈ ইমান আগ্ৰহ কিয় দেখুওৱা হয়—সেই কথা ভাবি। এইবোৰ মোৰ দুৰুজি চিন্তাহে, আশাকৰোঁ কোনো ব্যক্তি বা শাখাই তেওঁলোকৰ প্ৰতি ইংগিত কৰা বুলি ন্যাভাবিব।

ৰাহি ধনৰ বিষয়ে মোৰ মন্তব্যও একেবাৰে নৈতিক দৃষ্টিকোণৰ পৰাহে কৰা। ধন ৰাহি হোৱাটো ভাল কথা বুলিয়েই সাধাৰণতে ভবা হয়; কিন্তু তাৰ ব্যৱহাৰৰ ক্ষেত্ৰত নৈতিক মূল্যবোধৰ প্ৰয়োজন নথকা নহয়।

৯। সভাপতি বা কাৰ্যনিৰ্বাহক সভাৰ কাৰ্যকালৰ কথাটো বহু-বিতৰ্কিত। সাহিত্য সভাৰ বৰ্তমান নিয়মাৱলী অনুসৰি সভাপতিসকলেও কাৰ্যনিৰ্বাহক সমিতিৰ একবছৰীয়া কাৰ্যকাল বিভিন্ন কাৰ্যসূচীৰ বাবে যথোপযুক্ত নহয় বুলি সেই কাৰ্যকাল অন্ততঃ দুবছৰীয়া কৰাৰ পক্ষে বহুতে মত পোষণ কৰে। কিন্তু সেই কাৰ্যকাল বৃদ্ধিত বিশেষ কোনো গুণগত তাৰতম্য হোৱাৰ সম্ভাৱনা দেখা নাযায়। তদুপৰি, পঞ্চায়তৰ আইন অনুসৰিও বছৰেকীয়া অধিৱেশন পাতিব লাগে। তাকে নকৰিলে ন্যস্ত স্বাৰ্থই খোপনি পুতি লোৱাৰ সম্ভাৱনাও দূৰ কৰিব নোৱাৰি। সম্ভৱতঃ সেই কাৰণেই সাহিত্য সভাৰ প্ৰধান সম্পাদকজন তিনিবাৰতকৈ অধিকবাৰ নিৰ্বাচিত হ'ব নোৱাৰিব বুলি সভাৰ নিয়মাৱলী এবাৰ সংশোধন কৰা হৈছে। আনহাতে আকৌ প্ৰতি বছৰে সভাৰ কাৰ্যনিৰ্বাহক সমিতি সম্পূৰ্ণৰূপে পৰিৱৰ্তিত হোৱাৰ বাবে সাহিত্য সভাৰ চৰিত্ৰই পৰিৱৰ্তিত হৈ যায়। সাহিত্য সভাৰ মৌলিক পৰম্পৰাও আড়ষ্ট হোৱাৰ আশংকাও তেনে ক্ষেত্ৰত নোহোৱা নহয়। তদুপৰি বিশেষ দীৰ্ঘম্যাদী আঁচনিসমূহো ব্যাহত হয়—মুঠতে সাহিত্য সভাৰ পৰম্পৰাৰ ধাৰাবাহিকতা ৰক্ষা নপৰাৰ সন্দেহো যেন অমূলক নহয়, তেনে লাগে। গতিকে এই ক্ষেত্ৰত মৌলিক প্ৰয়োজনটো হ'ল সভাৰ কাৰ্যক্ৰমত আৰু বিকাশিত পৰম্পৰা আৰু গতিশীলতাৰ সমন্বয় সাধন। সভাপতিৰ কাৰ্যকাল বঢ়াই দিয়াটোৱে তাত একো অৰিহণা নোযোগাবও পাৰে। স্থায়ী সচিবালয় স্থাপনৰ (Permanent Secretariat) কথা ভাবিব পাৰি, কিন্তু সি ব্যয়-সাপেক্ষ, তাৰ বাবে সাহিত্য সভাৰ পুঁজি নাই আৰু হোৱাটো সম্ভৱো নহয়। তাতোকৈ ডাঙৰ কথা হ'ব, তেনে কৰিলে সভাৰ মাজলৈ এটা অগণতান্ত্ৰিক ব্যৱস্থাৰ আমদানি কৰাহে হ'ব। কাৰ্যনিৰ্বাহকৰ কাৰ্যকাল বৃদ্ধি কৰিলে বৰ্তমানৰ প্ৰয়োজনীয় গতিশীলতা ব্যাহত হ'ব; হয়তো ন্যস্ত স্বাৰ্থৰ সৃষ্টি হোৱাটোও অকল্পনীয় নহয়। সেই কাৰণেই নিয়মাৱলীত প্ৰধান সম্পাদকৰ কাৰ্যকাল নিয়ন্ত্ৰিত কৰা হৈছে। অসম সাহিত্য সভাৰ সভাপতিৰ আসনখন ৰজাচকীতকৈ সন্মানৰ আসনহে মোৰ ধাৰণা, সভাপতিসকলৰ পৰা সভাই দৈনন্দিন কাৰ্যকলাপতকৈ দিগ্‌-প্ৰদৰ্শনৰ ক্ষমতাহে বেছি আশা কৰে। একোজন [illegible] [illegible] সাহিত্য-কৰ্ম আৰু সাহিত্য-চিন্তাৰ ভিত্তিতেই সভাপতিৰ নিৰ্বাচন

অনুষ্ঠিত হয়। তৎকালীন আবেগিক মনোভাবৰ ফলত সভাপতি হোৱাজনে, যোগ্যভাবে সভাৰ কাম কৰিলেও জনমানসত সাহিত্য স্বীকৃতি নাপাবও পাৰে। বাইৰেও সম্ভৱতঃ ভাষা-সাহিত্যৰ বিষয়ে চিন্তা কৰা মানুহ একনৰপৰা 'এখন ভাল ভাষণ' পোৱাটোকে আশা কৰে, আৰু আশা কৰে কিবা নতুন সময়োপযোগী বাস্তৱ আঁচনি। বহুতে বছৰেকীয়া অধিবেশনখনো অপ্ৰয়োজনীয় বুলি মত প্ৰকাশ কৰে। তাৰ ব্যয়বাহুল্যতাৰ কথা কয়। কিন্তু উৎসৱৰ (ritual) প্ৰয়োজনীয়তা নুই কৰাটোও সম্ভৱ নহয়। সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনত সাহিত্যৰ মেলাখনৰ সাৰ্থকতাৰ কথাও হয়তো আছে। গতিকে সভাপতি বা কাৰ্যনিৰ্বাহকৰ কাৰ্যকাল বৃদ্ধিৰ কথা স্থগিত কৰি সমস্যাটো আন ধৰণে চাবলৈ চেষ্টা কৰিছোঁ।

বিশ্লেষণ কৰিলে দেখা যায়, বাইজে সাহিত্য সভাৰ এটা স্থায়ী অথচ গতিশীল চৰিত্ৰ হোৱাটো বাঞ্ছা কৰে। এই উদ্দেশ্যেৰে কাৰ্যনিৰ্বাহকৰ লগত কোনো সংঘাত নোহোৱাকৈ এখন পৰিষদ গঠন কৰিব পাৰি—য'ত গতিশীলতা আৰু স্থায়িত্বৰ সমন্বয় ঘটিব। ৯ জন বা ১২ জন পাৰ্ষদ বা পাৰিষদেৰে এই পৰিষদ গঠন হ'ব। তাৰে এক-তৃতীয়াংশ পাৰ্ষদ প্ৰাক্তন সভাপতি আৰু সাধাৰণ সম্পাদকৰ পৰা লোৱা হ'ব। সাহিত্য সভাৰ 'সংস্কৃতি'ৰ লগত থকা পূৰ্ব পৰিচয়ৰ হেতুকে সেই পৰিষদসকল সাহিত্য সভাৰ পৰম্পৰা ৰক্ষাত সহায়ক হ'ব। বাকী দুই-তৃতীয়াংশ সাহিত্য সভাৰ লগত বা সাহিত্য কৰ্মৰ লগত যুক্ত কৰ্মানুৰাগী, সাংগঠনিক গুণ সম্পন্ন লোক থাকিব। প্ৰতি দুই বা তিনি বছৰে এই পৰিষদৰ এক-তৃতীয়াংশ পাৰিষদে অৱসৰ ল'ব আৰু তেওঁলোকৰ ঠাই নতুন পাৰিষদে পূৰাব। পাৰিষদসকল নিৰ্বাচিত নে মনোনীত হ'ব সেইটো সভাই স্থিৰ কৰিব। দীৰ্ঘম্যাদী আঁচনিৰ ধাৰাবাহিকতা ৰক্ষা, সাহিত্য সভাৰ পাৰম্পৰিক মৰ্যাদা ৰক্ষা আৰু গতিশীল চিন্তাধাৰাৰ এইদৰে এটা সমন্বয় সাধন হ'ব পাৰে। এইদৰে সাহিত্য সভাৰ গঠনত এটা স্থায়ী অথচ গতিশীল ৰূপ থাকিব।

এইখিনিতে নিয়মাৱলী সংশোধনৰ প্ৰয়োজন হ'ব নিশ্চয়। ১৯৯০ চনত হ'বলগীয়া নিয়মাৱলী সংশোধনৰ ক্ষেত্ৰত এই ব্যৱস্থাৰো অন্তৰ্ভুক্তি হ'ব পাৰে, আপোনালোকে ইচ্ছা কৰিলে। অথবা এটা কাৰ্যকৰী প্ৰস্তাৱেৰেও পৰীক্ষামূলকভাৱে ব্যৱস্থা কৰি চাব পাৰি হয়তো। প্ৰথমতে আঁচহুৱা যেন লাগিলেও এই ব্যৱস্থাৰে সমাজে বিচৰা এটা চৰিত্ৰ আৰু কাৰ্যকৰী শক্তি সাহিত্য সভাই পাব পাৰে।

১০। নিয়মাৱলী অনুসৰি সাহিত্য সভা ঘাইকৈ ওচৰীয়া আৰু অসমীয়া সাহিত্যৰ সকলো দিশ সামৰি লোৱা প্ৰতিষ্ঠান। থলুৱা অন্যান্য ভাষা-সাহিত্যৰ কাম হাতত লোৱাটোও নিয়মাৱলীৰ অন্তৰ্ভুক্ত। কিন্তু অসমীয়া-ভাষীৰ চিন্তা আৰু সিদ্ধান্ত কোনো কোনো থলুৱা ভাষা গোষ্ঠীৰ আত্মচিন্তাৰ পৰিপন্থীও হৈ পৰিব পাৰে। সেইবাবে অসমৰ থলুৱা অন্যভাষী জনগোষ্ঠীৰ ভাষাসভা বা সাহিত্য সভাৰ লগত যৌথভাৱে সাহিত্য কৰ্মত ব্ৰতী হ'ব পৰাৰ বাবেও সভাৰ দুৱাৰখন মুকলি কৰি ৰাখিব লাগে। কেৱল এটা কথা মনত ৰাখিব লাগিব, একমাত্ৰ সাহিত্য-সংস্কৃতিৰ বাহিৰে যেন তাক আন ক্ষেত্ৰলৈ লৈ যোৱাৰ কথা ভবা নহয়।

বন্ধুসকল,

এইবোৰ কোনো প্ৰস্তাৱ নহয়, কেৱল মুকলি চিন্তাহে। এইবোৰ মানি লোৱা বা নোলোৱা আপোনালোকৰ ইচ্ছাধীন। ইতিমধ্যে সভাত গৃহীত আপোনালোকৰ প্ৰস্তাৱসমূহ কাৰ্যকৰী কৰাত মই যিখিনি পাৰোঁ চেষ্টা কৰিম। মই মাত্ৰ কেইটিমান দিহা-ভাৱনাৰ কথাহে আপোনালোকৰ আগত ব্যক্ত কৰিছোঁ। ভৱিষ্যতৰ কাৰ্যপন্থাত আপোনালোকে এইবোৰৰ সম্ভৱতা-অসম্ভৱতা, প্ৰয়োজনীয়তা-প্ৰয়োজনহীনতা—এইবোৰ কথা বিচাৰ কৰিব। মই পোনপটীয়াভাৱে যিখিনি কথা মনলৈ আহিছে তাকেই অকপটে কৈছোঁ। কাৰো মনত দুখ দিয়া মোৰ উদ্দেশ্য বা ইচ্ছা নহয়। অন্ততঃ অহা এটা বছৰ আপোনালোকৰ লগত মই সক্ৰিয়ভাৱে থাকিব লাগিব। মই আপোনালোকলৈ মোৰ বন্ধুত্বৰ হাত আগবঢ়াই দিছোঁ, আপোনালোকে সেই হাত হাতত লৈ মোক আবদ্ধ কৰক! সাহিত্য সভাৰ কল্যাণৰ যোগেদি সাহিত্যৰ কল্যাণ হওক, সাহিত্যৰ কল্যাণৰ মাজেদি মানুহৰ কল্যাণ হওক। সব্বে সত্তা ভৱন্তু সুখিতত্তা।

# পতাকা উত্তোলনৰ ভাষণ

—মহিম বৰা

সমবেত সুধীবৃন্দ, আইসকল, মাননীয় প্ৰতিনিধিবৰ্গ, ছাত্ৰ-ছাত্ৰী বন্ধুসকল, কণ কণ মইনাহঁত, আদৰণী সমিতিৰ সভাপতি ডাঙৰীয়া, সম্পাদক প্ৰমুখ্যে কৰ্মকৰ্তা-সকল আৰু সদস্য-সদস্যাসকল।

জয়-জয়ন্তে এই পতাকাৰ তলত সমবেত ৰাইজলৈ সশ্ৰদ্ধ অভিবাদন জনালোঁ।

অসম সাহিত্য সভাৰ এই মহান পতাকাৰ তলত অসমৰ বিভিন্ন অঞ্চলৰ দেশপ্ৰেমী সাহিত্যপ্ৰেমী ৰাইজ, ভাষাৰ নামত, সাহিত্যৰ নামত, একত্ৰিত হৈছোঁহি আমাৰ এই পতাকাক অভিবাদন জনাবলৈ। আজি অসম সাহিত্য সভাই, সভাৰ ৫৬তম অধিবেশন বিশ্বনাথ চাৰিআলিৰ কমলাকান্ত ক্ষেত্ৰত অনুষ্ঠিত কৰিছে। মহৰ্ষি কমলাকান্ত অগ্নিকবি নামেৰে সুবিখ্যাত যদিও তেখেতৰ নিজা দাৰ্শনিক চিন্তাধাৰাৰেও আমাৰ সাহিত্যৰ চিন্তামূলক দিশটোক চহকী কৰি গৈছে। এই মহান দেশপ্ৰেমিক কবিজনাই দেশৰ ৰাইজক জগাবলৈ অনলবৰ্ষী ভাষাৰে কবিতা ৰচনা কৰি গ'ল—মিকুৰাৰ দি গ'ল আমাক:

'ঠিক অসমীয়া মানুহ নহয়
অসম শ্মশান মোহে কোনে কয়' বুলি।

সেই সময়ৰ দেশপ্ৰেমিক কবিসকলৰ কবিতাই আহে আহে হ'লেও আমাৰ মাজত জাগৰণৰ সৃষ্টি কৰিলে, যথাযুথ ভাষা-সাহিত্য আৰু দেশবাসীক আগবাঢ়ি যোৱাত প্ৰেৰণা দিলে। সেই বৰেণ্য কবিজনাক বিশেষভাৱে সোঁৱৰণ কৰাৰ সুযোগ বিশ্বনাথ চাৰিআলিৰ ৰাইজে অসমক দিয়াৰ বাবে তেওঁলোকসকল ৰাইজৰ শলাগৰ পাত্ৰ।

বৰ্তমান ৭৩ বছৰত ভৰি দিয়া অসম সাহিত্য সভাৰ যোৱা বছৰটোৰ সভাপতিৰ গুৰুভাৰধৰ এই অভাজনৰ কান্ধত তুলি দিয়াৰ লগে লগে নিজৰ অযোগ্যতাৰ কাৰণে মোৰ বাবিৰ টোপনি আৰু পেটৰ ভোকো নাইকিয়া হ'ল। দায়িত্বৰ বোজা কঢ়িয়াই দৈ মূলা কিমান মনপাৰ কথা তাক অসম সাহিত্য সভাৰ

কেন্দ্ৰত প্ৰতি বছৰে কেৱল সভাপতি আৰু প্ৰধান সম্পাদকজনৰ বাহিৰে আনে সম্পূৰ্ণ উপলব্ধি কৰিব নোৱাৰে। অসম সাহিত্য সভা কেইজনমান সাহিত্যিকৰ মাত্ৰ অনুষ্ঠান নহয়, ই অসমৰ অগণন জনগণৰ অনুষ্ঠান। এই সভা কেৱল সাহিত্য বিষয়ক অনুষ্ঠানেই মাত্ৰ হৈ থকা নাই, ই এতিয়া ভাষাৰো অনুষ্ঠান হৈ পৰিছে। মুঠতে, এই সভা আমাৰ সকলো ভাষাগোষ্ঠীৰে উমৈহতীয়া মঞ্চ হৈ পৰিছে।

অসম সাহিত্য সভা এক মহান জাতীয় অনুষ্ঠান বুলি ক'লেও ইয়াৰ মহত্ব বা বিশালত্বৰ প্ৰকাশ নহ'ব, ই এক 'মহাজাতীয় অনুষ্ঠান' হৈ পৰিল। সভাপতি-জন ব্যক্তিবিশেষে মোৰ দৰে এজন এলাইবাহু হ'লেও সভাপতি হিচাপে ৰাইজৰ অতি আদৰৰ, অতি আপোন অন্তৰংগ মানুহ হৈ পৰে। ব্যক্তিগত, পাৰিবাৰিক জীৱনৰ দুখ-বেদনা-যন্ত্ৰণাৰ কাহিনীও সভাপতিজনক জনাই অকণি শান্তি লাভ কৰাৰ দৃষ্টান্ত মোৰ হাতত আছে। মাজুলীৰ এজন ডেকা—যিজনে যোৱা দুবছৰীয়া আন্দোলনত বহু কষ্ট নিৰ্যাতন ভোগ কৰিলে, চৰকাৰ গঠিত হোৱাৰ পিছত তেওঁৰ সহকৰ্মীসকলে তেওঁক সম্পূৰ্ণ পাহৰি পেলালে—এনে বেদনাভৰা চিঠিও সভাপতি হিচাপে মই পাইছোঁ। "আমাক দয়া কৰক আপোনালোকে এবাৰ আমাৰ অঞ্চল ভ্ৰমণ কৰক"—এনে আকুলভাৱে প্ৰধান সম্পাদকক আঁকোৱালি ধৰা বিভিন্ন জনগোষ্ঠীয় নেতৃস্থানীয় লোকৰ আহ্বানত সঁহাৰি দিব লগা হৈছে এই সাহিত্য সভাৰ বিভিন্ন জনগোষ্ঠীৰ ভাষাৰ উমৈহতীয়া মঞ্চখনে। বানপানীত ডুবলা হোৱা অঞ্চলটোৰ দুখ-বাতৰিৰ কথা বৰ্ণনা কৰি হাইস্কুলীয়া ছাত্ৰ এজনে লিখা চিঠিও সভাপতিলৈ আহিছে। বৰকাদুলিৰ ২৮টা (দুজনৰ একেলগে) কবৰত গৈ মৌন সমবেদনা জনাই সেই কবৰত কবৰস্থ হোৱা গৃহস্থৰ পোহনীয়া, অনাহাৰে তিনি-চাৰিদিন কবৰলৈ চাই পৰি থকা কুকুৰটোকো সমবেদনা জনাবলগীয়া হোৱা পৰিস্থিতিও সাহিত্য সভাৰ সভাপতি-সম্পাদকসকলৰ হৈছে। ঘৰ-বাৰী নিশ্চিহ্ন হৈ, খোৱাপানীও বিষাক্ত কৰা পৰিয়ালক আহি শিবিৰ, পাঁৰত, গৃহত পাইছোঁ—য'ত তিৰোতাসকল [illegible], অ'বা-হোৱাৰী অৰ্দ্ধনগ্ন আৰু অৰ্দ্ধভুক্ত, ৰোগগ্ৰস্তা, একমাত্ৰ পুত্ৰহাৰা, পিতৃ-মাতৃ-স্বামীহাৰা, গৃহহাৰা সেই চকুৰ পানীৰ লগত আমাৰো চকুৰ পানী যোগ দিছিলোঁ—কাৰণ, কাৰো চকুৰ পানী মচি দিয়াৰ ক্ষমতা আমাৰ নাই, আমি অতি অসহায়—ঈশ্বৰেহে এই চকুপানী মচিব পাৰিব। মুঠতে জীৱনৰ [illegible] আত্মকেন্দ্ৰিকতাৰ পৰা এটা বহল মুকলি আকাশৰ তলত [illegible] [illegible], [illegible] বিভিন্ন জীৱন-ধাৰাৰ লগত আমাক পৰিচিত হ'বলৈ [illegible]

অকিঞ্চনৰ জীৱন ধন্য হ'ল। মধুপুৰৰপৰা একেবাহে বাহুত নগাপাহাৰ-মণিপুৰলৈকে এই চাৰি ৰাজ্যক স্পৰ্শ কৰাকৈ ভ্ৰমণ কৰি বিচিত্ৰ জনগোষ্ঠীৰ বিচিত্ৰ সাজ-পাৰ, বৈশিষ্ট্য চাই, অকৃত্ৰিম স্নেহ-প্ৰীতি লাভ কৰিবলৈ পাই মোৰ নিজৰ জীৱনৰ ওপৰত থকা বহুখিনি অভিযোগ আঁতৰ হ'ল।

আমাৰ কাৰ্যকালত এনে একোটা সময় গৈছে—য'ত প্ৰধান সম্পাদকসহ আমি একে জেঠাৰিয়ে দুসাজ ভাত বা চাহ একাপো খাবলৈ সময়-সুবিধা পোৱা নাছিলোঁ—সময় ৰক্ষা কৰিবলৈ গৈ যানপানীৰ কাৰণে মাটি কঢ়িওৱা ট্ৰাকত উঠি সভাস্থানত উপস্থিত হ'ব লগা হৈছিল। অসম-অৰুণাচলৰ সীমা কোকিলা মিজন বজাৰলৈ অসমৰ ভাষা-সাহিত্যৰ অনুষ্ঠানৰ সভাপতি সাধাৰণ সম্পাদক প্ৰমুখ্যে প্ৰতিনিধিবৰ্গৰ লগত আমি ২২ কিল'মিটাৰ দুপৰৰ প্ৰখৰ ৰ'দত লযোঙ্গ-ভোকে খোজ কাঢ়ি অহা-যোৱা কৰিব লগা হৈছিল গোঁহাই কমল আজিৰ ওপৰেদি—য'ত গহপুৰৰ তগনীয়া বড়ো বাইজৰ জন-সমাবেশত বক্তৃতা দিব লগা হৈছিল। তেখেতসকলৰ নেতৃস্থানীয় লোকসকলে আমি যোৱাৰ খবৰ বাটকৰা লোকৰ মুখেদি শুনি আমাৰ দলটোক প্ৰায় দুই কিল'মিটাৰ দূৰৰ পৰা আদৰি নিছিল—য'ত আনকি চৰকাৰী বাহনো সাহায্য দিবলৈ সোমাব পৰা নাছিল। আনহাতে, অসম সাহিত্য সভাৰ আৰ্থিক সামান্য দানো তেখেতসকলে আনন্দেৰে গ্ৰহণ কৰিছিল—লগতে বড়ো সাহিত্য সভাৰো। আমাৰ দলত যোৱা সভাৰ কাৰ্যনিৰ্বাহকৰ একমাত্ৰ মহিলা সদস্যা এগৰাকীয়ে ভৰিৰ বিষত খোজ কাঢ়িব নোৱৰা অৱস্থাত বড়ো যুৱকহঁতে এজনে চাইকেলৰ কেৰিয়াৰত বহুৱাই নিছিল। সাহিত্য সভাৰ এই মঞ্চৰ প্ৰতি বাইজৰ আগ্ৰহ কেনে শ্ৰদ্ধেয় শ্ৰোতামণ্ডলীয়ে নিশ্চয় উপলব্ধি কৰিব পাৰিছে।

আমাৰ বিপদসংকুল আৰু শাৰীৰিক যন্ত্ৰণাপূৰ্ণ যাত্ৰাৰ আন এটা উদাহৰণ হ'ল—উত্তৰ লখীমপুৰৰ বেমাজী পাৰ হৈ আন এটা সীমান্ত চিমন-চাপৰি ভ্ৰমণ। পিছিং জাবাত চিমন মানে পহু। সময়ৰ মঞ্চৰ এই দলৰ একমাত্ৰ মহিলা সদস্যা শ্ৰীমতী সুপ্ৰভা যেথিয়ে ধৈৰ্য আৰু সাহসেৰে অকলেই গাঁৱৰ ভিতৰলৈ সোমাই গৈ গাঁৱৰ সিটো মূৰত গোট খাই থকা বড়ো মহিলাসকলক অসম সাহিত্য সভা আৰু বাকী সাহিত্য সভাসমূহৰ হৈ জয়ধ্বনি দিয়াই সভাৰ স্থানলৈ আনি আমাৰ চলি থকা বিৰাট জনসভাখনলৈ হঠাৎ আহি পৰা এক ছবিৰ মুহূৰ্তক তৎকালেই স্বাভাৱিক আৰু সহজ কৰি পেলোৱাত যি ৰঙওণি আগবঢ়ালে সেই ঘটনা মোৰ কাৰণে চিৰস্মৰণীয় হৈ ৰ'ব। মাত্ৰ এসপ্তাহ বহুদিন মানৰ আগতে

পুলিচৰ লগত হোৱা সংঘৰ্ষত নিহত-আহত হোৱা সেই অঞ্চলটোৰ পৰিস্থিতি গোমা আৰু ভিতৰি উত্তপ্ত হৈ থকা অৱস্থাত যি কোনো মুহূৰ্ততে বড়ো আৰু মিছিঙৰ কিছু সংখ্যকৰ মাজত সংঘৰ্ষ অৱশ্যম্ভাৱী হৈ পৰা অৱস্থাত আমাৰ উপস্থিতিয়ে সেই আসন্ন সংকটৰ মুহূৰ্তটো নিষ্ক্ৰিয় কৰিব পাৰিলে বুলি আমি নিশ্চয় গৌৰৱ কৰিব পাৰোঁ। আমাৰ প্ৰধান সম্পাদক শ্ৰীসতীশ চন্দ্ৰ চৌধুৰীয়ে আন ঠাইত কৰাৰ দৰেই আমাৰ লগত যোৱা প্ৰত্যেক ভাষাগোষ্ঠীৰ সভাপতি-সম্পাদকসকলৰ লগত ৰাইজক আনুষ্ঠানিকভাৱে পৰিচয় কৰি দিয়াৰ মুহূৰ্তত এজন বড়ো ডেকা শিক্ষকে আবেগ-বিহ্বল হৈ কৈ উঠিছিল: "গোটেই অসমখনেই আমাৰ মাজলৈ উঠি আহিছে।" মোৰ ভাব হৈছিল যেন অসমবাসী সমূহ ৰাইজে তেওঁৰ কণ্ঠইদি চিঞৰি উঠিছে, যেন এই ইংগিতেই দিছে, আমি ভাই-ভাইৰ মাজত কন্দল কৰিছোঁ কিয়, আমি কিয় এই সমন্বয়ৰ বাট এৰি অবাটে যাব খুজিছোঁ!

মন কৰিবলগীয়া এয়ে যে আমি এই অঞ্চল আৰু কোকিলা অঞ্চললৈ লগত পুলিচ এছক'ৰ্ট নিয়া নাছিলোঁ।

পশ্চিমে কোক্ৰাঝাৰ, চিদ্লি, গোসাঁইগাঁও, চাৰ্কংগুৰিৰ পৰা বৰপেটা জিলাৰ জালাহৰ ভিতৰুৱা অঞ্চল, নলবাৰী জিলাৰ মহলপুৰ, বাক্সা প্ৰমুখ্যে বিভিন্ন সংঘৰ্ষ পীড়িত অঞ্চল, মংগলদৈ, ওদালগুৰি, তেৰগাঁও, বৌতা, কুকুৰকুঁকা, গেকৰা আদি ঠাই, পানেৰি আদিৰ মৰিশালী হৈ পৰা গাঁও-ভূঁই, খহীদ শৰৎ বাভাৰ গাঁও, মোৰামাৰি, ৰাভাগাঁও, গহপুৰ, বিহগুৰি অঞ্চলৰ বিভিন্ন আশ্ৰয় শিবিৰসমূহ আমাৰ দলটোৱে প্ৰকৃত অৰ্থত মৃত্যু গছকি ফুৰি ৰাইজক সাহস আৰু সান্ত্বনাৰ বাণী শুনাই ফুৰিছিল, দুৰ্গতসকলৰ চকুৰ পানীৰ লগত 'এটুপি চকুৰ পানী এধাৰি সাদৰী মাত' দি ফুৰিছিল। আমাৰ দলটোৰ লগত বড়ো সাহিত্য সভাৰ সভাপতি শ্ৰদ্ধেয় শ্ৰীযুত যোগেন্দ্ৰ কুমাৰ বসুমতাৰী, সাধাৰণ সম্পাদক শ্ৰীযুত বিহুৰাম বড়ো, পত্ৰিকা সম্পাদক শ্ৰীযুত ধৰণীধৰ ওৱাৰী, কাৰ্যনিৰ্বাহকৰ সদস্যা শ্ৰীমতী চম্পাৱতী খেৰকাটাৰী, নিখিল ৰাভা সাহিত্য সভাৰ সভাপতি শ্ৰদ্ধেয় শ্ৰীযুত হৰিমোহন সৰকাৰ, সাধাৰণ সম্পাদক শ্ৰীযুত সব্যসাচী ৰাভা আৰু সদস্য শ্ৰীযুত বাবুল ৰাভা; মিছিং সাহিত্য সভাৰ সভাপতি (পিছত প্ৰাক্তন) শ্ৰদ্ধেয় শ্ৰীযুত জগন্নাথ পাংগিং (আমাৰ দলৰ নেতা), কাৰ্বি সাহিত্য সভা, "কাৰ্বি লামেট আমেই"ৰ সভাপতি শ্ৰদ্ধেয় শ্ৰীযুত পাৰি বংশী, প্ৰধান সম্পাদক শ্ৰীযুত সিংকুমাৰ বংশী; পূৰ্বাঞ্চল তাই সাহিত্য সভাৰ সাধাৰণ সম্পাদক শ্ৰীযুত পুষ্প গগৈ

ডাঙৰীয়া, লগতে বেউৰী, তিৱা, মণিপুৰী প্ৰমুখ্যে অসমৰ ভাষা-সাহিত্য অনুষ্ঠানৰ বিষয়ববীয়া আৰু প্ৰতিনিধিসকল বিভিন্ন যাত্ৰাত আমাৰ সংগী হৈছিল। সেইদৰে চৰ অঞ্চল ভ্ৰমণ কৰোঁতেও আমাৰ লগত কবি শ্ৰদ্ধেয় শ্ৰীযুত নবীৰ হুছেইন (যাৰ ঘৰত আমি আতিথ্য লৈছিলোঁ এৰাতিৰ কাৰণে), অধ্যক্ষ আহমেদ হুচেইন খান, ইজিমুদ্দিন দেৱান আদি আৰু কেইবাগৰাকী চৰ অঞ্চলৰ সমাজসেৱী তথা শিক্ষকে আমাৰ লগত মাৰেষি আৰু পদব্ৰজে বিভিন্ন চৰ-চাপৰিত (আলোপতি, ম'হচৰা, চেনিমাৰি, সাতশিয়া, মজিয়া, পহুমৰা, খোলাবন্ধা, সোণতলী, পদ্মপাৰা আদি) আমাৰ দলটো পুষ্ট কৰিছিল। সেই সোঁৱৰণী মধুৰ হৈ থাকিব।

সেইদৰে, সভাপতিৰ দায়িত্ব লোৱাৰ পিছতেই বৰাক উপত্যকা ভ্ৰমণৰ (সংগী শ্ৰীযুত নৰনাৰায়ণ দেৱ শৰ্মা, শ্ৰীমান প্ৰবোধ শৰ্মা) স্মৃতিও সমানে মধুৰ। শিলচৰ সাহিত্যসভাৰ শ্ৰীযুত দীপেন শৰ্মা, শ্ৰীযুত নিৰঞ্জন চন্দ্ৰ মহন্ত আদি সভ্যসকলৰ লগত, চৰকাৰী আৰু অনাচৰকাৰী বাইজৰ লগত দেৱান, লাবাক পাৰ, গড়েৰবন্দ, জেবুকবন্দ, ছালগংগা আশ্ৰম, কৰিমগঞ্জ, দুৰ্লভচড়া, কৃষ্ণনগৰ আদি বিভিন্ন স্থানৰ বাইজৰ হিয়া-ভৰা মৰম-চেনেহ, আদৰ-সাদৰৰ স্মৃতি মোলাম পৰি নাযায়। সেইদৰে, শিলচৰৰ দৈনিক বাংলা সংবাদ-পত্ৰ 'প্ৰান্তজ্যোতি'ৰ সম্পাদক শ্ৰীযুত জ্যোতিৰিন্দ্ৰ দত্তদেৱৰ ঘৰত তথা অফিছত পতা চাহ-মেজ, আমাক জনোৱা অভিনন্দনৰ লগতে শিলচৰৰ উপায়ুক্ত শ্ৰদ্ধেয় শ্ৰীযুত জীতেন্দ্ৰ নাথ শৰ্মা ডাঙৰীয়াৰ সভাপতিত্বত পতা কবিতা পাঠৰ বিশেষ অনুষ্ঠানৰ সোঁৱৰণীয়ে মোক জীৱনৰ পিছৰ দিনকেইটাত অনুপ্ৰাণিত কৰি থাকিব। তাহানিৰ মান-ভগনৰ দিনৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাইজ আৰু চিলাৰায় দেৱানৰ লগত যোৱা সৈন্যদলৰ লোকসকলে নিজ নিজ বৈশিষ্ট্য ৰক্ষা কৰি সাজ-পাৰ, মাত-কথা, জীৱন-ধাৰা ৰক্ষা কৰি অহা বাইজৰ অন্তৰৰ আকুলতাই সকলো সময়তে মোৰ অন্তৰলৈ কিবা এক বিহ্বলতা আনি দি গ'ল। তেনে এক গাঁও—গড়েৰ ভিতৰৰ আইসকল, সবিতা ভুঞা, উৰ্মিলা ধৰা আদি ছোৱালীহঁতৰ কণ্ঠত তাল-খোলৰ সমন্বয়ত, পাজে ফুল ছটিয়াই মোক আগবঢ়াই নিওঁতে 'কীৰ্ত্তন' পুথিৰ পদ দি গোৱা সেই 'ঘোষা'কাকিয়ে—'গোসাঁই অহাৰ বতৰা পাই, ফুলনি ফুলিছে জকমকাই'—আজিও মোৰ কাণত যেন বৰষি আছে, মন-ফুলনিত হাজাৰ-বিজাৰ ফুল জকমকাই জিকাৰি জিকাৰি ফুলাৰ লাগিছে, আৰু প্ৰাণলৈ ক্ষণে ক্ষণে আনি দিছে আমাৰে বুজাব নোৱৰা এক মোহমা-বিহ্বল উন্মাদনাৰ শিহৰণ।

ডাঙৰাক, দৈহাহাবি, যোনোবাম আদি কৰি কেইবাখনো চাহ বাগিচা ভ্ৰমণ

আৰু সাহিত্য সভা গঠন, চাহ ছাত্ৰ-সন্থাৰ সভাত যোগদান আদি চাহ বাগান অঞ্চলৰ ভ্ৰমণ সময়ৰ অভাৱত ব্যাপক নহ'ল যদিও বৈহাবাৰি চাহ বাগিচাৰ মালিক পক্ষৰ যোগেদি যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ কাষতে প্ৰায় দুই লাখ টকীয়া পাঠাগাৰ ভৱন 'সুৰেন্দ্ৰ কুমাৰ ভৱন'ৰ আধাৰশিলা স্থাপন আৰু এটি অতি উল্লেখনীয় সুফল। সাহিত্য সভাৰ অন্যতম আইন উপদেষ্টা শ্ৰীযুত তৰু গোস্বামী-দেৱৰ যোগাযোগৰ ফলত এই মহৎ কাৰ্য সম্ভৱ হ'ল। চাহ বাগানৰ মালিক পক্ষৰ শ্ৰীযুত অনুপ কুমাৰৰ পৰিয়ালৰ এই আদৰ্শ আনসকলেও গ্ৰহণ কৰিব বুলি আশা।

এই বছৰ মাজুলী ভ্ৰমণতো ৰাইজৰ অভূতপূৰ্ব সঁহাৰি সাহিত্য সভাই লাভ কৰিলে। ই এক অবিস্মৰণীয় অভিজ্ঞতা। সাহিত্য সভাৰ সভাপতিয়ে প্ৰথম বাৰৰ কাৰণে মাজুলীত বিস্তৃত ভ্ৰমণ কৰাৰ উপৰিও কেৰবাইমুখ অঞ্চলত শাখা সাহিত্য সভা ভৱনৰ আধাৰ শিলা স্থাপন কৰে ৰাতি ৯ বজাত। ইয়াৰ আগতে মাননীয় সভাপতি শ্ৰীযুত অতুল চন্দ্ৰ হাজৰিকাদেৱে মাজুলীৰ মাত্ৰ এখন সভাত যোগদান কৰিছিল।

যোৱা কেইবাবছৰ ধৰি পানীৰ সংযোগ ব্যাহত হৈ থকা চন্দ্ৰকান্ত সন্দিকৈ ভৱন আৰু ভগৱতী প্ৰসাদ বৰুৱা ভৱনত পানীৰ সংযোগ এই বছৰ স্থাপন কৰা হ'ল। যোৱা ৮।১০ বছৰ ধৰি আধৰুৱা হৈ থকা 'ৰাধাকান্ত সন্দিকৈ ভৱন'ৰ তিনিটা কোঠালি সম্পূৰ্ণ কৰি ব্যৱহাৰৰ উপযোগী কৰাৰ ব্যৱস্থাও এই বছৰ কৰা হৈছে। চন্দ্ৰকান্ত সন্দিকৈ ভৱন আৰু 'ভগৱতী প্ৰসাদ বৰুৱা ভৱন'ৰ সংস্কাৰ কাৰ্যও লগতে সম্পন্ন কৰা হ'ল। সন্দিকৈ ভৱনৰ চৌপাশৰ ভাগি যোৱা বেৰা পুনঃ নিৰ্মাণৰ ব্যৱস্থাও এই বছৰতে হাতত লোৱা হৈছে। ভগৱতী প্ৰসাদ বৰুৱা ভৱনৰ কাষত থকা চৰকাৰী নল পঁজাটি বহু বছৰ চেষ্টা কৰিও আমাৰ হাতলৈ আনিব পৰা নাছিলোঁ। এইবাৰ আমাৰ প্ৰধান সম্পাদকে বিশেষ যত্ন কৰি শিক্ষা বিভাগৰ আযুক্ত মহোদয়ৰ পৰা দান হিচাপে এই পঁজাটি সম্পূৰ্ণ আমাৰ কৰিব পাৰিলে। চৰকাৰী শিক্ষা বিভাগ বিশেষকৈ শিক্ষা বিভাগৰ আযুক্ত সচিবৰ লগতে পুথি ভঁৰাল সঞ্চালকালয়ৰ কৰ্মকৰ্তাসকললৈকো আমাৰ শলাগ জনালোঁ।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতিসকলৰ ভিতৰত মাননীয় শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামী, শ্ৰীযুত বীৰেন বৰকটকী, শ্ৰীযুত কীৰ্তিনাথ হাজৰিকা প্ৰমুখ্যে সুধীজনৰ সহায়-সহযোগ, উপদেশ আদিৰ পৰা আমি কেতিয়াও বঞ্চিত হোৱা নাই। তেখেতসকললৈ শলাগ জনালোঁ।

একেবাৰে দুদিনৰ ওপৰ ঘৰত থাকিবলৈ নোপোৱাকৈ ধুমুহাৰ দৰে ঘূৰি ফুৰিব পৰা শক্তি আৰু স্বাস্থ্য ৰাইজৰ শুভেচ্ছাৰ দ্বাৰাই সম্ভৱ হৈছে। ঈশ্বৰৰ কৃপা ৰাইজৰ আশীৰ্বাদতেইহে আছে বুলি মোৰ বিশ্বাস। আমাৰ সুদক্ষ প্ৰধান সম্পাদকজনে মোক পুৱা ৫ বজাৰ পৰা ৰাতি দহ বজালৈকে কামত খটুৱালে। কেতিয়াবা একেদিনাই তেওঁ আঠখন সভাত মোৰ হতুৱাই বক্তৃতা দিয়ালে।

মই বিশেষভাৱে ঋণগ্ৰস্ত এইবাৰৰ কাৰ্যনিৰ্বাহকখনৰ ওচৰত। তেখেতসকলৰ সহায়-সহযোগিতাই আমাক প্ৰেৰণা আৰু উৎসাহ দি আহিছে।

বহু কল্পনা আৰু পৰিকল্পনা থাকি গ'ল। প্ৰধান অভাৱ সময়ৰ, ধনৰ, কৰ্মীৰ। এবছৰীয়া কাৰ্যকালত সভাপতি এজনে কৰোঁ বুলিও বহুত কাম কৰিব নোৱাৰে। সকলো ঠাইতে ৰাইজে সভাপতিজনকহে বিচাৰে, সভাপতি ব্যক্তি-জনক নহয়; অন্ততঃ মোৰ ক্ষেত্ৰত।

অসমৰ হেৰাই যাব খোজা পলুৱা গীত-মাতবোৰ থলতে বাণীবদ্ধ কৰি সাহিত্য সভাৰ যোগেদি তেনে কেছেট বিক্ৰী কৰাৰ ইচ্ছাও অপূৰ্ণ ৰ'ল। আমাৰ ন-পুৰণি কবিসকলৰ কণ্ঠৰ আবৃত্তিও সেইদৰে বাণীবদ্ধ কৰি কেছেট বিক্ৰী কৰাৰ ইচ্ছাও পূৰণ নহ'ল। ভৱিষ্যতে নতুন সভাপতিৰ দিনত এই কাম সম্পূৰ্ণ হ'ব বুলি সাম্বনা লৈছোঁ।

আমাৰ দোষ-ত্ৰুটী, ভুল-ভ্ৰান্তি অসংখ্য। সদাশয় সুধী ৰাইজৰ ওচৰত আঁঠু লৈ জ্ঞাত-অজ্ঞাত সকলো দোষৰ ক্ষমা বিচাৰিলোঁ। সভাই যিখিনি ভাল কাম কৰিব পাৰিলে তাৰ গুণৰ ভাগ সকলোৰে; যিখিনি দোষ-ত্ৰুটী ৰ'ল সেইখিনি মই অকলে মূৰ পাতি লৈছোঁ। মোৰ নিজা বহুখিনি সীমাবদ্ধতা আৰু অজ্ঞানতাই দোষ-ত্ৰুটীৰ কাৰণে দায়ী। এনে এটা মহান অনুষ্ঠানৰ সেৱক হ'বলৈ আমি মনযোগো মহান কবি ল'ব লাগিব,—এই কথা মোৰ অভিজ্ঞতাৰ পৰা জনালোঁ।

ধৰ্মগত, গোষ্ঠীগত, বৰ্ণগত—যি কোনো ধৰণৰ সংকীৰ্ণতা থকা লোক যাতে সাহিত্য সভাৰ সেৱীয়া মহান অনুষ্ঠানৰ কৰ্মকৰ্তা হ'বলৈ নাহে তাৰ বাবে ৰাইজেও সজাগ দৃষ্টি ৰাখিব লাগিব; নহ'লে আমাৰ সভাৰ এই ভাবমূৰ্তি যোজান পৰিব। গুণীজনৰ গুণৰ স্বীকৃতি, সেৱকৰ স্বীকৃতি সাহিত্য সভাৰ প্ৰধান কৰ্তব্যৰ ভিতৰুৱা হ'ব লাগিব—তেহে সকলোৱে কাম কৰিবলৈ প্ৰেৰণা পাব।

শেষত, জ্ঞাতে বা অজ্ঞাতে কৰা সকলোবিলাক ত্ৰুটী-বিচ্যুতিৰ কাৰণে ক্ষমা বিচাৰি মোৰ ভাষণৰ সামৰণি মাৰিলোঁ।

"অসম আকৌ উন্নতি পথত জয় আই অসম মোৰ।"

"জয় আই অসম।"

"চিৰ চেনেহী মোৰ ভাষা জননী।"

# যুকলি অধিৱেশনৰ ভাষণ

## "যাওঁ বোলা বিদায়ৰ বাণী"

—মহিম বৰা

মাননীয় অসম সাহিত্য সভাৰ সভাপতি শ্ৰীযুত বৰুৱা ডাঙৰীয়া, বিশিষ্ট নিমন্ত্ৰিত অতিথি আৰু সভাৰ উদ্বোধক শ্ৰীযুত হৰভজন সিং ডাঙৰীয়া, মাননীয় প্ৰাক্তন সভাপতিসকল, অসমৰ ভাষা-সাহিত্যৰ অনুষ্ঠানসমূহৰ মাননীয় সভাপতি আৰু সাধাৰণ সম্পাদকসকল, অসম সাহিত্য সভাৰ শ্ৰদ্ধেয় প্ৰাক্তন প্ৰধান সম্পাদকসকল, নিমন্ত্ৰিত বিশিষ্ট অতিথিসকল, অসম আৰু অসমৰ বাহিৰৰ বিভিন্ন শাখা সভাৰপৰা অহা মাননীয় প্ৰতিনিধিবৰ্গ, আদৰণী সমিতিৰ সভাপতি, সাধাৰণ সম্পাদক প্ৰমুখ্যে বিভিন্ন বিভাগীয় কৰ্মকৰ্তাসকল, সদস্য-সদস্যাসকল আৰু আমাৰ সেৱাৰথলি নৰনাৰায়ণৰূপী আবাল-বৃদ্ধ-বনিতাসকল।

জয়জয়তে সমবেত ৰাইজলৈ ভক্তিভৰা সেৱা জনালোঁ। পাৰ হৈ যোৱা বছৰটোত ডুমডুমা অধিৱেশনত সভাপতিৰ গুৰুভাৰ কান্ধত লোৱাৰ লগে লগে অসমৰ বহু অঞ্চলত জুই জ্বলি উঠিল। বোমা-বাৰুদৰ বিস্ফোৰণ, হত্যালীলা, অগ্নিকাণ্ড, গুলীচালনা আদি নিষ্ঠুৰ-নিৰ্মম ঘটনাৱলীয়ে অসমৰ আকাশ ওন্দোলাই পেলালে। নতুনকৈ বিষয়বাব লৈয়ে আমি চাৰিওফালে অন্ধকাৰ দেখিলোঁ। সেই সংকট মুহূৰ্তত ২০ ফেব্ৰুৱাৰী তাৰিখে ডুমডুমাত বহা কাৰ্যনিৰ্বাহকৰ প্ৰাৰম্ভিক বৈঠকতে নৱ-নিৰ্বাচিত উপ-সভাপতি শ্ৰীযুত ৰাম গগৈদেৱে সমন্বয়ৰ বা-বতাহ গঢ়ি তোলাৰ বাবে এক প্ৰস্তাৱ উত্থাপন কৰে। সভাই উক্ত প্ৰস্তাৱ গ্ৰহণ কৰি কাৰ্যাত্মক পৰামৰ্শ আগবঢ়ায়। ১৯৮২-৮৩ চনত গ্ৰহণ কৰা প্ৰস্তাৱৰ আঁত ধৰি প্ৰধান সম্পাদকে ক্ষিপ্ৰতাৰে সেই প্ৰস্তাৱ ৰূপায়িত কৰাৰ চেষ্টাত তৎপৰ হ'ল। তাৰেই পৰিণতি স্বৰূপে "ভাষা-সমন্বয় সমিতি" গঠন কৰা সম্ভৱ হ'ল। অসমৰ ভাষা-সাহিত্যৰ সংগঠনসমূহ এই সমিতিৰ অংশীদাৰ হৈ এখন উমেহতীয়া ঘোষণা-পত্ৰত স্বাক্ষৰ কৰিলে। লগে লগে এই মঞ্চত একগোট হৈ আমৰাচি, আকুলাটি

কমলত মৰিশালী যেন হৈ পৰা অসমৰ বিস্তীৰ্ণ অঞ্চলত ভ্ৰমণ আৰম্ভ কৰিলোঁ। ক'বলৈ গ'লে এই দলটোৱে মৃত্যু গহ্বৰ ফুৰিব লগা হৈছিল। এই ক্ষেত্ৰত শিক্ষা, শাখা সভাৰ লগতে জনসাধাৰণে অকুণ্ঠ সহযোগ লাভ কৰে, চৰকাৰৰ কাষৰপৰা ৰক্ষণাবেক্ষণৰ ব্যৱস্থাও কৰে। এই উদ্বৈহতীয়া যাত্ৰাটো যি ঠাইবোৰলৈ গৈছিল, যি বিধ্বস্ত অঞ্চল আৰু আশ্ৰয় শিবিৰ পৰিদৰ্শন কৰি ৰাইজক সান্ত্বনা আৰু আশাৰ বাণী শুনাইছিল, সেই সকলো ঠাইতে দুৰ্গতসকলে অৰ্ধভুক্ত, অৰ্ধনগ্ন অৱস্থাৰে আমাক বেঢ়ি ধৰি আমাৰ কথা নীৰৱ-নিস্তব্ধ হৈ শুনিছিল। সকলো ঠাইতে কেঁচা তেজ, ভস্মীভূত ঘৰ-বাৰী-ভঁৰাল, একবস্ত্ৰা তিৰোতাসকল প্ৰায় নগ্ন, ৰোগগ্ৰস্ত ল'ৰা-ছোৱালী, মৰিশালীৰ ভেটিবোৰ আৰু তপত চকুৰ পানী দেখি আমাৰ জীৱনৰ প্ৰতি গভীৰ বৈৰাগ্য আৰু হতাশাও নহাকৈ থকা নাছিল। সেই কথা এতিয়া স্বীকাৰ কৰিব পাৰি। এই হতাশাৰ ভাৱৰ মাজে আশাৰ বেঙুণি ভেটিয়াই আহিছিল যেতিয়া আমি সকলোটি এটি পৰিয়ালৰ হৈ একেখন মজলীয়া ধৰণৰ বাছৰ ভিতৰত সোমাই একেলগে খাই-বৈ ৰাতি কটাইছিলোঁ। প্ৰকৃত অৰ্থত আমি সকলোখিনি একেটা পৰিয়াল; আৰু প্ৰতি বছৰে সাহিত্য সভাই এনে ভ্ৰমণৰ ব্যৱস্থা কৰিলে বিভিন্ন জনগোষ্ঠীৰ মাজত আন্তৰিকতা, ভ্ৰাতৃত্বৰ ভাৱ বৃদ্ধি পাব। শিক্ষা বিভাগৰ পৰাও স্কুল-কলেজৰ ল'ৰা-ছোৱালীৰ মাজতো এনে ভ্ৰমণৰ ব্যৱস্থা কৰা উচিত। মহিলাসকলৰ বিভিন্ন অনুষ্ঠানেও এনেক্ষেত্ৰত আগভাগ ল'ব লাগিব।

চৰ-চাপৰি অঞ্চল, পৰ্বতীয়া অঞ্চল, চাহ বাগান, বিভিন্ন জনগোষ্ঠীৰ ঘন বসতি অঞ্চল আদিৰ লগত এনেধৰণৰ আদান-প্ৰদানৰ লগতে সাংস্কৃতিক আদান-প্ৰদান যিমান বাঢ়ে সিমানে আমাৰ মাজত থকা ভুল বুজাবুজি আঁতৰি ঐক্য-সম্প্ৰীতি বাঢ়িব।

বিভিন্ন জনগোষ্ঠীৰ হস্তশিল্প বিশেষকৈ তাঁতশিল্প আৰু সাজপাৰ আদিৰ বিশেষ বজাৰৰ ব্যৱস্থা কৰিলে আৰ্থিক ভেটি টনকিয়াল হ'ব, এই ক্ষেত্ৰত চৰকাৰৰ মহান দায়িত্ব আছে।

বিভিন্ন জনগোষ্ঠীৰ ভাষা, গীত-নৃত্য আদি আনবোৰ ভিন্ন জনগোষ্ঠীৰ ল'ৰা-ছোৱালীক শিকাৰ ব্যৱস্থা কৰিব লাগিব আৰু সুবিধা ক্ষেত্ৰত সাজপাৰৰ বিনিময়, উৎসৱ-পাৰ্বণ আদিত সহযোগিতা কৰিব লাগিব। এই ক্ষেত্ৰত শিক্ষা আৰু সাহিত্য অনুষ্ঠানসমূহৰ দায়িত্ব অধিক।

[illegible] বিভিন্ন হৈ থাকি [illegible]।

তেনে শাখাবোৰৰ স্বীকৃতি উঠাই লোৱাৰ ব্যৱস্থা কৰিব লাগে আৰু তেনে সভাৰ কামকাজৰ ওপৰত চকু ৰখাৰ ব্যৱস্থা জিলা সভাক দিব লাগে। এনে ব্যৱস্থাৰেহে আমাৰ সাহিত্য সভা গতিশীল হৈ থাকিব। শাখা সাহিত্য সভাৰ ধন আদিৰ দুই-এঠাইত অপব্যৱহাৰ হোৱাও চকুত পৰিছে। এই ক্ষেত্ৰতো কঠোৰ ব্যৱস্থা লোৱাৰ ক্ষমতা প্ৰধান সম্পাদকৰ থাকিব লাগিব।

আমি য'লৈকে গৈছোঁ সভা-সমিতিত ৰাইজক সাহিত্য সভালৈ যথাসাধ্য দান আগবঢ়াবলৈ কোৱাৰ লগে লগে দহ পইচাৰপৰা সৰহীয়া সংখ্যালৈকে স্থান বিশেষে দান-ধৰঙণি পাইছোঁ। দুই-এঠাইত আমাক দিয়া শৰাই আদি নীলাম কৰিও ধন পাইছোঁ আৰু সেই ধন সভাৰ পুঁজিত জমা দিছোঁ। চৰ অঞ্চলৰ ল'ৰা-ছোৱালীয়ে লুজেন কিনিবলৈ অনা দহটা পইচাও আমাক দিছে। বৰমা ছোৱালী স্কুলৰ ছাত্ৰীহঁতে একাপ চাহ নাখাই তাৰ দামটো মুঠ কৰি আমালৈ দান আগবঢ়াইছে। সময়-সুবিধা থাকিলে এনেকৈ শিক্ষানুষ্ঠানৰ পৰা দান-ধৰঙণি বহুত তুলিব পাৰি, লগতে বিৰাট সংখ্যক লোকক সাহিত্য সভাৰ লগত জড়িত কৰিব পাৰি।

মুঠতে সাহিত্য সভাৰ পুঁজিৰ ধন ৰাইজৰ ধৰ কষ্টৰ ধন। ইয়াৰ যদি এটা পইচাৰো অপব্যৱহাৰ হয়, তেন্তে সি হ'ব জাতিৰ প্ৰতি কৰা ঘৃণনীয় অপৰাধ।

বিভিন্ন অঞ্চল ভ্ৰমণৰ লগে লগে জনসাধাৰণৰ উপযোগী তাৰাত সস্তাতে বা কেতিয়াবা বিনামূলীয়াকৈ সৰু সৰু কিতাপ দিয়াৰ ব্যৱস্থা কৰিলে সভাৰ এনে ভ্ৰমণ অধিক ফলপ্ৰসূ হ'ব বুলি বিশ্বাস।

আমাৰ বিভিন্ন জনগোষ্ঠীৰ মাজত বাঢ়ি অহা অশান্তিৰ মূল কাৰণ বিচাৰৰ দায়িত্ব চৰকাৰৰ হ'লেও সামাজিক ক্ষেত্ৰত বহল অসমীয়া সমাজখনৰ বিশেষকৈ শিক্ষা-দীক্ষাত আগবাঢ়ি থকাসকলৰ দায়িত্বও যথেষ্ট। এনে দায়িত্ব ল'বলৈ সাহিত্য সভাৰ দৰে অনুষ্ঠানসমূহ আগবাঢ়ি আহিব লাগিব আৰু সেই প্ৰচেষ্টাত দেশবাসী মাত্ৰেই হাত উজান দিব লাগিব। আমাৰ বিভিন্ন জনগোষ্ঠীৰ মাজত ঐক্য-সম্প্ৰীতিৰ বান্ধ যিমানে দৃঢ় হ'ব জাতীয় ঐক্য আৰু প্ৰগতিও সিমানে সম্ভৱ হ'ব। আমাৰ মাজত যদি সামান্য দুৰ্বলতা এটাও থাকে, তেন্তে সেই দুৰ্বলতাইহিতে জাতীয় মেৰ-দণ্ডত বিভেদৰ কাৰমাগ প্ৰবেশ কৰিব। আমাৰ নেতৃস্থানীয় লোকসকলৰ দূৰদৰ্শিতা, উদাৰতা, জাতীয় সাহিত্য, জাতীয় কৃষ্টিৰ অন্ততঃ প্ৰাথমিক জ্ঞানখিনি থাকিব লাগিব। সেইখিনি গুণ নাথাকিলে নেতৃত্ব ল'বলৈ

অহা অনুচিত আৰু বাইজেও যি ক্ষেত্ৰতে নহওক, তেনে লোকক আঁতৰাই ৰাখিব লাগিব।

মণিপুৰ ভ্ৰমণতো অসমৰ মণিপুৰী সাহিত্য পৰিষদৰ যোগেদি অসম চৰকাৰ আৰু বিশেষকৈ সাংস্কৃতিক সঞ্চালকালয়ৰ সক্ৰিয় সহযোগত মণিপুৰত সম্প্ৰতি ৰক্ষাই গৈ যি সভা-সমিতি পাতি জনসংযোগৰ কাম কৰি আহিল তাৰ দ্বাৰা আমাৰ পুৰণি সম্পৰ্ক আকৌ সঞ্জীৱিত কৰাত আমি কৃতকাৰ্য হ'ব পাৰিছোঁ বুলি ধাৰণা কৰোঁ। অৱশ্যে এই প্ৰচেষ্টা অব্যাহত ৰাখিব লাগিব। মণিপুৰত অসম সাংস্কৃতিক সঞ্চালকালয়ৰ তৰফৰ পৰা পঠোৱা শিল্পীবৃন্দৰ যোগেদি দেখুওৱা শ্ৰীৰাম বিজয় অংকীয়া ভাওনা আমাৰ সাংস্কৃতিক আদান-প্ৰদানৰ ক্ষেত্ৰত আন এটি শুভ সূচনা। ভৱিষ্যতে এনেধৰণে সাংস্কৃতিক সঞ্চালকালয়ৰ সহযোগত পূৰ্ণাংগ ভাওনা প্ৰদৰ্শনৰ ব্যৱস্থা আৰু থলুৱা নৃত্য-গীত প্ৰচাৰৰ ব্যৱস্থা ব্যাপক কৰি তোলাৰ পথ হয়তো সুকলি হ'ল। মণিপুৰৰ ইম্ফলত পতা বিভিন্ন ভাষা-গোষ্ঠীৰ 'কবি-সন্মিলন'খন আন এটা স্মৰণীয় কাৰ্য। ইম্ফল অনাতাঁৰ কেন্দ্ৰৰ যোগেদি প্ৰচাৰিত এই কবি সন্মিলনখন গুৱাহাটী, ডিব্ৰুগড়, অনাতাঁৰ কেন্দ্ৰয়ো প্ৰচাৰ কৰিব পাৰিলে ভাল। অসমৰ মণিপুৰী সাহিত্য পৰিষদৰ সম্পাদক আই, বিনোদ সিংহ, গুৱাহাটী শাখাৰ সভাপতি ইউ. দুৰ্গাবিহাৰী সিংহ, ব্ৰহ্মপুত্ৰ উপত্যকাৰ সম্পাদক ইবুংহল সিংহ আদি আমাৰ সহযাত্ৰী আছিল।

অসমত বিভিন্ন ভাষা-গোষ্ঠীৰ শব্দাৱলী, উজনি-নামনিত ব্যৱহৃত শব্দাৱলী একত্ৰিত কৰি "বহল অসমীয়া অভিধান" নামকৰণেৰে যিখন অভিধান ৰচনাৰ কাম অসম সাহিত্য সভাই হাতত লৈছে, সেই কাম সম্পূৰ্ণ হ'লে আমাৰ জাতীয় সংহতি সুদৃঢ় হ'ব আৰু এটা যুগজয়ী কাৰ্য সাধিত হ'ব। আমাৰ এই আঁচনি অসম চৰকাৰে গ্ৰহণ কৰি অসম-চুক্তিৰ ভিত্তি কৰি আৰ্থিক সাহায্যৰ কাৰণে (১ কোটি ১৭ লাখ টকা) ভাৰত চৰকাৰৰ সাংস্কৃতিক বিভাগলৈ অনুমোদনৰ কাৰণে পঠাইছে।

মিচিং লোকগীতৰ সুবৃহৎ সংগ্ৰহ এটি সুযোগ্য লোকৰ দ্বাৰা সংকলিত আৰু সম্পাদিত কৰাই ছপাশালত দিয়া হৈছে। একেদৰে অসমৰ লোক উৎসৱ-পাৰ্বণ সভা-সমাৰোহ" নামৰ বৃহৎ আঁচনি গৃহীত হৈছে আৰু সম্পাদকৰ দায়িত্ব ড° দীপেন্দ্ৰনাথ দত্তক দিয়া হৈছে। দুষ্প্ৰাপ্য পুথি প্ৰকাশৰ বাবে এক লাখ টকাৰ বিশেষ মঞ্জুৰী সাংস্কৃতিক সঞ্চালকালয়ে দিছে। এনে মহৎ সহযোগিতা আৰু আঁচনিৰ কাৰণে আমি সাংস্কৃতিক সঞ্চালকালয় তথা চৰকাৰলৈ [illegible]।

বড়ো চুটি গল্পৰ অসমীয়া ভাঙনি, মণিপুৰী চুটি গল্পৰ অসমীয়া ভাঙনিৰে দুখন কিতাপ প্ৰকাশৰ কাম হাতত লোৱা হৈছে আৰু প্ৰথমখন অলপতে প্ৰকাশ পাব।

চাহ-বাগিচাৰ জীৱন আৰু সংস্কৃতি আৰু চৰ-চাপৰিৰ জীৱন আৰু সংস্কৃতি নামৰ সুবৃহৎ কিতাপ দুখন সম্পাদনাৰ দায়িত্বও দুজন উপযুক্ত লোকক দিয়া হৈছে। আশা কৰোঁ, অহা বছৰত আমি এই কিতাপকেইখন হাতত ল'বলৈ পাম।

মধুপুৰত প্ৰথমবাৰৰ কাৰণে মাধৱদেৱৰ পঞ্চশততম জন্ম শতবাৰ্ষিকী উপলক্ষে আলোচনা চক্ৰ পতাৰ উপৰিও এই উপলক্ষে মাধৱদেৱৰ সাহিত্য কৰ্মৰ ওপৰত এখন আলোচনা গ্ৰন্থ "মাধৱদেৱৰ ব্যক্তিত্ব আৰু প্ৰতিভা" এই সপ্তাহতে ছপা হৈ ওলোৱাৰ বাটত। সম্পাদক ড° ৰামচৰণ ঠাকুৰীয়াদেৱে এই গ্ৰন্থ সম্পাদনাৰ ক্ষেত্ৰত অশেষ কষ্ট স্বীকাৰ কৰি আমাৰ শলাগৰ পাত্ৰ হৈছে।

আমাৰ এটা লক্ষণীয় কথা হ'ল যে যেতিয়া দুজন বিভিন্ন জনগোষ্ঠী, বিভিন্ন বৰ্ণ বা ভাষা-ভাষীৰ মাজত বন্ধুত্ব থাকে তেতিয়ালৈকে তেনে বন্ধুত্বক উভয় পক্ষৰ লোকে ব্যক্তিগত পৰ্যায়তে আবদ্ধ ৰাখে। কিন্তু যেতিয়াই বন্ধু দুজনৰ মাজত মনোমালিন্য হয়, তেতিয়াই দুয়োপক্ষই তাক গোষ্ঠীগত কৰি তুলিবলৈ চেষ্টিত হয়। আমাৰ গোষ্ঠীগত বৰ্ণ-ধৰ্ম-গত বহুতো অসন্তোষ বা কন্দলৰ মূলত হয়তো এনে ব্যক্তিগত স্বাৰ্থ জড়িত।

শিক্ষিত সমাজ এই ক্ষেত্ৰত সতৰ্ক হ'ব লাগিব। অসম সাহিত্য সভাৰ ভাব-মূৰ্তি উজ্জ্বল কৰি ৰাখিবৰ কাৰণে আমি চিৰকাল এই অনুষ্ঠানটোক সকলো ধূলি-মলিনতাৰ উৰ্ধত ৰাখিব লাগিব। বহুতো তথাকথিত শিক্ষিত লোক, সাহিত্যিক, সভাৰ ক্ষেত্ৰত অবাঞ্ছিত লোক হ'ব পাৰে যি নিজৰ সামান্য স্বাৰ্থৰ কাৰণে সভাৰ মহৎ ক্ষতি সাধন কৰিব পাৰে। আমাৰ উঠি অহা দলে এনে ক্ষেত্ৰতো সদা সতৰ্ক দৃষ্টি ৰাখিব লাগিব।

মোৰ এবছৰীয়া অভিজ্ঞতাৰ পৰা দেখিলোঁ বহুত উদাৰ হৃদয়ৰ লোকে সাহিত্য সভাৰ হৈ কাম কৰিব খোজে; কিন্তু আমি তেনে লোকক সভাৰ মাজলৈ আনিব পৰা নাই। বিভিন্নজনে বিভিন্ন প্ৰকাৰে এই সভালৈ সেৱা আগবঢ়াব পাৰে। তেওঁলোকক তেনে সুযোগ দিব লাগিব আৰু তেনে ক্ষেত্ৰত সৰু-বৰ সকলো কামৰে যথাযোগ্য স্বীকৃতি সভাই ৰাজহুৱাভাৱে দিব লাগিব।

আমাৰ সময়খিনিতে বিভিন্ন শাখা সভাই নানা প্ৰকাৰে আমাক সহায় কৰাৰ উপৰিও ব্যক্তিগতভাৱেও নানাজনে নানাভাৱে সহায়-সহযোগ কৰিছে। জিলা, শাখা সভা আদিৰ বাহিৰে বহুত তেনে [illegible]

এইসকলৰ কাৰ্য নিৰ্বাহকে নিজাববোৰা কাৰ্য নিষ্ঠাৰে আদৰণীয়। পৃষ্ঠপোষকসকল ঃ যোৰহাটৰ শ্ৰীযুত ভৱ গোস্বামী (যি চাহ বাগানৰ জনসংযোগ কাম সম্পন্ন কৰিছে; চাহ-বাগানত সাহিত্য সভাৰ শাখা গঠন কৰিছে আৰু "[illegible]" [illegible] কাম যাৰ একক প্ৰচেষ্টাৰ দ্বাৰা সম্ভৱ হৈছে), সোণাৰিৰ সোণাৰি সাহিত্য সভাৰ সভাপতি, সম্পাদক প্ৰমুখ্যে বিলকলে ডাক্তৰক আদি কেইবাখনো বাগিচাত জনসংযোগৰ ব্যৱস্থা কৰিছিল আৰু ডাক্তৰক বাগিচাৰ পৰিচালকসকলৰ গ্ৰন্থ প্ৰকাশৰ কাৰণে আৰ্থিক অনুদান এটা অনাৰ কাৰণে সন্মত কৰিছে।

যোৰহাটৰ শ্ৰীযুত প্ৰমোদ মেধি (যি চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ উন্নয়ন আদিৰ নামত নিস্বাৰ্থভাৱে বিশেষ সেৱা আগবঢ়াইছে, আৰু আমাৰ লগত বিভিন্ন অঞ্চল ভ্ৰমণত সহযোগী হৈছে), গুৱাহাটীৰ পূৰ্বশৰণীয়াৰ শ্ৰীযুত দামোদৰ বৰা ডাঙৰীয়া (যি নিজৰ বহুমূলীয়া সময় খৰচ কৰি টেক্‌নিকেল বিষয়ক বহুতো মূল্যবান কাম কৰি দিয়াৰ উপৰিও ভগৱতী প্ৰসাদ বৰুৱা ভৱন সম্পৰ্কীয় কামত বিশেষ অৰিহণা যোগাই আহিছে; স্থান পুঁজিৰ কামত আৰু আজীৱন সদস্য ভৰ্তিৰ ক্ষেত্ৰত বিশেষভাৱে আমাক সহায় কৰিছে), অসম সাহিত্য সভাৰ প্ৰাক্তন পত্ৰিকা সম্পাদক কবি শ্ৰীযুত হাবহিং হাকে ডাঙৰীয়া (যাৰ যোগেদি স্বাস্থ্য সেৱা বিভাগৰপৰা গুৱাহাটীৰ ভগৱতী প্ৰসাদ সেৱা ভৱনৰ কাৰণে দান হিচাপে এটা ৰেফ্ৰিজাৰেটৰ পাইছোঁ); গুৱাহাটীৰ শ্ৰীমতী সীমা কুমাৰী বাৰবেছি (আমাক এটা টু ইন ৱান টেপ ৰেকৰ্ডাৰ দান কৰিছে), তিনসুকীয়াৰ শ্ৰীযুত গণেশ চন্দ্ৰ ভূঞা (যি আমাৰ অনুৰোধমতে আমাক এটা কেমেৰা দান কৰিছে), কবি সাহিত্যিক কুমাৰ দীপক দাস, আমাৰ প্ৰাক্তন প্ৰধান সম্পাদক শ্ৰীযুত অতুল বাজখোৱা, শ্ৰীযুত প্ৰফুল্ল ভট্টাচাৰ্য, ড° বামচৰণ ঠাকুৰীয়া প্ৰমুখ্যে বিলকলে অসুস্থ অৱস্থাতেও কেতিয়াবা আমাৰ মাজলৈ আহি সহযোগিতা আগবঢ়াইছে, লগতে বিভিন্ন ভ্ৰমণত বিপুল কৰ্ম-ব্যস্ততাৰ মাজতো সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক ড° নগেন শইকীয়া, ড° লীলা গগৈ, ড° হেমন্ত কুমাৰ শৰ্মা প্ৰমুখ্যে বিভিন্নজনে সভাৰ বিভিন্ন কাম-কাজত সহযোগিতা আগবঢ়াইছে। বিভিন্ন অঞ্চলত আমাৰ সদস্যসকল হোৱাৰ উপৰিও বিলকলে বিশেষকৈ মোৰ সুখ-স্বাচ্ছন্দ্যৰ কাৰণে দিনে-ৰাতিয়ে চকু ৰাখিছিল সেইসকলৰ ভিতৰত সৰ্বশ্ৰী হৰেন দাস (আমাৰ [illegible] আইন উপদেষ্টা), [illegible] শৰ্মা, [illegible] শৰ্মা, [illegible] দেৱী, [illegible] শৰ্মা, [illegible] শৰ্মা, জীৱন শইকীয়া আদি অনেক সদস্য [illegible] উল্লেখ কৰিছোঁ।

কাৰ্যনিৰ্বাহকৰ শ্ৰদ্ধেয় সদস্য-সদস্যাসকলে মোৰ ওপৰত যি স্নেহ আৰু আস্থা দেখুৱাই সকলো ক্ষেত্ৰতে অকুণ্ঠ সহযোগিতা আগবঢ়ালে তাৰ বাবেও তেখেতসকলৰ ওচৰত চিৰঋণী। ঋণ-স্বীকাৰ কৰাৰ বাহিৰে গত্যন্তৰ নাই, কাৰণ এইসকলৰ—'চিৰকাল ভুলা নযায় ধাৰ'।

আমাৰ ভ্ৰমণত লগ পোৱা অসমৰ বিভিন্ন বিচিত্ৰ জনগোষ্ঠীৰ আবাল-বৃদ্ধ-বনিতাসকল যাৰ আশীৰ্বাদে মোক উদ্দেশ্যত আগবাঢ়িবলৈ প্ৰেৰণা দি থাকিল সেইসকললৈ সেৱা জনালোঁ।

অসম সাহিত্য সভাৰ কাম সুচাৰুৰূপে চলাবলৈ হ'লে ভৱিষ্যতে আমি এনে ধৰণে চিন্তা কৰিব লাগিব :

(১) এজন পূৰ্ণপৰ্যায়ৰ সাংগঠনিক সম্পাদক তথা সম্পৰ্কৰক্ষী বিষয়াৰ নিয়োগ—যি অসমৰ সাহিত্য-সংস্কৃতি জগতৰ পৰিচিত লোক হোৱাৰ উপৰিও সাংগঠনিক দক্ষতাযুক্ত হ'ব লাগিব, যিয়ে অধ্যাপকৰ নিৰিখত বেতন পাব।

(২) প্ৰতিবছৰে প্ৰধান সম্পাদকজনক সম্পূৰ্ণ সময়ৰ কাৰণে কাম কৰাৰ সুবিধা দিবলৈ তেওঁৰ নিজা কৰ্মক্ষেত্ৰৰপৰা ছুটী হোৱাৰ ব্যৱস্থা কৰিব লাগিব।

(৩) প্ৰকাশন ক্ষেত্ৰ শক্তিশালী কৰি এজন প্ৰকাশন বিষয়াৰ অধীনলৈ অনাৰ ব্যৱস্থা।

বিদায় সদায়ে বিষাদৰ। সৰু-সুৰা কতেকীয়া বিদায়ৰপৰা চিৰবিদায়লৈ আমাৰ জীৱনটো কিছুমান বিদায়ৰে যোগফল মাত্ৰ। তথাপি 'যাওঁ' বোলা বিদায়ৰ বাণী উচ্চাৰণ কৰিবলৈ যাওঁতে ওঁঠ কঁপিবই। তথাপি যে যাবই লাগিব :

'তবু যেতে দিতে হয়
তবু চলে যায়।'

যোৱাটো সংসাৰৰ নিয়ম : 'চিৰকাল প্ৰাণী একত্ৰে নাথাকে বিধি দৈৱৰ গতি'।

অৱশ্যে চিৰবিদায়ৰ ক্ষণটো অহালৈকে মই সভাৰ লগতে থাকিম।

বাইজলৈ আঁঠু লৈ 'কাৰ্ণিচ' জনালোঁ।

"বাজক ঢোল বাজক শংখ বাজক মৃদং খোল
অসম আকৌ উঠিছে পথত, জয় আই অসম বোল।"

**জয় আই অসম—চিৰ চেনেহী মোৰ আই জননী**

[illegible]

# দ্বিতীয় মুকলি অধিৱেশনৰ মুখ্য অতিথিৰ ভাষণ

শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত
মুখ্যমন্ত্ৰী, অসম

অসম সাহিত্য সভাৰ ষট্পঞ্চাশত্তম অধিৱেশন উপলক্ষে বিশ্বনাথ চাৰিআলিৰ পবিত্ৰ কমলাকান্ত ক্ষেত্ৰত সমবেত হোৱা গুণী-জ্ঞানী সাহিত্য সেৱীসকল, বিদ্বানমণ্ডলী আৰু ভাষা-সাহিত্যপ্ৰেমী চিৰ-শ্ৰদ্ধাভাজন ৰাইজলৈ সশ্ৰদ্ধ অভিবাদন জ্ঞাপন কৰিছোঁ। আজি এই অধিৱেশনত উপস্থিত হৈ আপোনালোকৰ আগত দু-আষাৰ কোৱাৰ সুযোগ পাই নিজকে ধন্য মানিছোঁ। এনেহেন গুণী-জ্ঞানী পণ্ডিতসকলৰ সভাত পাণ্ডিত্যপূৰ্ণ ভাষণ দিয়াৰ যোগ্যতা আমাৰ নাই আৰু তেনে ধৃষ্টতাও আমি নকৰোঁ। মই হ'লোঁ জনসাধাৰণৰ এজন নিঃকিন সেৱক। আনহাতে, সাহিত্য সেৱাওতো জন সেৱাই; সাহিত্য সেৱাও দেশ সেৱাৰে আন এটা প্ৰকাৰ। এইখিনিতে আমাৰ উভয়ৰে উদ্দেশ্য এক হৈ পৰে আৰু এই ভাবেৰেই আপোনালোকৰ আগত দু-আষাৰ ক'বলৈ আগবাঢ়িলোঁ।

অসম সাহিত্য সভা হৈছে অসমৰ সাহিত্য-সংস্কৃতি বিষয়ক সৰ্ববৃহৎ অৰাজনৈতিক অনুষ্ঠান। জাতি-বৰ্ণ-ধৰ্ম-সম্প্ৰদায় নিৰ্বিশেষে সকলো অসমবাসীৰ ই এক জাতীয় অনুষ্ঠান। অসমীয়া ভাষা-সাহিত্যক অন্যান্য ভাৰতীয় ভাষাসমূহৰ সমানে উন্নত কৰাৰ লগতে ৰাজ্যখনৰ থলুৱা বিভিন্ন জনগোষ্ঠীৰ ভাষা-সংস্কৃতিৰ বিকাশ সাধন কৰাৰ যোগেদি অসমবাসী বিভিন্ন শ্ৰেণীৰ ৰাইজৰ মাজত ঐক্য-সংহতি নিকপকপীয়া কৰাৰ বাবে সভাই আত্মনিয়োগ কৰি আহিছে। শদিয়াৰ-পৰা ধুবুৰীলৈকে, বিশ্বনাথ চাৰিআলিৰপৰা দক্ষিণৰ বৰাক উপত্যকালৈকে সমগ্ৰ অসমভূমি সভাৰ ভূমিকা আজি সৰ্বজনস্বীকৃত। অসমৰ উপৰিও অন্যান্য চুবুৰীয়া ৰাজ্যসমূহলৈও কাৰ্য্যসূচী সম্প্ৰসাৰিত কৰি উত্তৰ-পূৰ্বাঞ্চলৰ সমূহ জনসাধাৰণৰ মাজত ঐক্য, শান্তি আৰু গঠনমূলক সহযোগিতা সুদৃঢ় কৰিবলৈকো সভাই প্ৰচেষ্টা হাতত লৈ আহিছে। অসম যেতিয়াই কোনো সংকটৰ সন্মুখীন হৈছে, তেতিয়াই [illegible]

শক্তি আগবঢ়াই কৰি তোলাৰ দায়িত্ব বহন কৰি আহিছে। এনে সামাজিক দায়িত্ববোধ আৰু অক্লান্ত কৰ্মপ্ৰচেষ্টাৰে সভাই যি ভূমিকা গ্ৰহণ কৰি আহিছে, তাৰ আমি শলাগ লওঁ।

বৰ্তমান, সময়ত অসমৰ এই সৰ্ববৃহৎ জাতীয় অনুষ্ঠানটিৰ বিভিন্ন কাৰ্যৰ পৰিসৰ আগতকৈ বেছি ব্যাপক হৈ উঠিছে। অসম তথা পূৰ্বাঞ্চলৰ বিভিন্ন সমস্যাৰ পৰিপ্ৰেক্ষিতত কাৰ্যৰ পৰিসৰৰ ব্যাপকতা বঢ়াই তুলি সভাই জীৱন্ত, গতিশীল অনুষ্ঠান হিচাপে নিজৰ সামাজিক দায়বদ্ধতাৰ পৰিচয়কে দাঙি ধৰিছে। সভাই হাতত লোৱা কাৰ্যসূচীবোৰৰ ভিতৰত বৰ্তমানে যি ভাষা সমন্বয় সমিতি গঠন কৰি ৰাজ্যখনৰ বিভিন্ন জনগোষ্ঠীৰ ভাষা-সাহিত্যৰ মাজত সমন্বয়ৰ সেঁতু গঢ়িবলৈ লোৱা হৈছে সেইটো এক অন্যতম সজ প্ৰচেষ্টা। অসমৰ প্ৰতিটো জনগোষ্ঠীৰ ভাষাই স্থানীয়ভাৱে বাঞ্ছিত বিকাশ লাভ কৰা আৰু আটাইবোৰ জনগোষ্ঠীৰ ভাষা-ভাষীকে ধৰি অসমৰ সকলো লোকৰ উমৈহতীয়া ভাষা হিচাপে অসমীয়া ভাষাৰ গুৰুত্বৰ প্ৰতি জনসাধাৰণক সচেতন কৰি ৰখাৰ লগতে পাৰস্পৰিক সহযোগিতাৰে সকলো ভাষা-সাহিত্যৰ সমৃদ্ধি ঘটোৱাৰ বাবে যি প্ৰচেষ্টা হাতত লোৱা হৈছে, তাৰ প্ৰতি আমি আদৰণি জনাওঁ। জনগোষ্ঠীয় ভাষাসমূহৰ শব্দ-সম্ভাৰ সংগ্ৰহ আৰু প্ৰকাশৰ ব্যৱস্থা, বিভিন্ন বিষয়ৰ গৱেষণা, তেওঁবিলাকৰ মাজত প্ৰচলিত লোক-কলা, লোক-গীত আদি সংগ্ৰহ আৰু প্ৰকাশৰ ব্যৱস্থা, অজনজাতীয় লোকৰ বাবে জনজাতীয় ভাষা শিকাৰ ব্যৱস্থা, সাংস্কৃতিক শিবিৰ আদি পতা আদি ব্যৱস্থা সুচাৰুৰূপে কৰিব পাৰিলে অসমৰ ভাষা-সাহিত্যৰ সমন্বয়ৰ ইতিহাসত এক নতুন অধ্যায়ৰ সূচনা কৰিব পৰা হ'ব বুলি আমাৰ বিশ্বাস। আমি সুখী হৈছোঁ যে একাংশ জনজাতীয় লোকৰ পৃথক ৰাজ্যৰ দাবীৰ পৰিপ্ৰেক্ষিতত ৰাজ্যখনৰ ক্ষতিগ্ৰস্ত আৰু স্পৰ্শকাতৰ অঞ্চলসমূহৰ বাইজৰ মাজত শান্তি-সম্প্ৰীতি ঘূৰাই অনাৰ বাবে জনগোষ্ঠীয় ভাষা-সাহিত্যৰ অনুষ্ঠানসমূহৰ সহযোগিতাত সভাই বিশেষ প্ৰচেষ্টা হাতত লৈ বহুতো অঞ্চলৰ বাইজক বিভ্ৰান্তি আৰু সংঘৰ্ষৰ কৱলৰ পৰা মুক্ত কৰিবলৈ সক্ষম হৈছিল। এনেদৰে অসমবাসী বিভিন্ন জনগোষ্ঠীৰ লোকৰ মাজত পাৰস্পৰিক বিশ্বাস, শান্তি-সম্প্ৰীতি, ঐক্য-সংহতিৰ ভাব প্ৰগাঢ় কৰি এক সৌহাৰ্দ্যপূৰ্ণ সহযোগিতাৰ আধাৰত প্ৰগতিৰ সুন্দৰ পৰিৱেশ অব্যাহত ৰখাৰ বাবে সভাই চেষ্টা অব্যাহত ৰাখিব পাৰিব বুলি আমি মনে-প্ৰাণে বিশ্বাস কৰোঁ।

১ ঐতিহাসিক অসম চুক্তিৰ [illegible] [illegible] [illegible] [illegible],

তাত্বিক, সাংস্কৃতিক দিশৰ সংৰক্ষণ আৰু বিকাশৰ অৰ্থে ৰাজ্য চৰকাৰে যত্ন কৰিছে। এই দফাৰ ৰূপায়ণৰ অন্যতম পদক্ষেপ হিচাপে অসমৰ কলা-সংস্কৃতিৰ সংৰক্ষণ আৰু বিকাশৰ বাবে গুৱাহাটীত শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ স্থাপনৰ কাম চাতত লোৱা হৈছে আৰু ভাষা-সাহিত্যৰ গৱেষণা আৰু উন্নতিকল্পে উত্তৰ গুৱাহাটীত আনন্দৰাম বৰুৱা প্ৰতিষ্ঠান স্থাপন কৰিবলৈ আগবঢ়া হৈছে। অসমৰ বিভিন্ন অঞ্চলৰ ভিন ভিন জনগোষ্ঠীবলসমূহৰ সাংস্কৃতিক বিকাশৰ কাৰণে বৰ্তমানৰ ৰাজ্য চৰকাৰে যোৱা চাৰিটা বছৰত কুৰিটা সাংস্কৃতিক কেন্দ্ৰ স্থাপন কৰিছে। টাই-আহোম জনগোষ্ঠীৰ ঐতিহাসিক, সাংস্কৃতিক সম্পদসমূহৰ সংৰক্ষণৰ কাৰণে শিৱসাগৰত টাই সংগ্ৰহালয় এটা স্থাপন কৰাৰ কামো হাতত লোৱা হৈছে।

চৰকাৰৰ লগতে সহযোগিতা কৰি অসম সাহিত্য সভাই 'বৃহৎ অসমীয়া অভিধান' নামেৰে পাঁচটা খণ্ডৰ বিপুল পূৰ্ণাংগ অভিধান প্ৰকাশ কৰিবলৈ কামত আগবাঢ়িছে আৰু তাৰ শলাগ লৈছোঁ। তদুপৰি কেন্দ্ৰীয় ভাষা গৱেষণা প্ৰতিষ্ঠান স্থাপনৰ যি আঁচনিখন সভাই ৰাজ্য চৰকাৰলৈ প্ৰেৰণ কৰিছে, অসম চুক্তিৰ ষষ্ঠ দফা অনুসৰি তাৰ ৰূপায়ণৰ বাবে অনুমোদন বিচাৰি ৰাজ্য চৰকাৰে সেই আঁচনিখন কেন্দ্ৰীয় চৰকাৰৰ ওচৰত ইতিমধ্যে দাখিল কৰিছে। অসম চৰকাৰৰ তৰফৰপৰাও অসমীয়া ভাষাৰ চলন্ত অভিধান এখনৰ সম্পাদনাৰ কাম চলাই থকা হৈছে। এই কামবোৰ হৈ উঠিলে অসমীয়া ভাষা-সাহিত্যৰ ক্ষেত্ৰত থকা বহুদিনীয়া অভাৱ কেইটামান পূৰণ হ'ব আৰু ভাষা-সাহিত্যৰ উন্নয়নত বিশেষ সহায় পোৱা যাব।

অসমৰ সাহিত্য অসমৰ জনসাধাৰণৰ নিজস্ব বৈশিষ্ট্যপূৰ্ণ সাহিত্য হিচাপে বিকশিত হৈ উঠিব লাগিব; থলুৱা ৰাইজৰ সুখ-দুখ, আশা-আকাংক্ষা, হৰ্ষ-বিষাদক প্ৰতিফলিত কৰি প্ৰকৃতাৰ্থত 'অসমৰ সাহিত্য' হৈ উঠিব লাগিব। ভাৰতৰ বিষয়ে পুথি লিখিলেই ভাৰতীয় সাহিত্য যেনেকৈ হ'ব নোৱাৰে, বিশ্বৰ বিভিন্ন লেখকৰ কেইখনমান কিতাপ পঢ়ি গ্ৰন্থ লিখিলেই বিশ্বজনীন সাহিত্য হ'ব নোৱাৰে। আমি প্ৰথমেই চাব লাগিব যে আমি অসমীয়া। অসমীয়া সাহিত্যৰ উন্নতি ঘটাই অসমৰ জনজীৱনৰ ওপৰত, অসমীয়া জীৱনধাৰা, জীৱন-দৰ্শনৰ ওপৰত কালজয়ী, যশোত্তীৰ্ণ সাহিত্যৰ সৃষ্টি কৰিব পাৰিলে সেই সাহিত্যই সৰ্ব-ভাৰতীয় স্বীকৃতি লাভ কৰিব পাৰিব আৰু তাৰ পিছত বিশ্বজনীন সাহিত্যৰূপেও পৰিগণিত হ'ব পাৰিব। অসমৰ ৰাইজৰ আত্মচেতনাক অসমৰ সাহিত্যই আঁতৰিত কৰি তুলিব পাৰিব লাগিব। আত্মচেতনাৰ উদয় হ'লেহে আত্মপ্ৰত্যয়ৰো

আহিব পাৰে। বিশ্বত নিজকে এটা জাতি বুলি পৰিচয় দিবলৈ হ’লে আত্মমৰ্যাদা সম্পৰ্কে আমি সচেতন হ’বই লাগিব আৰু তাৰ আধাৰত আমি সংঘবদ্ধ, সুসংহত, সংস্কৃতিসম্পন্ন এক অসমীয়া জাতি হিচাপে মহৎ সাহিত্যকৰ্মৰ সৃষ্টিৰে ভবিষ্যতে জগতত নিজৰ পৰিচয় দাঙি ধৰিবলৈ যত্নপৰ হোৱা উচিত। সাহিত্যৰ কাৰণে আংগিক, বিষয়বস্তু আৰু ধ্যান-ধাৰণাৰ কাৰণে আমি নিজৰ বিশেষত্বৰ ওপৰত নিৰ্ভৰ কৰা ভাল, আনৰ মুখাপেক্ষী হোৱা উচিত নহয়।

এই প্ৰসংগতে আন এটা কথা উল্লেখ কৰাটো প্ৰয়োজনীয় বুলি আমি ভাবোঁ। সাহিত্য সৰ্বাচলতে সমাজৰ উদ্দেশ্যেই সৃষ্টি কৰা হয়। সমাজৰ মংগল সাধনেই সাহিত্যৰ মহত্তম উদ্দেশ্য। কিন্তু আমাৰ দেশৰ বা আমাৰ ৰাজ্যখনৰেই জনসাধাৰণৰ এটি বৃহৎ অংশ এতিয়াও নিৰক্ষৰ। সাহিত্যৰ জগতখন তেওঁলোকে চিনি নাপায়। কিন্তু আমাৰ জনজীৱনৰ প্ৰতীক এওঁবিলাকেই। আমাৰ কৃষিভিত্তিক অৰ্থনীতিৰো গুৰি ধৰিছে এওঁবিলাকেই। এইসকল লোকক বাদ দি সাহিত্য হ’ব নোৱাৰে। আনহাতে এইসকল লোকৰ মংগলৰ দায়িত্বটোকো সাহিত্যিকে বাদ দিলে নচলিব। বৰ্তমানে আমাৰ প্ৰশাসনীয় বা উন্নয়নমূলক যিকোনো ব্যৱস্থাকে প্ৰকৃততে জনমুখী কৰিবলৈ চেষ্টা কৰা হৈছে। এই পৰিপ্ৰেক্ষিতত আমাৰ সাহিত্যকো জনমুখী কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিব বুলি সাহিত্যিক বন্ধুসকললৈ আমি আহ্বান জনাওঁ।

বৰ্তমানে ৰাজনীতি আৰু সমাজ সেৱাৰ কামত আমাৰ ডেকা-গাভৰুসকল জড়িত হৈ পৰাটো আশাপ্ৰদ লক্ষণ। তেওঁলোকে গধুৰ সামাজিক দায়িত্ব লৈছে আৰু ল’বৰ কাৰণে প্ৰস্তুত হৈছে। শিক্ষিতৰ সংখ্যা বাঢ়িছে, অভিজ্ঞতাৰ বৈচিত্ৰ্য বাঢ়িছে, দেশ-বিদেশৰ সাহিত্যৰ লগত পৰিচয় হোৱাৰ সুবিধা বাঢ়িছে, সাহিত্য-চৰ্চাৰ পৰিৱেশো আগতকৈ উন্নত হৈছে। প্ৰতিভা, শিক্ষা আৰু প্ৰতিশ্ৰুতিৰ অভাৱ নাই। তথাপি আমাৰ যুৱক-যুৱতীসকলে আশানুৰূপ দৃঢ়তাৰে আশানুধীয়াকৈ সাহিত্য-চৰ্চাত ধৰিছে বুলি আমি কদি ক’ব নোৱাৰোঁ। সাহিত্যলৈ নতুন ভাৱধাৰা, নতুন আংগিক, নতুন বিষয়বস্তু ডেকাসকলেই আনিব লাগিব। সমাজৰ পুনৰ নিৰ্মাণত যুৱক-যুৱতীসকলে ৰাজনীতি বা সমাজ সেৱাৰ সকৰ আশ্ৰয় লোৱাৰ উপৰিও সাহিত্যৰ আশ্ৰয়ো ল’ব পাৰে। সৃষ্টিৰ নতুনত্বৰে অসমৰ সাহিত্যক জীয়াই, গতিশীল আৰু সমৃদ্ধ কৰিবলৈ নতুন পুৰুষ আগবাঢ়ি আহক। পুৰণিচাক সাহিত্যিকসকল শিক্ষক সাহিত্যৰ মহিমাখিনি সেইবোৰকেই বহন কৰিব লাগিব। সেয়েহে আমি আমাৰ সাহিত্য অনুষ্ঠানসমূহক আৰু সাহিত্য সভাক নতুন

লেখক-লেখিকাসকলক উৎসাহিত কৰাৰ কাৰণে বিশেষ যত্নপৰ হ'বলৈ অনুৰোধ জনালোঁ। এই খিনিতে আন এটা কথা বিশেষ প্ৰণিধানযোগ্য যে ভাৰতৰ ভিতৰত বহুতো ৰাজ্যতকৈ অসমত শিক্ষিতা মহিলাৰ সংখ্যা বেছি। সেই অনুপাতে সাহিত্য ক্ষেত্ৰত মহিলাৰ অৱদানো যথেষ্ট হোৱা উচিত; বিশেষকৈ মাতৃ আৰু শিশুৰ মনৰ গভীৰৰ কথাবোৰ লেখিকাসকলে মনোৰমকৈ আৰু হৃদয়গ্ৰাহীকৈ প্ৰকাশ কৰিব পাৰে।

আমাৰ নিজৰ ভাষা-সংস্কৃতিক আমি নিজে আদৰ নকৰিলে, আন কোনে কৰিব? নিজৰ সকলো থাকোঁতেও আপোন বুলি দলিয়াই পেলাই পৰৰখিনি বিচাৰি ফুৰিবলৈ গ'লে নিজৰ পৰিচয়েই আমি হেৰুৱাই নেপেলাম জানো? আমাৰ সমাজৰ লগত খাপ নোখোৱা অন্ধ অনুকৰণৰ দ্বাৰা বিজাতীয় সংস্কৃতিৰ সৃষ্টি হোৱাটো আমাৰ কাৰো কাম্য হ'ব নোৱাৰে। কিন্তু অতি-সাম্প্ৰতিক কালত তেনে এক প্ৰৱণতাই আমাৰ সমাজত গা কৰি উঠিব ধৰাটো পৰিলক্ষিত হৈছে। সামাজিকভাৱেহে ইয়াক ৰোধ কৰাটো সম্ভৱপৰ। আমাৰ অসমীয়াৰ নিজা বৈশিষ্ট্যখিনি বজাই ৰাখিলেহে আমি ভাল অসমীয়া হ'ব পাৰিম, ভাল ভাৰতীয় হ'ব পাৰিম। তেতিয়াহে ভাষা-সাহিত্যৰ জগততো স্বকীয় আসন এখনৰ অধিকাৰী হৈ থাকিব পাৰিম। বৰ্তমানে আমাৰ বিশেষকৈ চহৰ অঞ্চলৰ মাক-দেউতাকসকলে ল'ৰা-ছোৱালীক ইংৰাজী মাধ্যমৰ বিদ্যালয়ত পঢ়ুৱাবলৈ বেছি আগ্ৰহী হৈ উঠা দেখা যায়। ইংৰাজী মাধ্যমত শিক্ষাৰ উপকাৰিতা যে আছে তাক আমি মানি লওঁ। কিন্তু ইয়াকে কৰিবলৈ যাওঁতে আমাৰ ভৱিষ্যৎ বংশধৰসকলে যাতে নিজৰ ভাষা-সংস্কৃতিক পাহৰি নেপেলায়, তাৰ প্ৰতি চকু ৰখাটো প্ৰতিজন অভিভাৱকৰে অৱশ্য কৰ্তব্য হোৱা উচিত। আমাৰ বহুতো অসমীয়া মাক-দেউতাকে তেওঁলোকৰ ল'ৰা-ছোৱালীয়ে অসমীয়া ভাষা নাজানে বুলি আনৰ আগত কৈ গৌৰৱ কৰাও দেখা যায়। এইটো দুখৰ কথা। আজিৰ কুমলীয়া ল'ৰা-ছোৱালী কাইলৈ দেশৰ নাগৰিক হ'ব। পুৰণিচাম সাহিত্যিকৰ পিছত তেওঁলোকেইতো আমাৰ ভাষা-সাহিত্যক জীয়াই ৰাখিব লাগিব, সমৃদ্ধ কৰিব লাগিব। এই কথা প্ৰতিজন অসমীয়া অভিভাৱকে চিন্তা কৰি চোৱা উচিত।

এই সুযোগতে লেখক, প্ৰকাশক আৰু কিতাপ বেচোঁতাসকলৰ মাজত এক সুসমন্বয় স্থাপনৰ প্ৰয়োজনীয়তাৰ বিষয়েও আমি উনুকিয়াব খোজোঁ। এইটো হ'লেহে সুসাহিত্যৰ সৃষ্টি আৰু প্ৰকাশৰ বাট সুগম হ'ব। তদুপৰি আমাৰ সমাজত

গ্ৰন্থ-সংস্কৃতিৰ সমাদৰ বঢ়াই তুলিবলৈ অৰ্থাৎ গ্ৰন্থ অধ্যয়নৰ স্পৃহা বঢ়াই তুলিবলৈকো আটাইৰে সমন্বিত প্ৰচেষ্টাৰ প্ৰয়োজন। বিগত কেইটামান বছৰত অসম প্ৰকাশন পৰিষদে প্ৰতি বছৰে গুৱাহাটীত গ্ৰন্থমেলাৰ আয়োজন কৰি বিশেষভাৱে পঢ়ুৱৈ ৰাইজক সহায় কৰি আহিছে। এনে ধৰণৰ গ্ৰন্থমেলা ৰাজ্যখনৰ আন আন ঠাইতো অনুষ্ঠিত কৰিব পাৰিলে লেখক, প্ৰকাশক আৰু পঢ়ুৱৈ ৰাইজ—আটায়ে উপকৃত হ'ব বুলি আমি ভাবোঁ।

আমাৰ কবি, সাহিত্যিক, শিল্পীসকলৰপৰা আমি সৎ, সুস্থ আৰু ৰসোত্তীৰ্ণ সাহিত্য-সৃষ্টি কামনা কৰোঁ—যিয়ে আমাৰ সমাজক সুস্থভাৱে পৰিচালিত কৰিব পাৰে। অশ্লীল, কুৰুচিপূৰ্ণ, অপসাহিত্যৰ প্ৰসাৰ যাতে ঘটিব নোৱাৰে তাৰ বাবে সমাজৰ আটায়ে চকু ৰখা উচিত। বৰ্তমান আমাৰ ৰাজ্যখনত বহুতো বাতৰি-কাকত প্ৰকাশ পাইছে। এইটো শুভ লক্ষণ। বাতৰি-কাকতেও সাহিত্য-সংস্কৃতিৰ বিকাশত সহায় কৰিব পাৰে। স্বাভাৱিকতে বাতৰি-কাকতক আমি দৈনিক সাহিত্য বুলি আখ্যা দিব পাৰোঁ। এই দৈনিক সাহিত্যও সুৰুচিপূৰ্ণ, সংস্কৃতিসম্পন্ন হোৱা উচিত।

সদৌ শেষত আমি সোঁৱৰাই দিব খুজিছোঁ যে অসমখন হৈছে এক সমন্বয়ৰ তীৰ্থ। পাহাৰ আৰু ভৈয়ামত বাস কৰা বিভিন্ন জনগোষ্ঠীৰ ভাষা-সংস্কৃতিৰ সমন্বয়ত অসমৰ সমাজ আৰু সংস্কৃতিয়ে গঢ় লৈ উঠিছে। সেই দিশৰপৰা অসমৰ সাহিত্যও হোৱা উচিত সমন্বয়ৰ সাহিত্য। আমি আশা কৰোঁ—এই ক্ষেত্ৰত গুৰি ধৰি অসম সাহিত্য সভাই অসমীয়া সাহিত্যক উপযুক্ত ভূমিকাত অৱতীৰ্ণ কৰাবলৈ সক্ষম হ'ব। অসমৰ সকলো জনগোষ্ঠীৰ ভাষা-সাহিত্য-সংস্কৃতিৰ সমন্বিত বিকাশ সাধন কৰাৰ লগতে আটাইৰে মাজত ঐক্য-সংহতি কটকটীয়া কৰি শান্তি আৰু প্ৰগতিৰ সুন্দৰ পৰিৱেশ অব্যাহত ৰখাত সভাই অক্লান্ত প্ৰচেষ্টা চলাই যাব বুলি আমাৰ পৰম বিশ্বাস। বিশ্বনাথ চাৰিআলি অধিৱেশনখনৰ সৰ্বতোপ্ৰকাৰ সাফল্য অন্তৰেৰে কামনা কৰি আৰু বিশ্বনাথ চাৰিআলিৰ স্থানীয় ৰাইজ, অভ্যৰ্থনা সমিতি, অসমৰ বিভিন্ন স্থানৰপৰা ইয়াত আহি সমবেত হোৱা সাহিত্য-সংস্কৃতিৰ পূজাৰীসকল তথা সাহিত্য-সংস্কৃতিপ্ৰেমী সমূহ ৰাইজলৈ আন্তৰিক ধন্যবাদ আৰু শুভেচ্ছা জনাই মোৰ ভাষণৰ সামৰণি মাৰিছোঁ।

জয় আই অসম

জয়হিন্দ

# বিশ্বনাথ চাৰিআলি সাহিত্য সভাৰ বিশিষ্ট অতিথিৰ ভাষণ

শ্ৰীবিমল চন্দ্ৰ বৰুৱা
প্ৰাক্তন সভাপতি, অসম সাহিত্য সভা

শ্ৰদ্ধাস্পদ সভাপতি ডাঙৰীয়া, অভ্যৰ্থনা সমিতিৰ মাননীয় সভাপতি প্ৰমুখ্যে অতিথি পৰায়ণ উদ্যোগীসকল; সাহিত্যপ্ৰেমী সমবেত প্ৰতিনিধিবৰ্গ, অতিথি-সকল আৰু সেৱাৰ থলি বাইজ। আজি এই তীৰ্থক্ষেত্ৰত পৰিণত হোৱা কমলাকান্ত ক্ষেত্ৰৰ নৱনাৰায়ণৰ বিৰাট সমাবেশত আপোনালোকৰ নিমন্ত্ৰণত উপস্থিত হ'বলৈ পাই আৰু আপোনালোকৰ দৰ্শন লাভ কৰিবলৈ পাই নিজকে ভাগ্যবান বুলি ভাবিছোঁ। সেই কাৰণে আপোনালোকলৈ সশ্ৰদ্ধ সেৱাৰ লগতে কৃতজ্ঞতাৰ চিন স্বৰূপে আগ বঢ়ালোঁ। আজি মনত পৰিছে, কলিকতা প্ৰবাসী ঋষিতুল্য ৺কমলাকান্ত ভট্টাচাৰ্য্য ডাঙৰীয়াক প্ৰায় সদায় লগ পাই দেশ, জাতি, সাহিত্য, সংস্কৃতি আদিৰ বিষয় আমাৰ আগত কোৱা সাৰগৰ্ভ কাহিনীৰ কথা। অগ্নি কবিৰ সুলভ বাণী। তেখেতৰ বাণীয়েই মন্ত্ৰস্বৰূপ হৈ যেন আমাক আজিৰ এই মহান পবিত্ৰ সমাবেশত মুখ মেলিবলৈ সাহস দিছে। তেখেতৰ পবিত্ৰ বিদেহী আত্মাৰ উদ্দেশ্যে শ্ৰদ্ধাঞ্জলি আগবঢ়াইছোঁ।

এতিয়াৰ পৰা তেওঁৰ বছৰৰ আগতে স্কুলত পঢ়ি থাকোঁতেই, অসম সাহিত্য সভাৰ প্ৰথম বাৰ্ষিক সভা তথা বাৰ্ষিক অনুষ্ঠান স্বৰূপে আৰম্ভ হোৱা অসম সভাত দৰ্শক হৈ উপস্থিত থকাৰ কথা মনত আছে। এই পুঁজিটো কলে সাহিত্য কাণ্ডাৰী ৺পদ্মনাথ গোঁহাই বৰুৱাদেৱে। তেখেতেই প্ৰথম সভাপতি। শিৱসাগৰীয় ৰাইজৰ সৌজন্যত আৰু সেই সময়ৰ ডেকা সাহিত্যিকসকলৰ চেষ্টাত এই মহান অনুষ্ঠান আৰম্ভ হয়। এতিয়াৰ লক্ষাধিক ৰাইজৰ উপস্থিতিৰ তুলনাত তেতিয়া ৫/৬শ ৰাইজৰ উপস্থিতি আছিল যদিও অসমৰ খ্যাতিসম্পন্ন ৩০/৪০ জন সাহিত্যিকক দেখিবলৈ পাইছিলোঁ। সেই দিনটো অতি আনন্দ, উৎসাহ আৰু সৎকাৰ্য্যৰ প্ৰতি ব্যস্ত থকাৰ অসমৰে এটা অতুলনীয় দিন আছিল। সেই দিনৰ পৰাই অসম সাহিত্য সভা দিনে দিনে আগবাঢ়ি আজি এতিয়াৰ অৱস্থা পাইছেহি। সাহিত্য সভাৰ বিৱৰণীয়ামৰকলৰ যোগত অসম, দেশৰ পৰিস্থিতিৰ নিমিত্তে মাজে মাজে বাৰ্ষিক অধিবেশন পাতিব নোৱাৰা হোৱাত, আজিৰ অধিবেশনত ৭জন নহৈ ৬জন হ'বলগীয়া হৈছে। আমাৰ নিজৰ মা

সন্তোষৰ বিষয়, এই ৫৬ খন বাৰ্ষিক অধিৱেশনৰ ভিতৰত এতিয়ালৈকে ভগৱন্তৰ কৃপাত আৰু ৰাইজৰ আশীৰ্বাদত ৫০ খনতেই এই মহান পবিত্ৰ কাৰ্যৰ উদ্দেশ্যে সমৱেত হোৱা ৰাইজৰ দৰ্শন লাভ কৰিবলৈ সমৰ্থ হৈছোঁ। সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশন আৰু অন্যান্য অসংখ্য সভা-সমিতিত উপস্থিত হোৱাটো নৈতিক কৰ্তব্য বুলি ভাবিয়েই, বিশেষ একো কৰিব নাই পৰা যদিও সাহিত্য সভাত ওতঃপ্ৰোতভাৱে জড়িত হৈ পৰিলোঁ। অসমৰ এই সৰ্ববৃহৎ জাতীয় অনুষ্ঠানটোৱে, আমাক আন বহুত বিষয়ৰপৰা আঁতৰাই আনি, সাহিত্য চৰ্চাত যেনেদৰেই হওক মনোনিবেশ কৰিবলৈ উদগনি দিলে।

সাহিত্য সভাৰ দায়িত্ব আৰু কৰ্তব্যৰ বিষয়ে বিশেষ ক'ব নালাগে, সকলোৱেই জানে। সকলো অনুষ্ঠান বিমানেই নিৰ্দোষ বুলি ভাবক লাগে তাত দোষ-ত্ৰুটি থকাটোও স্বাভাৱিক। এই দোষ-ত্ৰুটীবিলাক গঠনমূলকভাৱে আঙুলিয়াই দিয়াটো সাহিত্যপ্ৰেমী-দেশপ্ৰেমী সকলোৰে কৰ্তব্য।

সাহিত্য সভাত ৰাজনীতি নিশ্চয় সোমাব নালাগে, কিন্তু ভাষা-সাহিত্যৰ স্বাৰ্থলৈ কোনোৱাই ৰাজনীতি সুমাই আনি সাহিত্য সভাৰ অপকাৰ কৰিব খুজিলে, সাহিত্য সভাৰ যোগেদি কোনোবাই স্বাৰ্থসিদ্ধি কৰাৰ সুকণ্ডা উজিয়াব খুজিলে, সাহিত্য সভায়ো হাত সাবটি বহি থকা উচিত বুলি নাভাবোঁ।

সাহিত্য সভাৰ পৰম্পৰা আৰু সমন্বয়ৰ যোগে সমসাময়িক দেশ-কাল-পাত্ৰ সকলোলৈকে চকু ৰাখি কামত আগবঢ়াটোহে প্ৰশস্ত নীতি। এই বিষয়ে নবীন-প্ৰবীণ সকলোৰে পৰামৰ্শ নিতান্ত প্ৰয়োজন। সাহিত্য সভাৰ প্ৰতি সদ্‌ভাৱ অনেকৰেই আছে, সেই সদ্‌ভাৱৰ মাতে ক্ষতি নহয়ন্তাৰ কাৰণে সদায় চকু ৰাখিব লাগে।

যিসকলে সাহিত্য সভাক আন্তৰিকভাৱে সমৰ্থন কৰে, সেইসকলে এই মহান অনুষ্ঠানটো আত্মনিৰ্ভৰশীল হোৱাটো কামনা কৰে। এই উদ্দেশ্যে ডিব্ৰু অধিৱেশনত এক কোটি টকাৰ জাতীয় পুঁজিৰ প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। তাক কাৰ্যকৰী কৰিবৰ কাৰণে যতদূৰ সম্ভৱ, থৰতকীয়া ব্যৱস্থা কৰাটো বৰ আৱশ্যক হৈ পৰিছে। নিষ্ঠাবান কৰ্মীসকল এই বিষয়ত আগবাঢ়ি আহিলে, এই লক্ষ্যত উপনীত হ'বলৈ বেছি দিন নালাগিব। এনে এটা সৎ আৱশ্যকীয় বিষয়ত যতদূৰ সম্ভৱ সহায় আগ বঢ়াবলৈ ভাল পোৱা লোক বহুত আছে। বৰ্তমান উপযুক্ত, স্বাৰ্থ ত্যাগ স্বীকাৰ কৰিব পৰা কৰ্মীৰহে অভাৱ হোৱা যেন বোধ হয়। এই প্ৰস্তাৱ লোৱাৰপৰা বিজকন সভাপতি আৰু সম্পাদকে সভাৰ কাৰ্য চলাই, আৱশ্য-

ডেকেতসকলৰ প্ৰশংসনীয় চেষ্টাৰ কথা শুনি আমি সন্তোষ পাইছোঁ। কিন্তু অকল সভাপতি-সম্পাদকেই এই কাম কৰিব নোৱাৰে, বিশেষকৈ জিলাপৰিষদে, শাখা সভা স্বীকৃতিপ্ৰাপ্ত সভা সকলোৱে এই মহৎ কাৰ্যটোৰ কাৰণে হাত উজান নিদিলে, এই কাম সোনকালে হোৱাৰ আশা নাই। সাহিত্য সভাৰ ন-পুৰণি অভিজ্ঞ লোকসকলে যথেষ্ট সময় লৈ ভাবি-চিন্তি কাম কৰিলে ভাল হ'ব বুলি আমি ভাবোঁ।

পুঁজিৰ কাৰণে আনলৈ আশা কৰি থকাৰ কাৰণে বহুবছৰেকৰ আগতে সভাই সন্মুখীন হ'বলগীয়া শোচনীয় অৱস্থাৰ কথা বহুতেই জানে। সেই সময়ৰ বিজ্ঞ-বৰীয়ানসকলে বিশেষ উপায় কৰি, অত্যাৱশ্যকীয় কামখিনি সমাধা নকৰা হ'লে, সাহিত্য-সন্মানত বিশেষ আঘাত পৰিলহেঁতেন।

অসম সাহিত্য সভা অসমবাসীৰ গৌৰৱৰ সম্পদ। ই এটা আদৰ্শৰ অনুষ্ঠানত পৰিণত হৈছে। আমাৰ দীৰ্ঘ দৃষ্টিসম্পন্ন পূৰ্বপুৰুষসকলে এই সৰ্ববৃহৎ জাতীয় অনুষ্ঠান দি গৈছে, বৰ্তমানৰ পুৰুষে ইয়াক সময়োচিতভাৱে মুকলি মনেৰে চালি-জাৰি যুগৰ উপযুক্ত কৰিবৰ কাৰণে যত্ন কৰি স্থায়ী সম্পদত পৰিণত কৰিবলৈ সকলো সমাজসচেতন অসমবাসী নাগৰিকে আগভাগ লোৱা উচিত; এনে মহৎ অনুষ্ঠান, সভা-সমিতি আদি সদায় মহত্ত্বৰপৰা মহত্ত্বলৈ আগবঢ়াই নিয়াত সচেষ্ট হ'লে দেশ আৰু জাতি পিছ পৰি নাথাকে।

বৰ্তমান এটা পৰিবৰ্তনৰ যুগ আহিছে। কুৰি শতিকাৰ সভ্যতা শীৰ্ষবিন্দু পাইছে যেন অনুমান হৈছে। এই সভ্যতাৰ সীমা পাৰ হোৱা সময়ৰ সোমোৱাত মানুহ-প্ৰকৃতি সকলোতে এটা বিশৃংখলাই দেখা দিয়াটো অস্বাভাৱিক নহয়। এই বতাহ ছাটিয়ে শান্তিপ্ৰিয় অসমবাসীকো নপৰশাকৈ নাথাকে। সোমোৱাৰ বিশৃংখলা কোনেও নজনাকৈ লাহে লাহে পিছলি নাযায়। ইয়াৰ থহটা শুপ এটা থাকিবই। বৰ্তমান পৃথিৱীত দেশ দেশকৈ যুদ্ধ-বিগ্ৰহ বিশেষভাৱে নাথাকিলেও তলে তলে শীতল যুদ্ধৰ প্ৰভাৱে মানুহৰ মাজত অশান্তিৰ সৃষ্টি কৰিছে। এনে অৱস্থাত সুসংহত সাহিত্যৰ নিতান্ত প্ৰয়োজন। অসম সাহিত্য সভাই এনে সাহিত্যৰ পোষকতা কৰা নিতান্ত প্ৰয়োজন। সাহিত্যই শান্তিৰ পথ নেদেখুৱাক আন উপায় নাই। সাহিত্যই জাতিক শক্তিশালী কৰাটোক যি অৰিহণা যোগায় তাৰ তুলনা নাই।

আগত সাহিত্য পথত শক্তি
মুক্তিৰ মহা বাণী,
অসম সাহিত্য সভা অমৰ হওঁক,
জয় আই অসম।

# বিশিষ্ট অতিথিৰ ভাষণ

চাও হেম বুঢ়াগোহাঞি
সভাপতি, পূৰ্বাঞ্চল তাই সাহিত্য সভা

**অসম সাহিত্য সভাৰ ৫৬তম বিশ্বনাথ অধিৱেশনৰ মাননীয় সভাপতি প্ৰমুখ্যে মাননীয় প্ৰতিনিধি, সতীৰ্থসকল, অভ্যৰ্থনা সমিতিৰ মাননীয় সভাপতি প্ৰমুখ্যে সন্মানীয় সাহিত্যপ্ৰেমী সতীৰ্থ কৰ্মীসকল, অতিথিসকল, সেৱাৰ থলি বাইছ।**

ৱান অক পাপ লিক ম্যুং তাইৰ (পূৰ্বাঞ্চল তাই সাহিত্য সভা) সভাপতি স্বৰূপে মোক ৫৬তম অধিৱেশনত বক্তব্য দাঙি ধৰিবলৈ সুযোগ দি আপোনালোকে পাপলিক ম্যুং তাইকে সন্মানিত কৰিছে। আমাৰ সভাৰ হৈ আপোনালোক সকলোলৈকে আন্তৰিক ওলগ যাচিছোঁ।

তাই সাহিত্য সভাৰ উদ্দেশ্য, লক্ষ্য আৰু আঁচনিৰ বিষয়ে চমুকৈ আপোনালোকক অৱগত কৰিবলৈ বিচাৰিছোঁ, লগতে ৮ম বাৰ্ষিক তাই সভাৰ অধিৱেশনলৈ আপোনালোকক নিমন্ত্ৰণ জনাইছোঁ। অধিৱেশন গুৱাহাটীৰ দক্ষিণ গাঁও ছুাকাকা নগৰত অহা ১৬, ১৭, ১৮ মে' তাৰিখে অনুষ্ঠিত হ'ব। ৱান অক পাপ লিক ম্যুং তাই ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ তাইসকলৰ (আহোম, খামতি, ফাকে, আইতন, খাময়াং, তুৰুং, নৰা, দোৱনীয়া আৰু মান) এটি অৰাজনৈতিক বৃহৎ অনুষ্ঠান। প্ৰকৃতপক্ষে পাপ লিক ম্যুং তাই অসম সাহিত্য সভাৰ এটি পৰিপূৰক অংগ। অসম সাহিত্য সভাই তাই ভাষা-সাহিত্য-সংস্কৃতিৰ যি যি দিশত মনোনিবেশ কৰিব পৰা নাই সেই দিশবোৰত আলোকপাত কৰি অসমীয়া জাতি-ভাষা-সংস্কৃতিক সবল কৰি সমন্বয়ৰ যোগে বৃহৎ অসমীয়া জাতি গঠন কৰাই তাই সাহিত্য সভাৰ মুখ্য উদ্দেশ্য। এই উদ্দেশ্য আগত ৰাখি তাই সাহিত্য সভাই হাতত লোৱা আঁচনিসমূহ চমুকৈ-এনে ধৰণৰ।

(১) অসমীয়া ভাষাৰ পিতৃবচন, তাই ভাষাৰ বুৰঞ্জী, অভিধান, ব্যাকৰণ

ধৰ্মপুথি প্ৰণয়ন কৰি প্ৰকৃতপক্ষে অসমীয়া ভাষা-সাহিত্যক অধিক শক্তিশালী কৰা।

(২) বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, অসম সংগ্ৰহালয় আৰু তাই পণ্ডিত-সকলৰ ঘৰত সংৰক্ষিত পুথি-পাঁজিসমূহ উপযুক্তভাৱে সংৰক্ষণ কৰা।

(৩) ছশ বছৰীয়া আহোম ৰাজ্যৰ "ৰাজ্য ভাষা" তাই আহোমক সংস্কৃত, পাৰ্চী আদি ভাষাৰ নিচিনাকৈ বিদ্যালয়সমূহত প্ৰচলন কৰা।

(৪) তাই ভাষাৰ বুৰঞ্জীসমূহৰ ওপৰত ভেটি কৰি মধ্যযুগৰ অসমৰ কালৰ এখন বৃহৎ বুৰঞ্জী প্ৰণয়ন কৰা আৰু আহোম ৰাজৰ তথা চাওফা আৰু ডাঙৰীয়াসকলৰ চৰিত্ৰ হননৰ উদ্দেশ্যে ৰচনা কৰা লিখনিসমূহৰ যোগ্য প্ৰত্যুত্তৰ দিয়াৰ ব্যৱস্থা কৰা।

(৫) অসমৰ প্ৰাচীন কীৰ্তিচিহ্নসমূহৰ যথাযোগ্য সংৰক্ষণৰ সপক্ষে কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰক সজাগ কৰিবলৈ জনমত গঠন কৰা।

(৬) পাটসাঁকোত অৱস্থিত কেন্দ্ৰীয় তাই বিদ্যালয় চৰকাৰীকৰণ আৰু অন্যত্ৰ সিঁচৰতি হৈ থকা তাই বিদ্যালয়সমূহক স্বীকৃতি প্ৰদানৰ বাবে চৰকাৰৰ ওচৰত দাবী জনোৱা।

(৭) অসমৰ সকলো জনজাতিৰ সমন্বয় সাধন কৰি ঐক্যৰ ডোলেৰে বান্ধি বৃহৎ অসমীয়া জাতি গঠনৰ হকে কাম কৰা।

তাইসকলে ম্যুং ছুন ছুন থাকত অসমীয়া জাতি গঢ়াৰ প্ৰক্ৰিয়াত নিজ ভাষা তাই থলুৱা লোকৰ মাজত কেতিয়াও জাপি দিয়া নাছিল, বৰঞ্চ এই ভাষা নিজৰ মাজতে আবদ্ধ ৰাখি ৰাজভাষা হিচাপে চলাইছিল। প্ৰজাসাধাৰণৰ লগত ভাবৰ আদান-প্ৰদানৰ বেলিকা তাই ঠাচেৰে থলুৱা কথা-বতৰাক অগ্ৰাধিকাৰ দিছিল। এনেকৈ অসমীয়া জাতিৰ পিতৃ চাওলুং ছ্যু-কা-ফাই বিজিত বিভিন্ন জনগোষ্ঠীৰ হৃদয় কোণত ভাষাৰ ভ্ৰূণ ছটিয়াই দিয়াত সময়ত অসমীয়া ভাষাৰ জন্ম হ'লগৈ। এইজন্য চাওফাই গঢ়ি যোৱা সৰ্বদিশৰ ভেটি ক্ৰমে ক্ৰমে পিছৰ চাওফা-সকলৰ দিনত ক্ৰমে ক্ৰমে আগবাঢ়ি গ'ল। চাওফাসকলৰ প্ৰায় আঠেশ বছৰৰ ৰাজধানী গড়গাঁও নগৰতে চাওফা চুহুংমুঙৰ দিনতে দেশৰ উন্নতিৰ সোপান সমূহ আগবাঢ়ি গ'ল। এই সময়তে দেশৰ শাসন ব্যৱস্থাই চৰম সীমা পাইছিল। ভাষা, সাহিত্য, সংস্কৃতি, বুৰঞ্জী, আচাৰ-নীতি, জীৱন যাত্ৰাৰ পৰম্পৰা, পদ্ধতিৰ প্ৰৱণতা বৃদ্ধি হ'ল। তদুপৰি ৰাজ্য বহলোৱা, দেশৰ ৰক্ষা-প্ৰজা সকলোবোৰে মানুহক ঐক্য-বদ্ধতি সাধন কৰা, পৰ্বত-ভৈয়ামৰ জনজাতিৰ একাত্মতা দৃঢ় কৰাৰ নিমিত্তে সকলো

হ'লগৈ। পৰম্পৰা ভাই ভাষাৰ সমান্তৰাল ৰূপত অসমীয়া ভাষাৰ সৃষ্টি হৈ গড়গঞা লিপিৰো উদ্ভৱ হ'ল। কম কথাৰে সৰহ অৰ্থ প্ৰকাশ কৰা আৰ্হি প্ৰকট হ'ল। অসমীয়া ভাষা মিটোল ৰূপত তাই ঠাচত সৰবী হ'ল।

গড়গাঁৱৰ আশেপাশে ৰংপুৰ, লখিমপুৰ, মংগোলীয় লোকৰ বসতি স্থল। মংগোলীয় লোকৰ ধ্যান-ধাৰণা অসমীয়া ভাষা উৎপত্তি মংগোলীয় মন। দেউৰী, চুটিয়া, বড়ো, কছাৰী, ৰবাহী, মৰাণ, মটক, মিছিং আদি জনগোষ্ঠীয়ে দ্বিধাহীনভাৱে চাওদাংসকলৰ সৰ্বজনৰ উদাৰ আদৰ্শক মানি ল'লে। উল্লিখিত প্ৰতি জনগোষ্ঠীৰ নিজৰ মাত-কথা অসমীয়াৰ মাজত সমূহীয়া অসমীয়া ভাষা দাপোণত আপোন ৰূপ পাই সমন্বয়ৰ সাঁকো গঢ়িলে। আধুনিক কালত দুই-এজন ভাষাবিদ্ পণ্ডিতে অসমীয়া ভাষাৰ উৎপত্তি কুন্দিহল উজনিৰ মংগোলীয় জনগোষ্ঠী বুলি স্বীকাৰ কৰিছে যদিও সূক্ষ্ম, সম্যক, নিৰপেক্ষভাৱে লক্ষ্য কৰিলে আহোমসকল হ'ল অসমীয়া ভাষাৰ পিতৃ আৰু ৰবাহী, মৰাণসকল হ'ল মাতৃ, অন্যান্য মংগোলীয় জনগোষ্ঠী হ'ল প্ৰসৱ বেদনাৰ লগত জড়িত কঁকাল ধৰি বা হাত ধৰি মাতৃ। আচলতে অসমীয়া জনগোষ্ঠীয়সকলৰ শব্দসম্ভাৰেৰে পৰিপুষ্ট হৈ অসমীয়া ভাষা-সাহিত্য চহকী হৈছে। কিন্তু বঙালবীয়া প্ৰভাৱ অধিক পৰি শাসক ভাইসকলৰ মেটমৰা শব্দসম্ভাৰেৰে অসমীয়া ভাষাৰ বৰ ভঁৰাল উপচি পৰিছে।

সময় গতিশীল। গতিশীলতাৰ মেৰপাকত পৰি চাওদাংসকলে সময়ত হিন্দুধৰ্ম গ্ৰহণ কৰি পশ্চিমীয়া সংস্কৃত ভাষাৰ প্ৰতি অনুৰাগী হৈ ব্ৰাহ্মণ, গোসাঁই, মহন্তসকলক আদৰি ধৰ্ম কাৰ্য্য আৰু শেষত ভাষা শিক্ষাৰ পোষকতা কৰিলে। পাৰ্চী, আৰবী আদি ভাষাৰো কম-বেছি পৰিমাণে প্ৰচলন হৈ বৈষ্ণৱ যুগৰ ভোজপুৰী-ব্ৰজাৱলী ভাষাৰো আদান-প্ৰদান হয়। পাৰ্চী-আৰবী মূলৰ লগত মিহলি হৈ অসমীয়া ভাষাত মুছলমান পীৰ আজান ফকীৰে গড়গাঁৱৰ মংগোলীয় ভাইসকলৰ মাজত থাকি জিকিৰ আৰু জাৰি গীত ৰচনা কৰিলে। শংকৰ-মাধৱে ভোজপুৰী ব্ৰজাৱলীত পুথি ৰচনা কৰি বৈষ্ণৱ ধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰত লাগিল। এই যুগত প্ৰচলিত ভোজপুৰী-ব্ৰজাৱলী, আচলতে অসমীয়া ঠাচৰ নহয়। এই ভাষা অসমীয়া ভাষা ভঁৰালৰ বহা খাৰিৰ পথাৰৰ স-লখিমী। তেনেকৈ শংকৰ-মাধৱ বিৰচিত গীত-পদসমূহ ভাইহুঁতীয়। বৰগীত আৰু নামঘোষাৰ সুৰ উজনিৰ ভাই সাংগীতিক নহয়, মূৰ্চ্ছনা মাত্ৰ। অসমৰ উজনি আৰু নামনিৰ সাংগীতিক লয় অনুসৰণ কৰি শংকৰ-মাধৱৰ একে গীত-পদ পৰিবেশনৰ দিশসমূহ দুয়ো ঠাইত বাজিলেই এনে 'বৈসাদৃশ্য' ধৰা পৰে।

খ্ৰীষ্টান মিছনেৰীসকলে অসমীয়া ভাষাৰ ভুৰীয়া গঢ় দি গ'ল। এই ঠাচ ইংৰাজীৰ। মিছনেৰীসকলৰ সময়ৰপৰা বৰ্ত্তমান সময়লৈকে বহুতো লেখকে অসমীয়া ভাষাক সংস্কৃতীয়া ঠাচত গঢ় দি প্ৰচাৰ আৰু প্ৰসাৰত পক্ষপাতিতা কৰিলে। ক্ৰমে সামগ্ৰিক অসমীয়া ভাষাটো প্ৰচুৰ সংস্কৃত শব্দ আহি ভাষাৰ মূল অৱয়ৱ বিনাশ হোৱাৰ উপক্ৰম হ'ল। ফলত জনগোষ্ঠীসমূহৰ ভাব-চেতনা, ভাষা সম্ভাৰৰ অস্তিত্ব প্ৰায় নাইকিয়া হ'লগৈ। অসমীয়া পুৰণি শব্দবোৰ আধুনিক আৰ্যীকৰণমুখী লেখকসকলে অচল কৰি পেলালে। প্ৰচলনৰ অসমীয়া অভিধানত যিবোৰ শব্দ আছে 'হেমকোষ' বা 'চন্দ্ৰকান্ত'ত নাইকিয়া কৰিলে। অসমীয়া ভাষা আৰ্যীকৃত ৰূপত সজাবলৈ যাওঁতে মংগোলীয় জনগোষ্ঠীসমূহক পাকেপ্ৰকাৰে হেয় প্ৰতিপন্ন কৰাৰ ব্যৱস্থা হ'ল। অনেক শব্দৰ এটি মাত্ৰ উদাহৰণ দিওঁ। 'হেমকোষ' পৃঃ ৪৬৯ত থকা 'তিলনি' শব্দটোৰ অৰ্থ দেখিলেই জাতি জনগোষ্ঠীক পশু তুল্য জ্ঞান কৰা ৰূপ বিকশি উঠে। ( তিলনি : ইতৰ জাতিৰ মানুহে মৰাৰ তিনি দিনৰ দিনা মৃতকৰ উদ্দেশ্যে তিল-জল আদি দিয়া কাম। A ceremony performed by the low caste Hindus on the third day after death.)।

শংকৰ-মাধৱে গীত-নামসমূহ ৰচনাৰ পৰত বৈষম্যৰে ভুমিকা লোৱা নিদৰ্শনো গ্ৰন্থসমূহত পোৱা যায়। জনজাতীয় লোক আৰু মংগোলীয়সকলক উচ্চ বৰ্ণৰ অভিজাত অসমীয়াসকলে নীচ আৰু পশুতুল্য জ্ঞান কৰা ভাৱ গ্ৰন্থসমূহত অংকুৰিত হৈ আছে। 'নামঘোষা'ত মাধৱদেৱে কৈছে (সাঁচিপতীয়া পুথি) "হৰিনাম নিয়ম / নাহি অধিকাৰী / ৰাম বুলি তৰে / ম্লেছ অধম কহাৰী।" (৫০১) আকৌ শংকৰদেৱে শ্ৰীমদ্ভাগৱতৰ দ্বিতীয় স্কন্ধত কৈছে, "কিৰাত কছাৰী/খাচি গাৰো মিৰি/ যৱন কংক গোৱাল / অসম মলুক / ধোৱা যে তুৰুক / কুবাচ ম্লেছ চাণ্ডাল।" (৫৩) বৈষ্ণৱ যুগৰ এই দুয়োজন লেখকৰ লেখনিত এটা জাতি গঢ়াৰ প্ৰক্ৰিয়া আচলতে গঠনমূলক নে সংহতি সম্প্ৰীতি সমন্বয় বিনষ্ট কৰাৰ চক্ৰান্ত?

স্কুল-কলেজ-বিশ্ববিদ্যালয়তো অসমীয়া ভাষাৰ প্ৰতি কৰা অৱহেলা বিভিন্ন জনগোষ্ঠীৰ প্ৰতি থকা অৱজ্ঞা, সেইসকলৰ ভাষা-সাহিত্যৰ প্ৰতি মাহীআইৰ চাৱনি দিয়া পৰিলক্ষিত হয়। বুৰঞ্জীৰ প্ৰতি অৱহেলাৰ ভাৱ কথাই তুলি নতুন চামক দেশৰ অতীত জানিবলৈ অসমৰ বাট বন্ধ কৰাৰ প্ৰক্ৰিয়া নেকি? ভাৰত আৰু ইউৰোপৰ বুৰঞ্জী সামৰি [illegible] [illegible] আৰুত বুৰঞ্জী বিষয়টোক

শিক্ষানুষ্ঠানসমূহত প্ৰবৰ্তন কৰা হৈছিল। আজিকালি আকৌ মুৰুজী বিষয়-টোকে জিগিৰী বিষয় হিচাপে শিক্ষানুষ্ঠানত দিয়া হৈছে।

কলেজ-বিশ্ববিদ্যালয়ৰ অসমীয়া পাঠ্যপুথিত বৈষ্ণৱী সাহিত্যৰে সিংহ অংশ পূৰণ কৰা হৈছে। বৈষ্ণৱী সাহিত্য আৰু সত্ৰীয়া সংস্কৃতিক প্ৰাধান্য দি ছাত্ৰ-ছাত্ৰীক অসমীয়া ভাষা-সংস্কৃতিৰ জ্ঞান দিবলৈ যন্ত্ৰৰ আঁচনি যুগুত কৰা হৈছে। আধুনিক কালত ৰচিত ব্যাকৰণত নামনিৰ ভাষা প্ৰয়োগ কৰি অসমীয়া ভাষাৰ প্ৰহৃতি গৃহ চুৰা কৰা দেখা গৈছে। তুলনামূলক বিজ্ঞানসন্মত চিন্তাৰ অভাৱৰ বাবেই ভাষা-সাহিত্যৰ এনে বিকৃত ৰূপ প্ৰকট হৈছে। সেইবুলি আধুনিক কালত কেৱল পুৰণি অসমীয়া কথা-বতৰাখিনিকে কৈ উজনি-নামনিৰ ভাষাৰ জুৱাৰ আহ-যাহ কৰাত বন্ধ কৰাৰ কথা ক'বলৈ বিচৰা নাই। ভাষাৰ জাত নাই। ভাষাৰ জাত নহ'লেও ব্যৱহাৰৰ ক্ষেত্ৰত মূল ৰূপ বিনাশ নোহোৱাটোহে সকলোৰে কাম্য।

অসমীয়া লেখক-সাহিত্যিকে আইয়ে জন্ম দিয়া ভাষা সন্তানৰ জন্ম ঠাইক পাহৰি-পেলাইছে। ভাষা বোৱঁতী সুঁতি হ'লেও কিছুমান এনে শব্দ অসমীয়া ভাষাত আছে যিবোৰ অসমীয়া জাতি থাকে মানে কোনোকালে বোৱঁতী সুঁতিত উটি নাযায়। অনেক শব্দৰ ভিতৰত ধৰি লওঁ "আই" শব্দটো। প্ৰাত্যহিক জীৱনত-নিজৰ আইক 'আই' সম্বোধি কিমানজনে অসমীয়া ভাষা-সাহিত্যৰ সেৱা কৰিছো? গাঁৱে-নগৰে সকলোতে 'আই' শব্দ উঠি গ'ল, নতুন সোঁতত 'মা' আহিল। 'আই'ৰ সিচিনা 'মা'ক আদৰা আমি অসমৰ অস্তিত্ব ৰক্ষা কৰা জাতি। আলি-বাটত চেঁটুকালি "জয় আই অসম" বুলি সমস্বৰত উঠি বোৱা আমি আধুনিক অসমৰ গঢ়া 'এটি কবি' যৌ মাখি। আচল অসমীয়া শব্দসম্ভাৰৰ প্ৰয়োগ ত্যাগ কৰা, অসমীয়া মৌলিক সংস্কৃতিৰ প্ৰতি আওকণীয়া হোৱা আমি ভাষা-সংস্কৃতিৰ ধ্বজা বাহক উদিত সূৰ্য সদৃশ জাতিৰ অগ্ৰদূত। অসমীয়া নিভাঁজ মৌলিক শব্দ-সম্ভাৰেৰে ৰচনা কৰা থাচ লোক-সংস্কৃতিৰ দাপোণ সময়ৰ বুকুত সজাই তুলি কটকটীয়াকৈ সমাজৰ মাজত সদৰী কৰা গ্ৰন্থসমূহ আমি বুদ্ধিজীৱী লেখক-সাহিত্যিকে পঢ়ি চাওঁনে? তেনেকৈ আচল অসমীয়া সমাজ জীৱনক কেন্দ্ৰ কৰি লিখা বিশাল শব্দ-ভাষা-সংস্কৃতিৰ প্ৰতিফলন হোৱা ড° লীলা গগৈৰ "নৈ বৈ যায়" উপন্যাসখন আমি বুদ্ধিজীৱী কেইজনে পঢ়ি মূল্যায়ন কৰিছো? ভাষা-সাহিত্যৰ অতীত নাই নেকি? সংস্কৃতিৰ ঐতিহ্য নাই?

অতীতলৈ বুলি চোৱা মানে অতীতলৈ উভতি যোৱা নুবুজায়।

# বিশিষ্ট অতিথিৰ ভাষণ

—কাৰাম ইংকুমল

সম্পাদক, মণিপুৰী সাহিত্য পৰিষদ, অসম

পৰম শ্ৰদ্ধাভাজন সভাপতিদেৱ, মুখ্য অতিথি, বিশিষ্ট অতিথিবৃন্দ, মাননীয় প্ৰতিনিধিবৰ্গ আৰু সুধীবৃন্দ,

চেনেহৰ আই অসমীৰ বহল বুকুৰ মাজকণা লোক-নিচিনা এজন নিঃকিনত হাজাৰ হাজাৰ সাহিত্যানুৰাগী মনীষীবৃন্দৰ মিলনতীৰ্থ এই কমলাকান্ত কেন্দ্ৰৰ মিলনভূমিৰ সভাৰ এই শুভক্ষণত বিশিষ্ট অতিথি হিচাপে ঠাই পোৱাত মই অতিশয় আনন্দিত হৈছোঁ। পোনতে মই অসম সাহিত্য সভাক ধন্যবাদ জনোৱাৰ লগতে অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যদেৱ, সুন্দৰৰ পূজাৰী ও সংস্কৃতিৰ সেনানীৰ সেনাধ্যক্ষ জ্যোতিপ্ৰসাদ আগৰৱালা ও কলাগুৰু বিষ্ণু ৰাভাদেৱ, স্বাধীনতা আন্দোলনৰপৰা আজিলৈকে অসমী আইৰ পাৱে কেঁচা তেজ অঞ্জলি দিয়া অসমী আইৰ সুযোগ্য সন্তানসকলৈ হজা হজা ইকাইখুম্নজবা জোৰজনা মিংশুমী পিৰাংজো শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিছোঁ।

সহিত + যত্য তদ্ধিত প্ৰত্যয়ত সাহিত্য শব্দ সিদ্ধ হৈছে, যাৰ অৰ্থই হ'ল বৈচিত্ৰ্যৰ মাজেৰে ঐক্য স্থাপন কৰা। বৈচিত্ৰ্যৰ মাজৰ ঐক্যৰ প্ৰতীক এই অসম বহু জাতি-উপজাতি বিভিন্ন জনগোষ্ঠীৰ বাৰেবৰণীয়া ভাষা-সংস্কৃতিৰ সমন্বয়ৰ মিলনভূমি। এই বিভিন্ন জনগোষ্ঠীৰ ভাষা, ধৰ্ম আৰু সংস্কৃতিৰ সমন্বয়ত গঢ় লৈ উঠিছে এই বৃহত্তৰ অসম তথা অসমীয়া জাতি। আনহাতে অসমীয়া সংস্কৃতি হৈছে সমন্বয়ৰ সংস্কৃতি, ই কোনো নিৰ্দিষ্ট জনগোষ্ঠীৰ সংস্কৃতি নহয়। আৰ্য, কিৰাত, নিষাদ, অষ্ট্ৰিক, মংগোলয়ড্ দ্ৰাবিড় আদি জাতিসমূহৰ সংস্কৃতিৰ উপাদানেৰে সংমিশ্ৰিত হৈ বহু যুগৰ ক্ৰমবিবৰ্তনৰ ফলস্বৰূপে অসমীয়া সংস্কৃতি গঢ় লৈ উঠিছে।

এই বিশাল ভূমিখণ্ড 'অসম'ৰ মাজেৰে বৈ গৈছে লুইত, বৰাক, ধনশিৰি আৰু এই ভূমিখণ্ড বিভিন্ন জনগোষ্ঠী, বিভিন্ন ধৰ্মাৱলম্বী লোকে ইতিহাসে চুকি লোপোৱা দিনৰপৰাই এই অসমৰ ঐক্য সংহতি আৰু ভ্ৰাতৃত্ব্ এনাজৰী একেটা

তেওঁৰ বেলৰাণী যুৱতীয়া মগলু মাহৰবেৰিক অসমৰ স্বৰ্গদেৱ আৰু পাত্ৰ-মন্ত্ৰী-সকলে যিদৰে স্নেহ-সম্ভাষণ কৰিছিল, তেওঁলোকেও আগতে এই অসম দেশক আপোনাৰ দেশ যেন ভাবি নিজৰ প্ৰাণ উছৰ্গা কৰি অসমৰ স্বাধীনতাৰ যুদ্ধত লিপ্ত হৈছিল। (সূৰ্য্যকুমাৰ ভূঞা—স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহ পৃঃ ৫৩-৫৪।)' এই কুৰঙ্গনয়নী অসম-মণিপুৰৰ দুই ৰাজ্যৰ সম্বন্ধৰ সেতু। এই মগলুখাট অসমৰ প্ৰথম মগলুৰ গাঁও। মহাৰাণীৰ গড়গাঁৱৰ কাৰেংঘৰটো অসমৰ পিছত এই মগলু লোকসকলৰ কিছুমানে শিৱসাগৰ আৰু কিছুমানে গড়গাঁৱৰ ওচৰত থাকিবলৈ লয়। কুৰঙ্গনয়নীয়ে অসমৰ স্বাধীনতা যুদ্ধত অগ্ৰগামিনী হৈ স্বৰ্গদেৱ, পাত্ৰ-মন্ত্ৰী, বৰবৰুৱা আৰু বাইজৰপৰা পোৱা স্নেহ-সম্ভাষণৰ প্ৰতিদান দিয়ে। তেওঁৰ লগত অহা মগলুবোৰেও স্বৰ্গদেৱৰ কৰ্মীয়া হৈ কেইবাবাৰো মোৱামৰীয়া বিদ্ৰোহত যুদ্ধ কৰে। এই মগলুসকলৰ সতিসন্ততিৰ গাঁও বৰকলাংসৰ, হাঁহচৰা, শিৱসাগৰ, গড়গাঁৱত ১৫০টা মগলু পৰিয়াল বৰ্ত্তমান আছে।

১৭৮৮ খৃঃত মোৱামৰীয়া বিদ্ৰোহৰ সময়ত স্বৰ্গদেউ গৌৰীনাথ সিংহৰ অনুৰোধক্ৰমে মহাৰাজ চিংথংখোম্বা (জয়সিংহ)ই সৈন্য-সামন্তৰ সৈতে ঠাকুৰ বৰ্মাৰ নেতৃত্বত অসমলৈ পঠিয়ায়। ৫ মাহ অসমত থকাৰ পিছত ঠাকুৰ বৰ্মাই ঘূৰি অহা সময়ত অসমীয়া ৬০ জন, ঘোঁৰা ২৯, শ্ৰীভগৱৎ ৫ খন লৈ মণিপুৰ পায়হি। (চৈঃ কুঃ পৃঃ ১৫৪।) খৃঃ ১৭৯০ত মণিপুৰৰ ৰজা জয় সিংহই (চিংথংখোম্বা) নিজৰে সৈতে তেওঁৰ পুত্ৰ যুৱৰাজ মধুচন্দ্ৰ আৰু ৫০০ অশ্বাৰোহী, ৪০০০ সৈন্যৰে সৈতে অসমলৈ আহি বিদ্ৰোহ দমনৰ ক্ষেত্ৰত আহোম ৰজাক সহায় কৰিছিল। কিন্তু দাঁতিয়ে দাঁতিয়ে ফন্দি কৰি লুকাই থকা মোৱামৰীয়াইহঁতে খাৰে খাৰে ওলাই আহি মগলুৰ সৈন্যে নৰাণত ভীষণ যুদ্ধ হয়। উপায় নাপাই মগলু সেনা অনেক ভাগিল। চিংথংখোম্বা ৰজাই 'হয়াৰাজ' নামে ঘোঁৰাত উঠি নিজেও প্ৰাণ টাকি মোৱামৰীয়াৰ লগত যুঁজিবলৈ ধৰিলে। মধুচন্দ্ৰই অসীম সাহসেৰে যুদ্ধ কৰিছিল। বুঢ়াৰজা চিংথংখোম্বাই (জয়সিংহই) এবেলাৰ সৈন্য ভাঙনীয়াৰ লগত হৈ নিজৰ দেশলৈ গ'ল। বুঢ়াৰজা (জয়সিংহ) চিংথংখোম্বাই মণিপুৰলৈ উভতি যোৱাৰ পাছতো অশ্বাৰোহী সৈন্যৰ সৈতে মণিপুৰীয়া সৈন্য বিচেৰ সিপাৰে বাস কৰিছিল। মণিপুৰীসকলৰ মাজত প্ৰবাদ আছে যে—"আমবাং চৈৰ পাখী থাৰ ৰোঁপাই, [illegible] খেলোৱা এই মাঁখবাং চৈৰ পাখী"—উক্ত প্ৰবাদ [illegible] মাখবাং চৈৰ পাখী বাখাৰ। [illegible]

[illegible]

জোৰাম্বীয়াসকলে চুক্ৰাকাৰেলপৰা মণী জেঠা চি গজাই যাব যোৰাম্বি মগলু মৈতৈ ৰাজ বাটতে অগণী আইৰ বাবে প্ৰাণ আহুতি দিবলগীয়া হ'ল।

W. Robinsonএ তেওঁৰ 'Descriptive Account of Assam'ৰ পৃঃ ১১৩ত উল্লেখ কৰে যে "The Manipuriś were however repulsed with loss of 1,500 men". এই মগলু মৈতৈসকলক কেনেকৈ হত্যা কৰিছিল তেওঁৰ Foot noteত বৰ্ণনা কৰিছে—It is said they were entrapped amongst concealed pitfalls, their horses fell and the riders were cut up"

উল্লেখযোগ্য যে শিৱসাগৰ সাহিত্য সভাই ডিচেম্বৰ মাহত (১৯৮৯ চন) বহা সভাত এই মাৰধাং মণীৰ পাৰত ঐতিহাসিক সমৰৰ পম খেদি এটি কীৰ্তিস্তম্ভ নিৰ্মাণ কৰাৰ যি প্ৰস্তাৱ গ্ৰহণ কৰা হৈছে, ই অতি আদৰণীয়। এই কাৰ্য নিশ্চয় দুই ৰাজ্যৰ মাজত সমন্বয় তথা সংহতিৰ প্ৰতীক হিচাপে চিৰযুগমীয়া হৈ ৰ'ব।

মণিপুৰৰ ৰজা চিংথংখোম্বাই (জয়সিংহ) অসমৰপৰা উভতি নিজ ৰাজ্যত সুস্থিৰভাৱে নিজ ৰাজ্য চলাবলৈ লয়। অসমৰপৰা উভতি গৈ বুঢ়া ৰজা চিংথংখোম্বাই নিজৰ ৰাজ্যৰ ৰাজসভাত পোন প্ৰথমবাৰৰ বাবে 'ৰাজখোম্বা' উপাধি প্ৰদান কৰে বুলি 'চিংথংখোম্বা খোংজাজোন' নামৰ মীতৈ পুথিত উল্লেখ কৰা পোৱা যায়।

**সংস্কৃতি :**

অসম আৰু মণিপুৰৰ মাজত ঐতিহাসিক গভীৰ সম্পৰ্ক হোৱাৰ পাছৰপৰাই মগলু আৰু তেখাওৰ মাজত বিভিন্ন কলা-সংস্কৃতিৰ প্ৰভাৱ পৰা পৰিলক্ষিত হয়। বুঢ়াৰজা চিংথংখোম্বাৰ ৰাজশাসনৰ দিনত (অসমবাসীৰ জগত মৈ বাহা শ্ৰীমিউৰাম শৰ্মা, ৩২ বছৰ, মানৰ ধৰ্মপুথি পাঠ কৰা ওঝাই) পৃঃ ১১৭৩ত প্ৰথম-বাৰ 'ধৰ্মপুথি পাঠ' (ৱাৰী লীলা) ৰীতি প্ৰৱৰ্তন কৰে। উল্লেখিত 'Story teller' 'ৱাৰী লীলা' বুলি আখ্যাও কৰা যায়। মণিপুৰত শ্ৰীগোবিন্দৰ মন্দিৰ ঠাইত স্থাপিত কৰাৰ বাবে ঠাইক ঠাইত আমিলৈ তেখাওপাত আলে কৰাইজাত। তেনেকৈ কুশাৰবকবক ৱাৰীলীলাৰ বুলি উপাধি দি আদি মণিপুৰী বাহুবল পৰিচিত হ'ল। (Historical and cultural relation between Manipur, Assam and Bengal—প্ৰকাশক মণিপুৰী সাহিত্য পৰিষদ, ইম্ফল, 1996)।

পাৰিছোঁহক। আজি মণিপুৰী, [illegible] আৰু নেপেলে আদি অসমবাসী তথা অসমীয়া জাতিৰ লগত হাতে-হিমজুৰে মিলিজুলি অসমৰ গৌৰৱ লগত মিলিত হৈ সমন্বয় কৰি থাকিব পাৰিছোঁহক।

প্ৰাক্-ঐতিহাসিক যুগৰপৰা ইমান গভীৰভাৱে অসমৰ লগত ঘনিষ্ঠ সম্পৰ্ক থকা মণিপুৰীসকলৰ সম্পৰ্কে অসম সাহিত্য সভাৰ স্পষ্ট ধাৰণা নোহোৱাটো মণিপুৰী জাতিৰ বাবে অতি দুৰ্ভাগ্যজনক। পৃথিৱীৰ ইতিহাসত মণিপুৰী জাতি স্পষ্টভাৱে মাত্ৰ এটা, কিন্তু অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত ভুবন মোহন দাস সম্পাদিত 'অসমৰ মানুহ' নামৰ গ্ৰন্থত স্পষ্টকৈ মণিপুৰীক দুটা ভাগত ভাগ কৰা উল্লেখ কৰে। ঠিক তেনেকৈ অসম সাহিত্য সভা পত্ৰিকাত যোগেন্দ্ৰ নাৰায়ণ ভূঞাদেৱৰ দ্বাৰা সম্পাদিত চতুস্ত্ৰিংশ তৃতীয় সংখ্যা ১৯৭৭ত একে ভাবধাৰাকে প্ৰকাশ পায়।

মণিপুৰী-অসমীয়াৰ সম্প্ৰীতি সম্পৰ্ক পূৰণি হৈ অহাৰ লগে লগে সকলোৰে পাহৰণিৰ বুকুত সুমুৱাই ল'ব বিচাৰিছে বুলি আজি মণিপুৰী জাতিয়ে উপলব্ধি কৰিবলৈ বাধ্য হৈছে। মণিপুৰী জাতিৰ সংজ্ঞা সম্পৰ্কে স্পষ্ট ধাৰণা নহলে হয়তো এদিন অসমৰ বুকুৰপৰা মণিপুৰী শব্দ চিৰ মচি যাব।

এইখিনিতে সমন্বয়ৰ প্ৰতীক কলাগুৰু বিষ্ণুৰাভাৰ বাণী প্ৰকাশ কৰিছোঁ। তেখেতৰ বাণী আজি বাৰে বাৰে উপলব্ধি কৰিবৰ সময় আহি পৰিছে—"কোনো জাতিৰ লগত আন এটা জাতিৰ সমন্বয় হ'বলৈ হ'লে পৰস্পৰৰ ভিতৰত উভয়ৰ বিষয়ে জ্ঞান থকা উচিত। নিজৰ ধৰ্ম, কৃষ্টি, সমাজ আৰু সংস্কৃতিৰ উপৰিও আনৰ ধৰ্ম, কৃষ্টি, সমাজ আৰু সংস্কৃতিৰ বিষয়ে গভীৰ জ্ঞান থকা উচিত। পৰস্পৰৰ ভিতৰত অকৃত্ৰিম আৰু আন্তৰিক শ্ৰদ্ধা-ভক্তি ৰাখি কামৰ মনৰ চকাত অগ্ৰগতিৰ তালে তালে প্ৰগতিৰ অসীম বাটেদি অগ্ৰসৰ হোৱা উচিত। গভীৰ জ্ঞান, গভীৰ অধ্যয়ন নাথাকিলে ভুল-ত্ৰুটী যথেষ্ট থাকি যোৱাত প্ৰগতিৰ বাটত পৰস্পৰৰ ভিতৰত কাজিয়া হোৱাৰ কৰত হেঙাৰ পৰিবৰ সম্ভাৱনা। তদুপৰি পৰস্পৰৰ ধৰ্ম, কৃষ্টি, সংস্কৃতি আৰু সমাজৰ বিষয়ে গভীৰ জ্ঞান আৰু অধ্যয়ন নাথাকিলে এই দুয়ো জাতিৰ সমন্বয় বিশুদ্ধ হ'ব নোৱাৰে, বৰং কলুষতাৰে কলুষ হৈ ধ্বংসৰ বাটহে মুকলি কৰা হ'ব।" ([illegible]—বিষ্ণুৰাভাৰ সংগ্ৰামী বাতৰি' পৃঃ ৭০)

আজিৰ মূলটো হৈছে [illegible]। আমি এটা জাতিয়ে [illegible] এটা জাতিক [illegible] [illegible]। [illegible]

পৰস্পৰে পৰস্পৰৰ মাজত সমন্বয় গঢ়ি তোলাত সহায়ক হ'ব। আজি এই সোণৰ অসমৰ সমন্বয়, সংহতি ৰাজনৈতিক চক্ৰত পৰি টুকুৰা-টুকুৰ হৈ খানখান হোৱাৰ উপক্ৰম হৈছে। আই অসমীৰ বৰ্ত্তমানৰ সংকটপূৰ্ণ অৱস্থা দেখিয়েই বিশিষ্ট সাহিত্যিক অধ্যাপক নাৰায়ণ গাঙ্গুলি ডাঙৰীয়াই কৈছিল মনত পৰে—যি বুজিছোঁ [illegible] আগে, অসমৰ, অসমীয়া সমাজৰ, বুকুৰ কুটুম্বৰ অন্তৰ্বিদ্ৰোহ আৰম্ভ হৈছে। 'মোৱামৰীয়া বিদ্ৰোহৰ অগনি' অগ্নি উঠাৰ আগতেই এই অগ্নি নিৰ্বাপিত কৰিবলৈ, এই উত্তাপ উপশম কৰিবলৈ, সাহিত্য সভা অগ্ৰসৰ হ'ব লাগিব। প্ৰয়োজনবোধে নিয়মাৱলী সংশোধন কৰি হলেও জনজাতীয় ৰাইজক আঁকোৱালি লোৱাৰ পথ সুগম কৰিব লাগিব। নহ'লে অসম 'অসম' হৈ নাথাকে, যেতিয়া— অসমীয়া ভাষাও নাথাকে, অসমীয়া ভাষাক লৈ গৌৰৱ কৰা অসম সাহিত্য সভাও নাথাকে, অসমীয়া ভাষাক লৈ গৌৰৱ কৰা অসম সাহিত্য সভাও নাথাকিব।"

বৰ্তমান অসমত বিভিন্ন সমস্যাই খুব বাঢ়ি উঠিছে। এইবিলাক সমস্যা উদ্ভৱ হোৱাৰ আগতেই সংশোধন কৰি এটা নতুন প্ৰশস্ত পথৰ সন্ধান বাহে পাৰ পাৰে। কিন্তু চোৰ গ'লে বুদ্ধি, বৰষুণ গ'লে জাপি। এইবোৰ কাৰণেই অসমত বিভিন্ন সমস্যাই বিকৃত ৰূপ লৈ জটিলতাৰ সৃষ্টি কৰে, যাৰ ফলত বহু সময়তাই সমন্বয়ৰ যোগসূত্ৰও হেৰুৱাৰ সুযোগ পায়।

সময় পাৰ হৈ যোৱা নাই, সময় থাকোঁতে সমাধান কৰিব লাগিব। এই উদ্দেশ্যে ১৯১৭ চনত প্ৰতিষ্ঠা কৰা 'অসম সাহিত্য সভা'ই এই কেইবছৰৰ ভিতৰত অসমৰ বিভিন্ন জনগোষ্ঠী ভাষা সংগঠনবিলাকৰ নতুন সমন্বয় মূলক অনুষ্ঠান গঢ়ি তুলিছে—"ভাষা সমন্বয় সমিতি অসম।" ইয়াৰ মাধ্যমেৰে টুকুৰা-টুকুৰ হোৱা এই 'বৰ অসম' জোৰ লগাবলৈ বিভিন্ন ঠাইত সভা-সমিতি পাতি শুভেচ্ছামূলক ভ্ৰমণ আদিৰ অভিযান কৰি বৃহত্তৰ অসমীয়া সমাজৰ, সমস্যাবোৰ অধ্যয়ন কৰিবলৈ প্ৰচেষ্টা চলাইছে।

উল্লেখ নকৰিলে মনৰ মাজত অপূৰ্ণ হৈ ৰ'ব যে এইবাৰ অসম সাহিত্য সভাৰ এটি শুভেচ্ছামূলক ভ্ৰমণ কাৰ্যসূচীত অসম সাহিত্য সভাৰ সভাপতি শ্ৰীযুত [illegible], সম্পাদক শ্ৰীযুত সতীশ চন্দ্ৰ চৌধুৰীদেৱৰ নেতৃত্বত প্ৰতিনিধি দলে শুভেচ্ছাৰ বাহক হিচাপে মণিপুৰ ভ্ৰমণ কৰি [illegible] জাতিৰ মাজত সম্প্ৰীতি, ঘনিষ্ঠতা কৰা কাৰ্য্যই মণিপুৰী ইতিহাসত স্মৰণীয় হৈ ৰ'ব।

আশা কৰোঁ এই জনজনৰ এই পবিত্ৰ উৎসৱ সাফল্য মণ্ডিত [illegible] কৰাৰ [illegible] অসম সাহিত্য সভাই শ্ৰেষ্ঠ সংগঠন হিচাপে [illegible] আন্তৰিকতাৰে আঁকোৱালি ল'লে বুলি 'অসম' [illegible] হ'ব। [illegible] [illegible] সহায়ক হওক।

# বিশিষ্ট অতিথিৰ ভাষণ

**শ্ৰীপাথি ৰংপি**
**বিদায়ী সভাপতি, কাৰবি সাহিত্য সভা**

পৰম শ্ৰদ্ধাভাজন সভাপতিদেৱ, নৱনিৰ্বাচিত শ্ৰদ্ধেয় সভাপতিদেৱ, নিমন্ত্ৰিত বিশিষ্ট অতিথিগণ, পূজনীয় মুখ্য অতিথি, বিভিন্ন প্ৰান্তৰ পৰা অহা সত্য সুন্দৰৰ সাধক কবি-সাহিত্যিকসকল, সন্মানিত প্ৰতিনিধিমণ্ডলী, অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ লগতে শাখা সাহিত্য সভাৰ বিষয়ববীয়াসকল, অভ্যৰ্থনা সমিতিৰ সভাপতি প্ৰমুখ্যে সদস্যবৃন্দ, মঞ্চত বহা সাহিত্যানুৰাগী ভাবুকসকল, সমবেত সাহিত্যপ্ৰেমী ৰাইজ, যুৱক-যুৱতী তথা ছাত্ৰ-ছাত্ৰী সকল। জয় জয়তে আপোনালোকলৈ মোৰ হিয়াভৰা শুভেচ্ছা আৰু প্ৰীতি কাৰদম আগবঢ়াইছোঁ।

সঁচাকৈয়ে দেশৰ এটি সৰ্ববৃহৎ অনুষ্ঠান অসম সাহিত্য সভাৰ এই ৬৬তম অধিৱেশনৰ মুকলি সভাত দুআষাৰ ভাষণ দান দিবলৈ আমন্ত্ৰিত হোৱাটো মোৰ পক্ষে এটা স্মৃতি হৈ ৰ'ব। ইয়াৰ উপৰিও এই অভাজনক এনেকুৱা এটা মহান অনুষ্ঠানৰ পবিত্ৰ বিশাল মঞ্চত থিয় হ'বলৈ সুযোগ সন্নাধি দিয়াটো মোৰ প্ৰতি আৰু কাৰবি জাসুমেত আঁৰেইৰ প্ৰতি প্ৰদৰ্শন কৰা বিশেষ সন্মান বুলিহে মই বিবেচনা কৰিছোঁ। যাহওক, স্বীকাৰ কৰাটো উচিত হ'ব যে, কেঁচুৱা এটাই জীৱনৰ প্ৰথম থিয় দিওঁতে যিদৰে থৰক-বৰক হয় তেনেদৰেই আজি মোৰো আপোনালোকৰ আগত থিয় হওঁতে ভৰত থৰক-বৰক হৈছে, ভৰি-গা কঁপিছে আলোচা ক'বলগীয়া কথাকে কৈ পেলাওঁ বা ক'বলগীয়া কথাবোৰ চুকিকে পেলাওঁ। ইতিমধ্যে বহুতো গুণী ব্যক্তি কবি, সাহিত্যিকসকলে আপোনালোকক সাবলীল অপূৰ্ব বক্তব্যৰে আকৰ্ষণ কৰিলে। মই যাথো চমুকৈহে ক'বলৈ ভলাইছোঁ। ভুল-ত্ৰুটিবোৰ মাৰ্জনা কৰে যেন।

অসমীয়া ভাষা-সংস্কৃতি উন্নতি সাধিনী সংস্থা ৰূপে অসম সাহিত্য সভাই জন্মলগ্নৰ পৰাই অসমীয়া ভাষা-সাহিত্যৰ লগতে বিভিন্ন জনজাতীয় ভাষাৰ বিকাশ সাধনক মুখ্য উদ্দেশ্য হিচাপে লৈ অসমৰ সংহতি আৰু শ্ৰীবৃদ্ধি-সমৃদ্ধি আৰু

সভাৰ বিদায়ী সভাপতি আৰু সম্পাদক প্ৰমুখ্যে আটাইবোৰ বিষয়ববীয়াবৰ্গক মোৰ আন্তৰিক ধন্যবাদ আৰু কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। মোৰ বিবেচনাত ই এটা সমন্বয়ৰ প্ৰতীক আৰু ঐক্য সংহতিৰ নতুন পদক্ষেপ। ব্যক্তিগত হিচাপে ক'বলৈ হ'লে, মই সমন্বয়প্ৰিয় আৰু তাৰেই পূজাৰী। সেইকাৰণেই যেতিয়াই খবৰ পাইছোঁ তেতিয়াই নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ চেষ্টা কৰি আহিছোঁ। মোৰ উপস্থিতিয়ে যে বিশেষ এটা মুনাফা দিব পাৰিব এই কথা মই নেভাবো। কিন্তু দেখা-সাক্ষাতেই সৃষ্টি কৰে ইজন সিজনৰ প্ৰাণৰ বিনিময়। তাৰ পৰাই সৃষ্টি হয় প্ৰীতি-সম্প্ৰীতি আৰু ঐক্য সংহতি। অসম সাহিত্য সভাই বিভিন্ন জিলাত বিভিন্ন ঠাইত আঞ্চলিক শাখাবোৰৰ সহযোগত কবি সন্মিলন আদি পাতি বহুতো লেখক-লেখিকা, কবি-সাহিত্যিক জন্ম দিয়াত ইন্ধন যোগালে। অসম সাহিত্য সভাৰ এই প্ৰচেষ্টা অব্যাহত থাকিলে অদূৰ ভবিষ্যতে অধিক শক্তিশালী যে হ'ব, ই ধ্ৰুৱ। সৰু সৰু জান-জুৰি, নদ-নদীৰ পানীৰে আজি বিশাল ব্ৰহ্মপুত্ৰত পানী ভৰপূৰ। এই ক্ষেত্ৰত ওলাই পৰিছে জান জুৰি আৰু সৰু সৰু নদ-নদীবোৰৰ অৱিহণা কিমান! তদ্ৰূপ নানা জাতি-উপজাতিৰ ভাষা-সাহিত্য, কলা-সংস্কৃতিৰে আজি সুন্দৰ অসম আৰু গৌৰৱময় হৈ উঠিছে। যদিও এই মাতৃভূমিত বহুত উপজাতিৰ ভাষা-সাহিত্য তথা কলা-সংস্কৃতিবিলাক আজিও পিছ পৰি আছে, এইবোৰৰ উন্নতি সাধন কৰিবলৈ হ'লে ঐক্য সংহতি আৰু সমন্বয় পৰস্পৰে পৰস্পৰৰ মাজত গঢ়ি উঠিব লাগিব। আনন্দতে, অসম সাহিত্য সভাই তাৰ পৰা বিৰত হৈ থকা নাই। এই প্ৰসংগত, আজিও মনত পৰে উত্তেজনামূলক মণিপুৰ ভ্ৰমণৰ কথা, মনত পৰে আকস্মিক সাংস্কৃতিক অভিযান কথা, য'ত আমাৰ পৰম শ্ৰদ্ধাস্পদ অসম সাহিত্য সভাৰ উপ-সভাপতি শ্ৰীযুত ৰাম গগৈদেৱে মধুৰ বক্তৃতা দান কৰি আউটিয়ে আউলিয়ে বাইজৰ হাত চাপৰি আদায় কৰিবলৈ সমৰ্থবান হৈছিল। ঠিক তেনেদৰে ইম্ফলত আয়োজিত হোৱা কবি সন্মিলন অসমীয়াৰ পৰা মণিপুৰীলৈ অনুবাদ হোৱা কবিতাৰ আবৃত্তি-বোৰৰ স্মৃতিয়েই আজিও আনন্দৰ খোৰাক যোগে। মণিপুৰী সাহিত্য পৰিষদে যদি আমাৰ [illegible] সম্বন্ধ [illegible] আদি চিৰ [illegible] হৈ থাকিব।

ডিফু-কাৰবি আংলঙৰ [illegible] সাহিত্য [illegible] এটা আছে। কিন্তু বহুতো অসুবিধাত বৰ পৰিছে [illegible] আৰু [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible]

হৈছিল। কিন্তু, ইয়াৰ সঁহাৰি এতিয়ালৈকে পোৱা যোৱা নাই। অৱশ্যে, তিনু সাহিত্য সভাই কাৰবি ব্যাকৰণ, কাৰবি প্ৰবন্ধ আৰু দুই-এখন আলোচনী আদিৰ জৰিয়তে কাৰবি জাতিৰ ভাষা-সাহিত্য-সংস্কৃতিলৈ এক আপুৰুগীয়া বৰঙণি আগবঢ়াইছে। প্ৰকৃততে কাৰবি জাতিৰ আপুৰুগীয়া সাহিত্য-সংস্কৃতিৰ এক বৃহৎ অভাৱ পূৰণ কৰাত অসম সাহিত্য সভাই আগভাগ লব বুলি আমি অনুৰোধ জনালোঁ।

কোৱা বাহুল্য যে, কাৰবি আংলঙত সৰ্বশ্ৰী বংজং টেৰাং, পদ্মশ্ৰী ৰংবং টেৰাং, লংকাম টেৰণ, ছাৰছিং হাঞ্চে, ডঃ জয়ন্ত ৰংপি, বিদৰছিং ৰ', হাৰ্ভে কাথাৰ, যোজান ইংতি, ছাৰএং হাঞ্চে, অৰুণ টেৰণ, কমল দাস, ৰজোৰাম পাটৌ, ভৃগুধৰ শৰ্মা, নীতিন কুমাৰ, মনচিং সিং, পৰ্বতী পাটৌ, সৈলেন দাস, লেবেন পাটৌ, কিৰণ গোস্বামী, বুলুম তেকা আদি লেখক-লেখিকাসকলৰ নামেই প্ৰধানকৈ উল্লেখনীয়। এওঁলোকসকলৰ অৱদানেই কাৰবি ভাষা-সাহিত্যক অদূৰ ভৱিষ্যতে আৰু চহকী কৰিব বুলি আশা ৰাখিছোঁ।

অসম সাহিত্য সভাই কাৰবি আংলঙত আগেয়েকৈ লগত নিবিড় সম্পৰ্ক ৰাখি কাৰবি জাতিৰ গীত-মাত, পুৰণি শিলালিপি, ভাস্কৰ্য আদিৰ চৰ্চা কৰি বিজ্ঞান ভিত্তিক সাহিত্য-সংস্কৃতি সৃষ্টি কৰিবলৈ উঠি-পৰি লাগক, এয়ে আমাৰ কামনা। ইয়াৰ উপৰিও কাৰবি জাতিৰ অগ্ৰণী ব্যক্তিসকলৰ জন্ম-মৃত্যু দিৱসবোৰ উদ্‌যাপন কৰাৰ লগতে চৰকাৰী বন্ধ আদি ঘোষণা কৰিবলৈ চৰকাৰ তথা অসম সাহিত্য সভাক টানি অনুৰোধ কৰিলোঁ।

সবশেষত, অসম সাহিত্য সভাৰ সহযোগত কাৰবি আংলঙত আগেই-থকাবো উন্নতি হওক, দীৰ্ঘায়ু হওক, তাকে কামনা কৰি মোৰ চমু ভাষণ সামৰিলোঁ।

কাৰদৰ

মনসাৰ

# সাংস্কৃতিক সন্মিলনৰ উদ্বোধনী ভাষণ

(প্ৰবন্ধ)

—উদয় ভাগৱতী

অসম সাহিত্য সভাৰ শ্ৰদ্ধেয় সভাপতি ডাঙৰীয়া, অভ্যৰ্থনা সমিতিৰ মাননীয় সভাপতি মহোদয়, এই মঙ্গলসভাৰ সমবেত সুধীবৃন্দ, মোৰ বুকুৰ আপোন সেৱাৰ থলী মাইল আৰু লগতে জীয়ৰী-বোৱাৰী, আইসকল সমন্বিতে মোৰ মৰমৰ কণ কণ কইনাইত !

এই পুণ্যভূমিত থিয় হৈ ভগৱান নটৰাজ, পৰমপিতা' পৰমেশ্বৰক প্ৰণিপাত জনাই মোৰ-ভক্তিভৰা অঞ্জলি যাচিছোঁ। আমাৰ সেই পৰম গুৰুজনাক, আৰু লগতে মোৰ হকে অভ্যাগত আপোনালোকে সাতি আমি এই মঞ্চ যুকলি কৰিবলৈ যি যি কষ্টতা লৈছে তাক কি যুগি ধন্যবাদ দিম তাৰ ভাষা মই বিচাৰি পোৱা নাই। প্ৰয়াত খ্যাত-অখ্যাত শিল্পীসকলক সেৱা জনাই নাট্যকলা সংস্কৃতিৰ পৰম গুৰু মুনি ভৰতৰ ভাষাৰে মই ক'ব খুজিছোঁ ...

ধৰ্মোঽধৰ্ম প্ৰবৃত্তানাং কামঃ কামোপসেৱিনাম্ ।
নিগ্ৰহো দুৰ্বিনীতানাং বিনীতানাং দমক্ৰিয়া ॥
ক্লীবানাং ধাৰ্ষ্ট্যকৰণমুৎসাহঃ শূৰমানিনাম্ ।
অবুধানাং বিবোধশ্চ বৈদুৰ্ষ্যং বিদুষামপি ॥

হে পৰম সুধীসমাজ ! সংস্কৃতি শব্দৰ তাত্বিক ব্যাখ্যা মই এই সময়ত কৰিব বিচৰা নাই। নাইবা সেয়া বিচাৰৰ সময়, পৰিৱেশো এয়া নহয়। তথাপি মই ক'ম, মানুহৰ আত্মিক উপলব্ধি আৰু সৃজনশীল চিন্তা চেতনাৰ বিভিন্ন অভিব্যক্তিৰ প্ৰকাশৰ মাধ্যমেই হ'ল সংস্কৃতি। সংস্কৃতিৰ বিকাশ আৰু প্ৰবাহো হ'ল বৈচিত্ৰ্য-ধৰ্মী। ই যেনেদৰে আমাৰ কামনা-বাসনা তথা ভাবসংস্থাৰৰ মাজত অন্তৰ্লীন, তেনেদৰে সৃজনধৰ্মী কোনো প্ৰয়াস কিবা আনন্দজনক শিল্পকৰ্মৰ মাজতো তাৰ বিকশিত ৰূপ প্ৰত্যক্ষ কৰা যায় আৰু সেই কাৰণেই সংস্কৃতিৰ মাজেৰে অনুক্ৰিয়াশীল অভিব্যক্তি তথা দৃশ্যমান বৈচিত্ৰ্যৰ নানা প্ৰসঙ্গ লক্ষ্য কৰা যায়। জাতি

হে সংস্কৃতিপ্ৰেমী মাইচ, ইয়াৰ জগতে মই আমাৰ আৰু এটা আপুকুলীয়া সম্পদৰ বিষয়ে চমুকৈ হ'লেও ক'ব খোজোহঁক! ৰাজা ৰামমোহন ৰায়, ৰামানন্দ চক্ৰৱৰ্তী প্ৰভৃতি মনীষীসকলৰ আপ্রাণ চেষ্টাৰ ফলতেই আমাৰ ভাৰতবৰ্ষত এদিন ইংৰাজী শিক্ষাৰ প্ৰচলন হৈছিল। ১৭৭৫ চনৰ আগলৈ অসমৰ কথা বাদেই দিলোঁ, বঙ্গদেশতেই বঙালী ভাষাৰ নাট্য-কলাৰ সৃষ্টি হোৱা নাছিল। কিন্তু ৰাছিয়ান বংশোদ্ভূত গেৰেছিম্ লেবেদেফৰ প্ৰচেষ্টাত অভিনীত হৈছিল প্ৰথম প্ৰচেনিয়াম মঞ্চৰ নাট। সেই লেবেদেফৰ আহিতে এটা সময়ত বঙ্গদেশত বঙালী নাটকৰ ধুম চলিল। অৱশ্যে আজি মই সেই বঙালী নাটকৰ ধুমৰ কথা ক'ব খোজা নাই। মই ক'ব খুজিছোঁ যে সেই বঙালী নাটকৰ আহিতে ব্ৰজনাথ শৰ্মা, ফণী শৰ্মা, বিষ্ণুপ্ৰসাদ ৰাভা, সত্যেৰাম চৌধুৰী, ভুবন বায়ন প্ৰমুখ্যে মনীষীসকলৰ চেষ্টাত অসমত জন্ম হৈছিল এক নতুন নাট্য আন্দোলনৰ। নিশাৰ পিছত নিশা, গধূলি ছয় বজাৰ পৰা আৰম্ভ কৰি পিছদিনা সূৰ্য উদয়লৈ নাট্যাভিনয় কৰি, মুক্ত আকাশৰ তলত পুহমহীয়া শীতক্লেশ নেওচি পৰিবহনৰ হেজাৰটা বিপদ-বিঘিনি অতিক্ৰম কৰিও শ শ দৰ্শকৰ বিনোদনৰ অনুষ্ঠান হিচাপে এই নাট্যদলবোৰে গোটেই অসমতে এক আলোড়নৰ সৃষ্টি কৰাই নহয়, সাংস্কৃতিক জগতত এটা নতুন জোৱাৰো আনিছিল। অসমৰ তথাকথিত কিছুমান বুদ্ধিজীৱীয়ে আজিও ক'ব খোজে বা কোৱাও শুনিছোঁ, আমি তেনেকৈ নাটক অনুষ্ঠিত কৰি অসমৰ কলা-সংস্কৃতিৰ একো উপকাৰ সাধন কৰা নাই। কিন্তু সেইটো এক উপকল্প তবলে বুজিছে। কিয়নো আমিয়েই যেতিয়া কমলাকান্ত ভট্টাচাৰ্যদেৱৰ 'মণ্টাকৌৰৱ' নাটক কৰিছিলোঁ, প্ৰসন্নলাল চৌধুৰীদেৱৰ 'নীলাম্বৰ' নাটক কৰিছিলোঁ আৰু কৰিছিলোঁ 'মধাণ জীয়ৰী'ৰ দৰে মৌলিক অসমীয়া নাট। তেনেহ'লে......? তথাপি যেতিয়া অসমৰ সাহিত্যৰ বুৰঞ্জীত আমাৰ স্থান নাই। আজি যদি বঙ্গত সেই লেবেদেফক লৈ গৌৰৱ কৰিব পাৰে, ব্ৰজেন দেৱকলৈ, মাইকেল মধুসূদনক লৈ, অমোৰ কাব্যতীৰ্থক লৈ গৌৰৱ কৰিব পাৰে, তেনেহ'লে আমাৰ সেই সাধকসকল নৰহি যাব লগা হ'ল কিয়?

হে কলানুৰাগী মাইচ, আজিৰ এই উৎসৱত মই আশা কৰিব পাৰোঁ যে, আমি যেন নিজকে কিকিংমান হ'লেও বুজিবলৈ চেষ্টা কৰোহঁক। বিগত শতিকাৰ বহুতো লোক-জটাৰ পুঞ্জীভূত ক্ষোভ আৱেগপ্লৱিত হৈ উনৈশ-শতিকাৰ নৱজাগৰণ কই কিন্তু আমি দেখিছোঁ; আজি সংগীতৰ ক্ষেত্ৰত কিশোৰীদেৱে—বাণিজ্যিক টকা-পইচাৰ দুৰ্বলতাৰ। কোনো অহঙ্কাৰ মোহোৰাইছে, কোনো সাধনা মোহোৰাইছে,

দুই-এটা গীতৰ অ, আ, ক, খ -খিনি শিকিয়েই আমি দৌৰি যাওঁ মিটিঙলৈ, ৰঙ্গমঞ্চলৈ—গায়ক, শিল্পী হিচাপে স্বীকৃতি পাবলৈ। হাতত অলপ টকা-পইচা থাকিলেই দৌৰি যাওঁ কলিকতা, বোম্বেলৈ—গীতৰ কেছেট বনাবলৈ, চিনেমা কৰিবলৈ। কিন্তু মই কওঁ—তেনেদৰে অসমৰ সংস্কৃতিৰ উৎকৰ্ষ সাধন হ'ব নোৱাৰে। আজি অসমৰ সংস্কৃতি জগতৰ আটাইতকৈ ডাঙৰ অভাৱ হ'ল প্ৰকৃত সাধনা। মহাপুৰুষ শঙ্কৰদেৱে একেদিনাই নাট লিখা নাছিল। সুদীৰ্ঘ বাৰ বছৰ গোটেই ভাৰত ভ্ৰমি বিভিন্ন ঠাইৰ, বিভিন্ন জনগোষ্ঠীৰ বাবেৰহণীয়া ভাষা-সংস্কৃতিৰ অভিজ্ঞতা লৈহে লিখিছিল "চিহ্নযাত্ৰ"। এজন মহন্তই সত্ৰত সত্ৰাধিকাৰ ৰূপে প্ৰতিষ্ঠিত হোৱাৰ লগে লগে একোখন নাট লিখি অভিনয় কৰাৰ তেওঁ একপ্ৰকাৰ নিয়মেই কৰিছিল। কিন্তু আজি কেইখন সত্ৰত তেনেকুৱা কেইখন অংকীয়া নাটৰ সৃষ্টি হৈছে, সেয়া বিচাৰ্য বিষয়। শংকৰদেৱৰ 'নাগাৰা' আৰু 'তাল'ৰ শব্দতো মই আজি শুনিবলৈ পাইছোঁ ৰাজনীতিৰ টনা-আজোৰা। হৰিৰ টনবীৰৰ দৰে স্বনামধন্য নাট্যকাৰৰ নাটক দেখুৱা হ'ল। কিন্তু তাৰ দ্বাৰা কাৰ উপকাৰ হ'ল? অকল গুৱাহাটীখনেই অসম নহয়। তেনেধৰণৰ গুণী-জ্ঞানী ব্যক্তিক মাতি আনি গাঁৱে-ভূঞে নৃত্য গীত-নাটকৰ প্ৰশিক্ষণ দিয়ক, তেতিয়াহে আমাৰ উদ্দেশ্য অধিক ফলপ্ৰসূ হ'ব।

কিন্তু অতি সুখৰ বিষয় যে বহুত পলমকৈ হ'লেও আমাৰ নৱাগত চামে অসমৰ লোককৃষ্টিসমূহক নতুন ৰূপত চাবলৈ ধৰিছে। পুতলা নাচ বুলি ক'লে, ভাৱীগান বুলি ক'লে, চমাংকান বুলি ক'লে, ঝুমুৰ বুলি ক'লে আজি কিছুদিন আগতে যি দৃষ্টিত চোৱা হৈছিল, আজি যেন সেই দৃষ্টি-ভঙ্গীৰ যথেষ্ট সলনি হ'ল। আজি মঞ্চত ওজাপালিৰ প্ৰচলন হ'ল। গাঁৱে-ভূঞে অকল এখন সমাজৰ মাজত আবদ্ধ থকা এই লোক-কৃষ্টিসমূহক চহৰৰ ৰঙ্গমঞ্চলৈ অনাৰ চেষ্টা চলিছে নতুন ৰূপত উপস্থাপনা কৰি। ঢুলীয়া-ভাওনাক ৰাইজৰ অকল হাঁহিৰ খোৰাক বুলি প্ৰত্যয় নিনিয়াই তাৰ ভিতৰত অন্তৰ্নিহিত কলাসুলভতাখিনিক আজি পোহৰলৈ অনা হ'ল। ঠিক তেনেদৰে আমাৰ জনজাতি ভাইহঁতৰ লোক-কৃষ্টিসমূহক নতুন ৰূপত মূল্যাংকন কৰাৰ সময় হ'ল। সকলোৱে উমৈহতীয়া প্ৰচেষ্টাত অসমৰ সংস্কৃতিয়ে এদিন পুনৰ মূৰ দাঙি উঠিব তাৰ মানে নাই। হে অসমীয়া সাংস্কৃতিক জগতৰ ভাৱীকালৰ সৈনিকসকল, মই আজিৰ সভাত আপোনালোকক আহ্বান জনাইছোঁ—ঠেহ্ ভেদ এৰি সকলোৱে একগোট হৈ ওলাই আহক, সাংস্কৃতিক জগতত "মই" বা "মোৰ" স্থান কেতিয়াও গ্ৰহণযোগ্য হ'ব নোৱাৰে।

জয়তু নটৰাজ। ইতি—

# সাংস্কৃতিক সন্মিলনৰ উদ্বোধনী ভাষণ

## (দ্বিতীয়)

শ্ৰীগোপাল দাস

পৰম শ্ৰদ্ধাভাজন ৰাইজ,

অসম সাহিত্য সভাৰ ষট্‌পঞ্চাশত্তম অধিৱেশনৰ সাংস্কৃতিক সন্মিলন উদ্বোধন কৰিবলৈ মোক আমন্ত্ৰণ জনোৱাৰ বাবে অসম সাহিত্য সভালৈ মোৰ আন্তৰিক শ্ৰদ্ধা আগবঢ়ালোঁ। বিশ্বনাথ চাৰিআলিৰ অভ্যৰ্থনা সমিতিৰ সকলো সদস্যলৈ—যিসকলৰ আপ্ৰাণ পৰিশ্ৰমৰ ফলতে অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰধান প্ৰতিষ্ঠান অসম সাহিত্য সভাৰ অধিৱেশন সাফল্যমণ্ডিত কৰি তুলিলে—সকলোকে মোৰ আন্তৰিক অভিনন্দন জনালোঁ।

অসমৰ ইতিহাস-প্ৰসিদ্ধ শোণিতপুৰ জিলাৰ বিশ্বনাথ চাৰিআলি অসম সাহিত্য সভাৰ কমলাকান্ত ক্ষেত্ৰত অগ্নিকবি কমলাকান্তৰ পীঠস্থানত অগ্নিসুৰৰ অভয়বাণী লৈ সমগ্ৰ অসমৰ বিভিন্ন প্ৰান্তৰ পৰা অহা প্ৰতিনিধি, দৰ্শক, মাননীয় অতিথিবৃন্দ, বিভিন্ন স্থানৰ পৰা অহা শিল্পী-সাহিত্যিক-সাংবাদিকসকলৰ আগমনেৰে বিশ্বনাথ চাৰিআলি আজি আনন্দমুখৰ, উৎসৱমুখৰ হৈ পৰিছে। সভাস্থলীৰ উত্তৰে থকা হিমালয় পৰ্বতমালাৰ মৃদু বতাহ আকাশে-বতাহে বৈ দক্ষিণে থকা বিশাল মহাবাহু ব্ৰহ্মপুত্ৰত বিলীন হৈছে। পূব প্ৰান্তৰ লখীমপুৰ জিলাত শ্ৰীশ্ৰীমাধৱদেৱৰ জন্মস্থান। সেই জিলাৰে গহপুৰৰ জীয়ৰী ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ অন্যতম শ্বহীদ বীৰাংগনা কনকলতাৰ স্মৃতি শ্ৰদ্ধাৰে সোঁৱৰণ কৰোঁ। পশ্চিমে দৰং জিলাত বৃটিছ সাম্ৰাজ্যবাদৰ কুশাসনৰ বিৰুদ্ধে হোৱা পথাৰিঘাটৰ 'কৃষক বিদ্ৰোহ'ত হোৱা শত শত শ্বহীদলৈ প্ৰণাম যাচিলোঁ। লগতে ১৯৪৮-৪৯ চনত মঙলদৈৰ ওচৰৰ ভকতপাৰা গাঁৱত হোৱা 'কৃষক বিদ্ৰোহ'ত স্বাধীন ভাৰতৰ প্ৰথম শ্বহীদ কৃষক নেতা কাতিৰাম কছাৰীক শ্ৰদ্ধাৰে সোঁৱৰণ কৰোঁ।

অসমৰ জাতীয় জীৱন কৃষ্টি সভ্যতা পুনৰ উদ্ধাৰ কৰাৰ কাৰণে নিজৰ গোটেই জীৱন নিয়োজিত কৰা বৰেণ্য শিল্পী জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুপ্ৰসাদ ৰাভা,

পাৰ্বতী প্ৰসাদ বৰুৱা, ব্ৰজনাথ শৰ্মা, মধাই ওজা, ফণী শৰ্মা, কমল চৌধুৰী, দয়াল সূত্ৰধাৰ, হেমাঙ্গ বিশ্বাস, গজেন বৰুৱা, বিক্ৰমসিং ইয়েন, যুগল দাস, কমল শৰ্মা, শিৱ ভট্টাচাৰ্য্য, জয়ন্ত হাজৰিকা, ইভা আচাও আদিলৈ আজিৰ সাংস্কৃতিক সন্মিলনত আমাৰ সশ্ৰদ্ধ প্ৰণাম যাচিছোঁ।

আজিৰপৰা ৫৫০ বছৰৰ আগতে পোন্ধৰ শতিকাতে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে অসমীয়া জাতি গঠন সমাজ গঠনৰ ভেটি স্থাপন কৰি অসমীয়াৰ গীত, বাদ্য, নৃত্য, সুৰ, ৰাগ, সাহিত্য, ভাওনা, নাম-কীৰ্ত্তন-ঘোষা, বৰগীত, অঙ্কীয়া নাট, নামঘৰ, খোলমৃদঙ্গ, ধৰ্ম, বিচাৰ, নীতি, আইন, নৈতিক আন্দোলন আদি সকলো দি গৈছিল। আজিও আমি সেইবোৰ ভালকৈ আয়ত্ত কৰি ল'ব পৰা নাই।

সোতৰ শতিকাৰ পৰা কুৰি শতিকালৈ মানৰ নিৰ্মম অমানুষিক অত্যাচাৰৰ পৰা, মোগলৰ অসম আক্ৰমণ, বিশ্বযুদ্ধ, বৃটিছ সাম্ৰাজ্যবাদৰ কুশাসন-শোষণৰ কবলত পৰি অসমীয়া কৃষ্টি প্ৰায় দুশ বছৰ মৃত্যুৰ গৰাহত পৰিছিল। বৃটিছ সাম্ৰাজ্যবাদৰ শাসন ওফৰাই পেলাবলৈ অসমৰ জাতীয় বীৰ-বীৰাঙ্গনাসকলে জীৱন আহুতি দি সংগ্ৰামত জঁপিয়াই পৰাৰ দৰে অসমৰ সঙ্গীতজ্ঞ কবি সাহিত্যিক-সকলেও অসমত চলা বঙালী ভাষাৰ ঠাইত নিজৰ মাতৃভাষা প্ৰয়োগৰ কাৰণে আন্দোলন কৰি অসমীয়া প্ৰয়োগ কৰিলে যদিও ভাষা অসমীয়া, আখৰ অসমীয়া কিন্তু বেছিভাগৰেই বচনভঙ্গী বিজতৰীয়া, সুৰ বঙালী বা হিন্দুস্থানী, নাটক ইংৰাজী নাটকৰ ঠাঁচত।

এনে এটা সন্ধিক্ষণতে বৰলুইতৰ পাৰত ইতিহাস-প্ৰসিদ্ধ উষা-চিত্ৰলেখাৰ দেশ শোণিতপুৰত বৰলুইতৰ দুজন বৰ কৃতী সন্তানৰ আবিৰ্ভাৱ হ'ল, দুজনৰেই মহামিলন হ'ল তেজপুৰৰ ডাঁলিমী পাহাৰত—বিপ্লৱী মনীষা বিষ্ণু ৰাভা আৰু জ্যোতিপ্ৰসাদ আগৰৱালা।

তেজপুৰত থকা কেইদিন নিতৌ পুৱাতে জ্যোতিপ্ৰসাদে বিষ্ণুপ্ৰসাদৰ ঘৰলৈ গৈ ৰাভাক ডা'লিমী পাহাৰলৈ লৈ যায়। তাতে ডালিম গছজোপাৰ তলত অ'ৰ্গেন লৈ দুয়ো বহে, গীত গায়—সুৰৰ চানেকি ৰচে। ৰাভাই তাতেই বৰগীত আৰু জ্যোতিপ্ৰসাদৰ গানৰ স্বৰলিপিও কৰিছিল। ভাৰতীয় সঙ্গীতৰ পদ্ধতিৰ বিষয়ে গভীৰ আলোচনা কৰি নানান গৱেষণাৰে ভাৰতীয় সঙ্গীত পদ্ধতিত কামৰূপী সঙ্গীত পদ্ধতিৰ আবিষ্কাৰ কৰি অসমীয়া সঙ্গীত জগতত এক যুগান্তৰ আনিলে।

১৯৩৫ চনত তেজপুৰত অসম সাহিত্য সভাৰ লগতে বহা সঙ্গীত সন্মিলনত জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদ যুটীয়া সম্পাদক আছিল। জ্যোতিয়ে ধনুৰৰ

কাৰণে বিশেষ সহযোগিতা কৰিব নোৱাৰিলে যদিও সকলো বিষ্ণু ৰাভাৰ ওপৰতে দায়িত্ব অৰ্পণ কৰে। তাতেই পোন প্ৰথমতে মহিলা দলৰ অৰ্কেষ্ট্ৰা (সুৰ সমলয় ৪০ গৰাকী মহিলাক লৈ) প্ৰদৰ্শিত হয়।

তেজপুৰৰ বাণমঞ্চত 'কাৰেঙৰ লিগিৰী' নাটকত বিষ্ণু ৰাভাক ভাও দিয়া হয় সুদৰ্শনৰ আৰু লগতে সঙ্গীত পৰিচালকৰ। সুদৰ্শনৰ ভেশৰ ওপৰেদি চাদৰ মেৰিয়াই ঢাকি বং সনা মুখেৰে বাহিৰেদি অৰ্কেষ্ট্ৰাৰ খোলাৰে আহি অৰ্গেনৰ সন্মুখত বহি অৰ্কেষ্ট্ৰা পৰিচালনা কৰি বিষ্ণু ৰাভাই নিজে গীত গায়—নাটকৰ গানবোৰ। সেই অৰ্কেষ্ট্ৰা অসমীয়া ঠাঁচত। অৰ্কেষ্ট্ৰাত অসমীয়া বাঁহী, টকা, পেঁপা, খোল, তাল, খুটিতাল, ভোৰতাল, দোতৰা, নাগৰা, ডবা, চেৰেঙা, কৰতাল লগতে বেহেলা, পিকলো, ক্লাৰিওনেট, অৰ্গেন আদি বাদ্যযন্ত্ৰৰ সুৰ সমলয় এক অভিনৱ সৃষ্টি। [খোলা ৰঙ্গমঞ্চৰ সন্মুখৰ গাঁতত প্ৰেক্ষাগৃহত সকলো দৰ্শক মণ্ডলীৰ আগভাগত।] সুৰ সমলয় যে নিৰ্ভাজ অসমীয়া সুৰত বাজি উঠিব পাৰে মানুহে তাক কল্পনা কৰিব পৰা নাছিল। অভূতপূৰ্ব কৰি তুলিলে, জ্যোতি-প্ৰসাদ আৰু বিষ্ণুপ্ৰসাদৰ নৱ প্ৰতিভাৰে অসমীয়া সঙ্গীতত সুৰৰ অমৃত ধাৰা বোৱালে।

১৯৩৫ চনত কলিকতাৰ চেনোলা ৰেকৰ্ড কোম্পানীৰ কাৰ্তিক চক্ৰবৰ্তী ৰাভাৰ তেজপুৰৰ ঘৰলৈ আহে শোণিত কুঁৱৰী আৰু জয়মতী দুখন নাটক ৰেকৰ্ড কৰাৰ উদ্দেশ্যে। নাট দুখন লিখি উলিয়ায়; ফণী শৰ্মা, ভূপেন হাজৰিকা আদি শিল্পীক লৈ কলিকতালৈ সদলবলে যাত্ৰা কৰে ৰেকৰ্ড কৰাৰ উদ্দেশ্যে। কলিকতা পোৱাৰ লগে লগে জ্যোতি ককাইদেউ অসুখত পৰে, তথাপি নবীয়া গাৰেই সকলো দিহা-পৰামৰ্শ আগবঢ়ায়। ৰেকৰ্ড ওলোৱাৰ লগে লগে বাইজে আদৰি ল'লে।

ইয়াৰ আগতেই ১৯৩২ চনৰ পৰাই বিষ্ণু ৰাভাই একক প্ৰচেষ্টাৰে তেওঁৰ স্ব-ৰচিত গীত আৰু নাটক চেনোলা আৰু এইচ. এম. ভি.ৰ যোগেদি বহুতো ৰেকৰ্ড উলিয়াই অসমীয়া সঙ্গীত জগতত এক যুগান্তৰ আনিলে। প্ৰথম মহিলা শিল্পীৰ গীতৰ ৰেকৰ্ড বিষ্ণু ৰাভাৰ পৰিচালনাত প্ৰিয় লতা, পফুল্ল বালা বৰুৱা, সাধনা বৰুৱাৰ কণ্ঠত ওলায়। গীতৰ ৰেকৰ্ড প্ৰকাশত জ্যোতি-বিষ্ণুৰ অৱদান চিৰকাল চিৰস্মৰণীয় হৈ থাকিব।

কলাগুৰুৱে জ্যোতিপ্ৰসাদ আগৰৱালাই তেখেতৰ 'বৰ্তমান অসমীয়া সঙ্গীত' নামৰ প্ৰবন্ধত লিখিছে—অসমীয়া সঙ্গীতৰ তালৰ বিষয়ে মই বিষ্ণুপ্ৰসাদ ৰাভাৰ

জগত সংগ্ৰহ কৰি এইবোৰৰ অনুসন্ধান কৰাৰ বিষয়ে আলোচনা কৰোঁ। বৰ্তমান বিষ্ণু ৰাভাই এই বিষয়ে অনুসন্ধান আৰু গৱেষণা কৰিব লাগিছে। সময়ত তেখেতৰ পৰা সকলো অসমীয়া তালৰ বিষয়ে বিশদৰূপে বাইজে জানিব বুলি আশা কৰিলোঁ।

১৯৪৫ চনত কনিহাত অনুষ্ঠিত প্ৰাদেশিক ছাত্ৰ সন্মিলনীৰ অধিবেশনত বিষ্ণু ৰাভাই সভাপতিৰ ভাষণত মুক্ত কণ্ঠে ঘোষণা কৰে—ভাৰতীয় সঙ্গীতৰ পাণ্ডিত-সকলে ভাৰতীয় সঙ্গীতৰ খাই পদ্ধতি দুটা বুলি (হিন্দুস্থানী আৰু কৰ্ণাটকী) যি মত পোষণ কৰিছে সেইটো শুদ্ধ নহয়। মোৰ মতে ভাৰতত তিনিটা খাই সঙ্গীত পদ্ধতি আছে—হিন্দুস্থানী সঙ্গীত পদ্ধতি, কৰ্ণাটকী সঙ্গীত পদ্ধতি আৰু কামৰূপী সঙ্গীত। কামৰূপী সঙ্গীত পদ্ধতিৰ নিজস্ব তাল আছে, ৰাগ আছে আৰু নৃত্য আছে। তালৰ মাত্ৰা বিচিত্ৰা বিজ্ঞান সন্মত। তাল বহু আছে, যেনে—ৰূপক, একতালী, পৰিতাল, যতি, খৰমান ইত্যাদি। ৰাগো তেনে, যেনে—বেলোৱাৰ, আশাবৰী, কানাড়া, পূৰবী, কল্যাণ ইত্যাদি। এই ৰাগবিলাকৰ বৰ্ণনা মালিতাও আছে। নৃত্যৰ কথা নকওঁৱেই। এই কামৰূপীয়া নৃত্য ভাৰতৰ ভিতৰতে শ্ৰেষ্ঠ। তদুপৰি পৃথিৱীত নোহোৱা ভাৰতীয় নৃত্য শাস্ত্ৰ ৰূপ অসমীয়াৰ "শ্ৰীহস্ত মুক্তাৱলী" আছে। গতিকে সঙ্গীতত অসমীয়াৰ এনে বহুমূলীয়া সম্পদ থাকিও আজি জগতৰ আগত অসমীয়াৰ নৃত্য-কলা দেখুৱাবলৈ অসমীয়া অপাৰগ। তাৰ বাবে লাগে পুঁজি, চৰ্চা, সাধনা আৰু সাধনা আশ্ৰম, তাৰ বাবে লাগে বাট দেখুৱাওঁতা অসমীয়া বিষ্ণু ভাটপাওে।

মণিপুৰী নৃত্য কামৰূপী সঙ্গীত পদ্ধতিৰ এটা শাখাহে। অসমীয়া গায়ন বায়ন-নটুৱাই মণিপুৰলৈ গৈ মণিপুৰত নৃত্য-বাদ্য-গীতৰ উৎকৰ্ষ সাধন কৰিছিল। তাৰ ফলতেই আজি মণিপুৰী নৃত্য বিশ্ববিখ্যাত আৰু সেই মণিপুৰী নৃত্যত আজিও অসমীয়া নৃত্যৰ ছাঁ দেখা যায়। প্ৰাচীন অসমৰ সকলো নৃত্য গীতবোৰ কামৰূপী সঙ্গীতৰ পদ্ধতিৰে সুৰ-তাল একেই।

১৯৪৮ চনত বিষ্ণু ৰাভাই কামৰূপী সঙ্গীত পদ্ধতিৰ ওপৰত ৮০০ পৃষ্ঠাৰ গ্ৰন্থ এখন (হাতে লিখা) লিখি জ্যোতিপ্ৰসাদ আগৰৱালাৰ লগত একেলগে তিনি দিন তিনি নিশা নৃত্য-গীতৰ মাজেৰে ডিব্ৰুগড়ৰ তামোলবাৰী চাহ বাগিছাত আলোচনা কৰোঁতে চোৱাৰ সৌভাগ্য মোৰ হৈছিল। কিন্তু দুখৰ বিষয়—কামৰূপী সঙ্গীতৰ বিষয়ত লিখা তেখেতৰ মূল্যবান কিতাপখন ১৯৪৮-৫৩ চনৰ পুলিচ অপাৰেচনত চৰকাৰৰ হাতত জব্দ হৈছিল। পৃথিৱীৰ আন সভ্য দেশত বিপ্লৱীসকলৰ লিখা

কিতাপ-পত্ৰ যুৰাই দিয়া হয়, কিন্তু আমাৰ দেশৰ চৰকাৰে সেই সময়ৰ এনেকুৱা বহুতো মূল্যবান কিতাপ ধ্বংস কৰিলে। আনকি জ্যোতিপ্ৰসাদ আগৰৱালাই আগ্ৰহেৰে মোক প্ৰথম ছপা হোৱা প্ৰকাশ কৰিবলৈ দিয়া গীতৰ কিতাপখনো, গুৱাহাটীত নীৰেন লাহিড়ীৰ প্ৰেছত চৰকাৰে জব্দ কৰিছিল।

এশ পচিশ বছৰীয়া অসমৰ স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জীৰ চমু আভাস নৃত্য-গীত নাটকীয় ভঙ্গীমাৰে (নৃত্য-গীতি আলেখ্য) বিষ্ণু ৰাভাই ৰচনা কৰা 'ন-পৃথিৱীৰ নতুন যুগ' নামৰ কিতাপখন অসমীয়া আৰু বড়ো ভাষাত মই প্ৰগতি প্ৰকাশ ভৱনৰ পৰা প্ৰকাশ কৰিছিলোঁ ১৯৪৯ চনত। সেই কিতাপৰ লগতে 'সমাজতন্ত্ৰ-বাদ কিয় লাগে' নামৰ কিতাপখনো সেই সময়ৰ স্বাধীন অসমৰ চৰকাৰে বে-আইনী ঘোষণা কৰিছিল। সংস্কৃতিমূলক কিতাপৰ ওপৰত এই ধৰণে স্বেচ্ছাচাৰভাৱে নিষিদ্ধ কৰা আদেশ হাইকোৰ্টে বে-আইনী বুলি ৰায় দিয়াতহে উক্ত আদেশ প্ৰত্যাহাৰ কৰিবলৈ চৰকাৰ বাধ্য হৈছিল।

বৰ পৰিতাপ আৰু লাজৰ কথা যে এতিয়াও অসমৰ সৰ্বাঙ্গ সুন্দৰ (আদিৰ পৰা বৰ্তমানলৈ) বিজ্ঞানসম্মত বুৰঞ্জী নাই। প্ৰাচীন কালত এই অসমতে বহুজনে বহু কষ্ট কৰি লিখা বুৰঞ্জীসমূহ আগৰ দিনৰ ৰজা-মহাৰজাসকলে নষ্ট কৰি জলাই দি বহুতৰ চকু কাঢ়ি হত্যা কৰিছিল, বহুতে ব্ৰহ্মদেশ বা আন ঠাইলৈ পলাই যাবলৈ বাধ্য হৈছিল।

অসমীয়া সংস্কৃতিৰ ঐতিহাসিক বিজ্ঞানসম্মত বুৰঞ্জী এখনবো নিতান্ত প্ৰয়োজন। তেতিয়াহে আমি আমাৰ কৃষ্টি-সঙ্গীত নৃত্য বিশ্বত প্ৰদৰ্শন আৰু প্ৰচাৰ কৰিব পাৰিম।

বিষ্ণু ৰাভাই কামৰূপ সঙ্গীত পদ্ধতিৰ লগতে প্ৰাচীন অসমৰ সঙ্গীতৰ ইতিহাস এখনো অসমৰ পৰ্বত-ভৈয়ামত পৰিব্ৰাজকৰ দৰে ভ্ৰমণ কৰি নানান গৱেষণাৰে ৬০০ পৃষ্ঠাৰ লিখিছিল। সেই অমূল্য গ্ৰন্থখনো সাময়িক অভিযানত হেৰাল। ভাস্কৰ বৰ্মাৰ ৰাজত্ব কালত চীনা পৰিব্ৰাজক হিউৱেনচাং অসমলৈ আহোঁতে তেওঁক কি কি নৃত্যগীতেৰে সম্বৰ্দ্ধনা জনাইছিল সেইবোৰ সুন্দৰকৈ প্ৰস্তুত আলোচনা কৰিছিল। সেই কিতাপ পঢ়ি জ্যোতি ককাইদেৱে আনন্দত মতলীয়া হৈ কৈছিল—এই গ্ৰন্থখন অসমৰ সঙ্গীত জগতৰ মূল্যবান সম্পদ। সোনকালে প্ৰকাশ কৰিব লাগে। আনকি ইংৰাজী আৰু হিন্দী ভাষাতো ই নিশ্চয় ভাৰত তথা বিশ্বৰ সঙ্গীত জগতৰ ভঁড়াল চহকী কৰিব। এতিয়াহে আমি ভাৰতৰ তথা বিশ্বৰ পণ্ডিত-সকলক প্ৰমাণ কৰি দেখুৱাব পাৰিম কামৰূপী সঙ্গীতৰ শ্ৰেষ্ঠতা।

জীৱিত কালত বিষ্ণু ৰাভা, জ্যোতিপ্ৰসাদ আগৰৱালাই চৰকাৰৰ অথবা

ধনবান ব্যক্তিসকলৰ পৰা নৃত্য-গীত পৰিবেশন কৰাৰ হকে অসমীয়া সংস্কৃতি বিকাশৰ হকে সাহায্য নেপালে, সাধনাশ্ৰমতো দূৰৰ কথা। কামৰূপ অনুসন্ধান সমিতিৰ পৰা দক্ষিণ ভাৰতত অসমৰ নৃত্য প্ৰদৰ্শন কৰাৰ হকে ভ্ৰমণ কৰোঁতে সেই সময়ৰ অসমৰ প্ৰধান মন্ত্ৰী চাৰ চাদুল্লা চাহাবে গোটেই দলটোক পৰিভ্ৰমণৰ বাবদ মাত্ৰ পচিশ টকা দান দিছিল। পিছৰ চৰকাৰে দান দিয়া দূৰৰ কথা, নানান নিৰ্যাতনহে কৰিছিল।

কঠিন সাধনা, দুৰ্দান্ত পৰিশ্ৰম, ভয়ঙ্কৰ বিপদ স্বেচ্ছাই গ্ৰহণ কৰি বহু কাল ধৰি সংগ্ৰাম চলাই এই পুণ্য অসম ভূমিত শ্ৰীমন্ত শঙ্কৰদেৱ, বিষ্ণু ৰাভা, জ্যোতিপ্ৰসাদ আগৰৱালাই জনগণৰ মাজত প্ৰতিষ্ঠা কৰিব লগা হৈছিল। আন কোনো নেতা বা অৱতাৰে তাৰ আধাও কৰিব লগা হোৱা নাই। কোনো বাণী নিদিয়াকৈ একেবাৰে কোনো কথা নোকোৱাকৈ এক ভাৰতত আগৰ দিনৰ মুনি-বাবাসকলে প্ৰতিষ্ঠা লাভ কৰিব পাৰিছিল। কিন্তু আজিকালি সাধুসকলে বনলৈ গ'লেও কোনো প্ৰতিষ্ঠা কৰিব নোৱাৰে। আজিও অৱশ্যে আশ্চৰ্যজনকভাৱে কোনো কোনো বাবাৰ আবিৰ্ভাৱ হৈছে যিসকলে অলৌকিকভাৱে ভক্তৰ হাতত হীৰাৰ আঙঠি দিয়াব পাৰে। ৰেডিঅ', ধাতুৰি কাৰত, বুদ্ধিমান বুদ্ধিজীৱী তেওঁলোকৰ শৰণাপন্ন হৈছে।

অকল বিষ্ণু ৰাভাই কিমান ৰাতি গান গাই ৰাতিপুৱাইছে সেই সুমধুৰ কণ্ঠৰ গৰাকী সুৰকাৰ বিষ্ণু ৰাভাৰ হেজাৰ বিজাৰ গুণমুগ্ধ শ্ৰোতাই চিৰকাল স্মৰণ কৰিব। অপ্ৰিয় হ'লেও এইটো সত্য কথা—১৯৪৮ চনত স্থাপিত হোৱা গুৱাহাটী অনাতাঁৰ কেন্দ্ৰই মৃত্যুৰ আগমুহূৰ্তৰ ১৯৬৯ চনলৈ বিষ্ণু ৰাভাৰ ৰচিত গীত-মাত প্ৰচাৰ কৰা নাছিল।

মানুহ হৈছে সপোনক দিঠকত পৰিণত কৰা শিল্পী। সেইহে মই মানুহ, মই শিল্পী। পৃথিৱীখন শিল্পীৰ ঘৰ, শিল্পীৰ কাৰখানা আৰু শিল্পীৰ সাংস্কৃতিক সম্পদৰ প্ৰদৰ্শনী—জ্যোতিপ্ৰসাদ আগৰৱালাৰ এই বাণী উচ্চাৰণ কৰি আজিৰ সাহিত্য সভাৰ এই সাংস্কৃতিক সন্মিলনত সকলোৰে ওচৰত এই আবেদন জনাওঁ যেন অসমৰ কলা-সংস্কৃতিৰ পৰ্বত ভৈয়ামৰ প্ৰত্যেক সৰু-বৰ জনগোষ্ঠীৰ সাংস্কৃতিক পৰম্পৰাসমূহ কেৱল নিজৰ ভিতৰতে আবদ্ধ নেৰাখি সাংস্কৃতিক পৰম্পৰাক বিনিময় পদ্ধতিৰে সামূহিক জনগণৰ কৃষ্টি-সভ্যতা চহকী কৰাৰ হকে কামৰূপ সঙ্গীত পদ্ধতিৰ গৱেষণা চৰ্চা বাগৰুম্বা নৃত্যৰ (বড়ো) পৰা দোৰিনী-বেওধাই নৃত্যলৈ, ধোবা-ধোবনী নৃত্যৰ পৰা চাজি নৃত্যলৈ, চিহুৰ পৰা বিহু

নৃত্যলৈ, ডুমদাম ডগৰলৈ, (মিচিঙৰ) থাসৰ পৰা খোল-মৃদংগলৈ, বাহুং ডুপ্লাৰ (বাভাৰ) পৰা গংগ্লেং পেঁপালৈ, খুটি তালৰ পৰা লুপি তাললৈ সকলো জনগোষ্ঠীৰ নৃত্য বাদ্যযন্ত্ৰৰ গীত-মাত-নাটক-ভাওনাৰ প্ৰদৰ্শনী ব্যৱস্থাৰে কলা বিশ্ববিদ্যালয় এখন স্থাপন কৰাৰ আঁচনি লৈ স্থাপন কৰা হওক।

হিংসাত উন্মত্ত পৃথিৱী তিমিৰাচ্ছন্ন কৰিছে. চাৰিওফালে মুক্তি পথত আনিছে বাধা, মহামানৱৰ প্ৰেম আৰু মৈত্ৰীৰ বাণীক বাৰে বাৰে কৰিছে ব্যৰ্থ, তথাপি চিৰপ্ৰবাহৰ মুক্তিস্ৰোত ৰুদ্ধ হোৱা নাই। আজি আকৌ বন্ধ বাতায়ণ খুলি গৈছে, আলোকিত কৰিছে পথৰ আন্ধাৰ।

শান্তিপ্ৰিয় অসমৰ বিভিন্ন জনগোষ্ঠীৰ মিলনভূমি অসম আজি বিচ্ছুমান স্বাৰ্থপৰে কুচক্ৰান্ত কৰি চক্ৰৰ বশীভূত অসমক খণ্ডিত কৰাৰ শ্লোগান দি ভ্ৰাতৃঘাটী সংঘৰ্ষৰ দ্বাৰা নিজৰ আৰু দেশৰ অশান্তিৰ সৃষ্টি কৰিছে ; তাক শিল্পী সৈনিকসকলে এক সাংস্কৃতিক বিপ্লৱৰ দ্বাৰা নিৰ্মূল কৰিব লাগিব। সকলো ধৰণৰ অপসংস্কৃতিৰ বিৰুদ্ধে সুসংঘবদ্ধ সাংস্কৃতিক বাহিনীৰ একান্ত প্ৰয়োজন হৈছে। অসমৰ সাংস্কৃতিক পথাৰত আজিও বহু সাংস্কৃতিক সন্থা গঠন হৈছে। বাইজেই আমাৰ নাটঘৰ, বাইজেই ভাৱৰীয়া—এই মূলমন্ত্ৰ লৈ গণনাট্য আন্দোলনৰ প্ৰয়োজন শেষ হোৱা নাই! ড° ভূপেন হাজৰিকাৰ সভাপতিত্বত জন-সাংস্কৃতিক পৰিষদৰ কৰ্মীসকলৰ দ্বাৰা সাংস্কৃতিক অভিযান দেশত ল'বলগীয়া।

১৯৮০ চনত সত্ৰ-সংস্কৃতিৰ পবিত্ৰভূমি মাজুলীত ডাঃ নকুল হাজৰিকাৰ নেতৃত্বত গঠিত হোৱা সন্মিলিত সাংস্কৃতিক সন্থাৰ সমগ্ৰ অসমত ঔপনিবেশিক শোষণৰ ফলত বিপৰ্যস্ত অসমৰ আৰ্থ সামাজিক আৰু সাংস্কৃতিক মুক্ত বিকাশৰ ঐতিহাসিক দায়িত্বত বিজতৰীয়া আৰু অপসংস্কৃতিৰ চক্ৰান্তকাৰীসকলৰ বিৰুদ্ধে সাংস্কৃতিক আন্দোলন গঢ়ি তুলিবলৈ আহ্বান জনায়। ইতিমধ্যে বিভিন্ন জনগোষ্ঠীৰ সাংস্কৃতিক বিনিময় ঐক্য সংহতিৰ হকে সন্থাৰ নেতৃবৃন্দ ধৰ্মকান্ত দেউৰী, ত্ৰৈলোক্য বৰকাকতি, শৰৎ দেউৰী, ৰাজীৱ শৰ্মা, নীলকান্ত ভূঞা, মুনীন চৌধুৰী, উপেন বৈৰাগী, দেৱ গগৈ, ভৱেন গোস্বামী, বঙ্কু দত্ত, চেলিম আহমেদ, বিজয় বাভা, মহেন্দ্ৰ খনিকৰ, ৰঞ্জিৎ বৰঠাকুৰ প্ৰভৃতিয়ে সাংস্কৃতিক অভিযান আৰম্ভ কৰি লোক-সংস্কৃতিৰ বিকাশৰ আঁচনি লৈছে। সেয়েহে অসমৰ শিল্পী-সাহিত্যিকসকলে ত্যাগৰ আদৰ্শ সন্মুখত ৰাখি সকলো ধৰণৰ অন্যায়-অত্যাচাৰ-অপসংস্কৃতিক বিনাশি অসমৰ সাংস্কৃতিক ঐক্য অটুট ৰাখি ঐক্যবদ্ধ অসম গঢ়াৰ পথত আগবাঢ়িব বুলি মোৰ দৃঢ় বিশ্বাস।

অৱশেষত অসম সাহিত্য সভাৰ সাংস্কৃতিক সন্মিলনত অসম সাহিত্য সভাৰ পতাকাৰ তলত সমবেত হোৱা সকলো শিল্পী-সাহিত্যিক সুন্দৰৰ পূজাৰী শ্ৰদ্ধাভাজন ৰাইজক সেৱা জনালোঁ।

# সাংস্কৃতিক সন্মিলনৰ উদ্বোধনী ভাষণ

(তৃতীয়)

—গোকুল পাঠক

শ্ৰদ্ধাভাজন সভাপতি মহোদয়, সম্পাদক ডাঙৰীয়া, সভ্যবৃন্দ, প্ৰতিনিধিবৰ্গ; শোণিতপুৰ জিলাৰ বিশ্বনাথ চাৰিআলিত অনুষ্ঠিত অসম সাহিত্য সভাৰ ষট্‌পঞ্চাশতম অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ শ্ৰদ্ধেয় সভাপতি প্ৰমুখ্যে সদস্যবৃন্দ, অসমীয়া সাহিত্যপ্ৰেমী আৰু সাহিত্য-সেৱক সেৱিকাবৃন্দ।

জয়জয়তে আপোনাসৱ সকলোটিকে শত শতবাৰ প্ৰণিপাত জনাইছোঁ। সাহিত্য সভাৰ দৰে মহান জাতীয় অনুষ্ঠানৰ সাংস্কৃতিক সন্মিলনৰ শুভ-উদ্বোধনৰ বাবে আমাক ভাৰ দিয়াত আমি অতিশয় চিন্তান্বিত হৈ পৰিছোঁ, কাৰণ এই কামৰ বাবে আমাৰ যোগ্যতা নিচেই নাই। আমি বৰ নিঃকিন। তথাপি সাহিত্য সভাৰ পৰম পবিত্ৰ আদেশ শিৰোধাৰ্য কৰি কাৰ্য সম্পাদন কৰাৰ পথত আগবাঢ়িলোঁ। আমাৰ বিনম্ৰ অনুৰোধ—ভুল-ত্ৰুটি মাৰ্জনা কৰিব।

সুন্দৰৰ পূজাৰীসকল! জীৱন মিছা নহয়, জীৱন এটা সপোন নহয়। পৃথিৱী কেৱল ভ্ৰমৰ নহয়! জগত সঁচা, জীৱন সঁচা, আৰু ই সচ্চিদানন্দৰ প্ৰকাশ। সচ্চিদানন্দৰ সৎ স্বৰূপৰ সত্তাই আমাৰ সত্তা। সেই জ্ঞান স্বৰূপৰ জ্ঞানেই আমাৰ জ্ঞান। কৰ্মপ্ৰবৃত্তি, জ্ঞান, বুদ্ধি, স্নেহ, প্ৰীতি ৰসানুভূতি—এইবোৰেহে ব্যক্তিগত আৰু সমষ্টিগত জীৱন সুন্দৰ কৰি তোলে। তেতিয়াহে গণদেৱতাৰ মাজত প্ৰাণ প্ৰতিষ্ঠা হয়। গণদেৱতা তথা সামূহিক জীৱনধাৰাত প্ৰাণৰ সঞ্চাৰ কৰিব পৰাৰ মূলতে হৈছে বিশ্বাত্মাৰ উপাসনা। সৰ্বভূততে বিশ্বাত্মাৰ ভাৱনা, সৰ্বজীৱৰ প্ৰতি প্ৰীতি আৰু সকলোৰে হিত সাধনত ৰত থকাই বিশ্বাত্মা উপাসনাৰ মূল উপাদান। তাত নাই ভেদাভেদ, নাই মনৰ মলিনতা অহংকাৰ, থাকিব নোৱাৰে—পাহাৰ-ভৈয়াম, পৰ্বত-কন্দৰ, জাতি-উপজাতিৰ বিচ্ছিন্ন মনোভাৱ। ৰূপতীৰ্থৰ একে ঘাটৰ যাত্ৰী এই মানৱ সমাজত সৱ একাকাৰ।

ইতিহাসৰ পাত লুটিয়াই চালে দেখা যায় যে মানুহে যেতিয়া বিভীষিকাময়

প্ৰকৃতিৰ মাজত বিচৰণ কৰি ফুৰিছিল তেতিয়া মানুহৰ ঘৰ-দুৱাৰ একেবাৰেই নাছিল। জীৱন যাত্ৰাৰ সম্বল শিলৰ অস্ত্ৰশস্ত্ৰ কেইপাটমান লগত লৈ উলংগ অৱস্থাত ঘূৰি ফুৰিছিল, বনে-জংগলে চিকাৰৰ আশাত। চিকাৰ পালে ক্ষুধাৰ তীব্ৰ জ্বালা নিবাৰণ কৰিছিল কেইটুকুৰামান কেঁচা মাংসেৰে, নাপালেও আছিল সুদাপেটে। প্ৰাকৃতিক দুৰ্যোগৰপৰা ৰক্ষা পোৱাৰ একমাত্ৰ আশ্ৰয় স্থল আছিল পৰ্বতৰ গুহা, ডাঙৰ গছৰ তল, নদীৰ পাৰ ; নাঙঠ দেহটো গৰম কৰি ৰখাৰ উপায় আছিল শিলৰ ঘঁহনিৰপৰা উঠা জুইকুৰা। সেই দূৰ অতীতৰ মানুহ আছিল সম্পূৰ্ণ অসহায়। সেই যুগত মানুহেই আছিল বনৰীয়া জন্তুৰ চিকাৰ। ঘাত-প্ৰতিঘাত দুৰ্বহ জীৱন যাত্ৰাৰ পিছত মৰণৰ বেলিকা পুত্ৰ-পৰিবাৰৰ হকে এৰি থৈ গৈছিল গিৰিগুহাৰ এটি আশ্ৰয়, লগতে শিল বা কাঠৰ কেইপাটমান অস্ত্ৰ, ধনুকাঁড় ইত্যাদি।

যুগৰ পাছত যুগ অতিবাহিত হ'ল। জীৱনক বচাই ৰখাৰ তাগিদাত মানুহৰ ৰীতি-নীতিৰো পৰিবৰ্তন ঘটিল। প্ৰকৃতিক মানুহে জয় কৰিলে। ৰূপান্তৰৰ একাবেঁকা সোঁতত পৰি অদল-বদল হৈ গ'ল সকলো বস্তুৰে ; প্ৰকৃতিৰ দুৰ্গম বন-জংগল ছাৰখাৰ কৰি প্ৰকাশ হৈ পৰিল মানৱ সভ্যতাৰ নিদৰ্শন। সৃষ্টি হ'ল ভয়াবহ পৃথিৱীৰ বুকুত সেউজ জীৱন। পুৰণিৰ মাজত নতুনৰ বিকাশৰ লগে লগে কৃষ্টিয়ে সংস্কৃতি নাম পালে।

কত হাজাৰ বছৰ পাৰ হ'ল। মানৱ সমাজ পৃথিৱীৰ বিভিন্ন দিশত বিভিন্ন প্ৰান্তত সিঁচৰতি হৈ পৰিল। যুগ যুগান্তৰ ধৰি চলি অহা পৰিবৰ্তনৰ সোঁতত মানুহে ইমূৰৰপৰা সিমূৰলৈ চতুৰ্দিশ পৰিভ্ৰমণ কৰি অৱশেষত জীৱনক বচাই ৰখাৰ তাড়নাত নিৰ্দিষ্ট বিন্দুত উপনীত হ'ল। এই বিন্দুসমূহ মহাসমুদ্ৰৰ বিন্দু সদৃশ মানৱ সমুদ্ৰৰ একোটা অংশ।

অসমৰ আদিম জনগোষ্ঠীৰ উপৰিও বিভিন্ন দিশৰপৰা ইয়ালৈ আহি থিতাপি লোৱা কিৰাট, অষ্ট্ৰিক, দ্ৰাবিড়, আৰ্য, মংগোলীয় আদি জাতি-উপজাতি জনগোষ্ঠীৰ মিলনৰ এই অংশটোও বিৰাট মানৱগোষ্ঠীৰ এটি বিন্দু বিশেষ। বিভিন্ন উপাদানেৰে একত্ৰিত এই বিন্দুটোৰ পৰিধিত থিৰ সমাজ সেইখনেই মোৰ দেশ—আমাৰ দেশ—কামৰূপ বৰ অসম। এইখন মোৰ অতিকে আপোন দেশ। ইয়াতে সৃষ্টি হৈছিল জ্যোতি—কামৰূপক বুলিছিল প্ৰাগজ্যোতিষপুৰ। এই প্ৰাগজ্যোতিষপুৰতে ব্ৰহ্মাই বিশ্ব-ব্ৰহ্মাণ্ড সৃষ্টি কৰি থোৱাই দিয়ালে মানস পুত্ৰ মহাবাহু ব্ৰহ্মপুত্ৰক। কামদেৱৰ পুষ্প শৰত নিজৰ মানস কন্যা সন্ধ্যাৰ ৰূপত ভোল গৈ কাম উন্মত্ত

ব্ৰহ্মাই যেতিয়া যাবিবলৈ ধৰিলে তেতিয়া জন্ম হ'ল চৌষষ্ঠি কলাৰ। পণ্ডিতে এইখনেই চৌষষ্ঠি কলাৰ উৎপত্তি স্থান—মোৰ দেশ কামৰূপ অসম। শ্ৰীকৃষ্ণই নৰকাসুৰক বধ কৰি কামৰূপৰপৰা নিয়া ষোল হাজাৰ গোপিনীৰপৰাই ভাৰতীয় সঙ্গীতৰ ষোল হাজাৰ ৰাগিনীৰ জন্ম। বাণ, নৰকাসুৰ, ভগদত্ত, ভীষ্মক, বভ্ৰুবাহন, হেৰম্ব, ভাস্কৰ বৰ্মাৰ এইখন দেশৰ আইদেউসকল লক্ষ্মীৰ দৰে শুচিব্ৰতা, সৰস্বতীৰ দৰে প্ৰিয়ভাষিণী, সীতাৰ দৰে পতিপৰায়ণা আৰু দুৰ্গাৰ দৰে মহিষমৰ্দ্দিনী। কৃষ্টি, সভ্যতা, ঐতিহ্যৰ গৌৰৱবাহী মোৰ দেশৰ আইদেউ ভীষ্মক জীয়াৰী ৰুক্মিণী দ্বাৰকাৰ শ্ৰীকৃষ্ণৰ প্ৰধান মহিষী, ভগদত্তৰ জীয়াৰী ভানুমতী ইন্দ্ৰপ্ৰস্থৰ মহাৰাজ দুৰ্যোধনৰ পাটৰাণী, বাণ-জীয়াৰী ঊষা আইৰ পাণি গ্ৰহণ কৰিবলৈ আহোঁতে এইখন দেশৰ মাটিত শোণিতপুৰত শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধই বন্দীত্ব স্বীকাৰ কৰিব লগাত পৰিছিল, চিত্ৰলেখা আইদেউৰ ৰঙৰ তুলিকাত ফুটি উঠিছিল—যক্ষ, ৰক্ষ, গন্ধৰ্ব, দেৱতাৰ অপৰূপ ৰূপ। হেৰম্ব জীয়াৰী হিড়িম্বা আইদেউ আছিল মহাবীৰ ভীমৰ ভাৰ্যা, পাণ্ডৱৰ প্ৰথম বোৱাৰী, যাৰ গৰ্ভত জন্মিছিল কামৰূপী মহাবীৰ ঘটোৎকচ, যিয়ে ন্যায় আৰু সত্যৰ কাৰণে কুৰুক্ষেত্ৰ ৰণ প্ৰাংগণত কৰ্ণৰ একাঘ্নি অস্ত্ৰত প্ৰাণ বিসৰ্জন দিছিল। মহাবীৰ অৰ্জুনেও এইখন দেশৰে মণিপুৰৰ চিত্ৰাংগদাৰপৰা নৃত্য-ভংগিমা আহৰণ কৰি বিৰাট ৰজাৰ জীয়াৰী উত্তৰাক নৃত্য শিক্ষা দিয়াৰ কথাই প্ৰমাণ কৰে যে উত্তৰ-পূৰ্বাঞ্চলৰ এইখন দেশতে প্ৰথম ভাৰতীয় আৰ্য সভ্যতা ঠন ধৰি উঠে। সৌ সিদিনা পতিৰ কাৰণে জীৱন আহুতি দিব পৰা সতী সাধ্বী জয়মতীৰ কথা আমাৰ দেশে পাহৰিব পাৰেনে? বীৰাংগনা মূলা-গাভৰুৰ কাৰ্যই আমাৰ দেশৰ আইদেউ-সকলক অনুপ্ৰাণিত নকৰেনে? আধ্যাত্মিক বলেৰে সত্যক আঁকোৱালি লৈ পলৰ চাকত পানী আনি জগতক স্তব্ধ কৰিব পৰা 'ৰাধিকা শান্তি' এইখন অসম দেশৰে বোৱাৰী নহয় বুলি কোনে ক'ব পাৰে? ইয়াতে আদি কবি 'ডাক পুৰুষৰ' জন্মস্থান লেহিডঙৰা, য'ত—'লেহিৰ তিৰী পঞ্চবাগ বুজে ভইৰাৰ দামৰাই বিনা শিঙে খুঁজে।' ছকুৰি হাত দীঘল তিনিকুৰি হাত বহল 'বৃন্দাবনীয়া কাপোৰ' বয়ন শিল্প চানেকিৰ অপূৰ্ব নিদৰ্শন এইখন দেশৰে। অতীতৰপৰাই আমাৰ দেশত বৈজ্ঞানিক প্ৰথামতে তৈয়াৰী তাঁত, লো, সোণৰূপৰ আ-অলংকাৰ, কাঁহৰ বাচন-বৰ্তন, মূৰ্তি, তাল, তোৰতাল, শবাই আদিয়ে চিনাকি দিয়ে উন্নত সভ্যতা-সংস্কৃতিৰ। অসমৰ চিত্ৰকলা, চিত্ৰাঙ্কিত আলেখ্যৰ নিদৰ্শনে অতীতৰ গৌৰৱপূৰ্ণ ইতিহাসক সোঁৱৰাই নিদিয়েনে? মাধৱ-কন্দলীৰ ৰামায়ণ, ভট্টদেৱৰ কথাগীতা,

কথা-ভাগৱত ভাৰতীয় সাহিত্যৰ পদ্য আৰু গদ্যৰ জগতে আহোম যুগৰ অসম বুৰঞ্জীৰ অবিস্মৰণীয় উজ্জ্বল চানেকি। এই কামৰূপৰে কুমাৰ ভাস্কৰ বৰ্মাই ভাৰত-সম্ৰাট শিলাদিত্য হৰ্ষবৰ্দ্ধনলৈ প্ৰেৰণ কৰা অতুলনীয় অলংকাৰ-কাপোৰ, বাচন-বৰ্তন, সাঁচিপাতৰ পুথি, সুগন্ধীয়া কস্তুৰী, চোঁৱৰ আদি অমূল্য সম্ভাৰে চিনাকি দিয়ে এইখন দেশ সুসভ্য দেশ। সমাজ স্থিতিশীল নহয়, গতিশীল। গতিশীল জন-সংস্কৃতিৰ লগে লগে ইছ্লামীয়, টাই, মংগোলীয়া, শিখ, খ্ৰীষ্টান আদিৰ প্ৰভাৱ আৰু প্ৰব্ৰজনৰ মাজেৰে সমন্বয়ৰ বাটত ক্ৰমে অসমীয়া নব্য সংস্কৃতিয়ে ৰূপ ল'লে।

হে সুধীবৃন্দ! অসমৰ কৃষ্টি, সভ্যতা, ঐতিহ্যৰ বিষয়টো ইমান বহল আৰু সমন্বয়ৰ জৰীৰে বান্ধখোৱা যে সেই আটাইবোৰ সামৰি হাতী মাৰি ভুকুকাত সুমাই থ'বলৈ আমাৰ দৰে অভাজনৰ সম্পূৰ্ণ ক্ষমতাৰ বাহিৰত। সেই ক্ষমতা আছিল পৃথিৱীত একমাত্ৰ শ্ৰীমন্ত শংকৰদেৱৰহে। শ্ৰীমন্ত শংকৰদেৱেহে মহাৰাজ নৰনাৰায়ণৰ অনুৰোধক্ৰমে এৰাতিৰ ভিতৰতে সমগ্ৰ ভাগৱত শাস্ত্ৰৰ সাৰ উদ্ধাৰ কৰি কৃষ্ণৰ গুণ-যশ বিস্তাৰ কৰিলে, 'গুণমালা' শাস্ত্ৰ ৰচনা কৰি, পিছদিনা হাতীৰ মূৰ্তিত লেখা ভুকুকা এটিত ভৰাই ৰজাৰ আগত থ'ব পাৰিছিল। এনেহেন যি শ্ৰীমন্ত শংকৰদেৱ, তেৰাই অসমীয়াক সকলো দি থৈ গৈছে। গীত, বাদ্য, সুৰ, সঞ্চাৰ, নাম-কীৰ্তন, বৰগীত, ভাওনা, ঘোষা, সাহিত্য, ধৰ্ম, সমাজ, হাটী, ধন-পুঁজি, নৈতিক আন্দোলন, অহিংসা, ত্যাগ, ভোগ, বৈৰাগ্য, সমাধি —আটাইখিনি শ্ৰীমন্ত শঙ্কৰদেৱেহে অসমীয়াক দি গৈছে। তেৰাৰ কৃষ্টিৰ মূল কেন্দ্ৰবিন্দু শ্ৰীকৃষ্ণ। শ্ৰীমন্ত শংকৰদেৱৰ কৃষ্টি মানে শ্ৰীকৃষ্ণ-সংস্কৃতি তথা মানৱ সংস্কৃতি। গতিকে তেৰাৰ প্ৰচাৰিত কৃষ্টি মানৱ সংস্কৃতিৰ ওপৰত প্ৰতিষ্ঠিত। কৃষ্টিৰ আঁকৰ, পৰাক্ৰম, পাণ্ডিত্য, বীৰ্য, শিক্ষা, জ্ঞান, ধৰ্ম, ভক্তি, নীতি, দয়া, ক্ষমাত জগতত সকলোতকৈ সৰ্বশ্ৰেষ্ঠ শ্ৰীকৃষ্ণ 'সৎ' (The principle of creative life) অৰ্থাৎ জগৎ সৃষ্টি, জীৱ জগতৰ কৰ্ম-প্ৰবাহ এই সকলোবোৰৰ মূলতে যি শক্তিয়ে ক্ৰিয়া কৰে। এই শক্তিৰ প্ৰকাশ কৰ্মত, যাৰ ফল প্ৰতাপ (power) তেওঁ জ্ঞান শক্তি। যিয়ে জীৱ জগতক সচেতন কৰি জ্ঞান-বুদ্ধিৰ প্ৰেৰণা দিয়ে (The principle of knowledge), জ্ঞান-দীপৰ দ্বাৰাই তেওঁ জীৱৰ অন্তৰত অৱস্থিত হৈ অজ্ঞান-অন্ধকাৰ বিদূৰিত কৰে। আনহাতে জীৱ-জগতক আনন্দভাৱে যি শক্তিয়ে ক্ৰিয়া কৰে সেয়া আনন্দৰ উৎস (The principle of delight) এই শক্তিত তেওঁ নিজে আনন্দময়, নিজৰ স্বৰূপানন্দ নিজে উপভোগ কৰে,—জীৱজগতক আনন্দিত কৰে। জীৱজগত আনন্দ

স্বৰূপৰ পৰাই আহিছে, আনন্দৰ দ্বাৰাই বাচি আছে, আনন্দ অভিমুখেই ধাবিত হৈছে আৰু সেই আনন্দ ৰূপতে আকৌ প্ৰৱেশ কৰিছে। সেই কাৰণে সংসাৰ লীলা আনন্দ স্বৰূপৰ জগৎ লীলা। ইয়াকে বোলা হয় আনন্দ লীলা। তেওঁৱেই সত্যস্বৰূপ, জ্ঞানস্বৰূপ, আনন্দ স্বৰূপ ('বিজ্ঞানমানন্দং ব্ৰহ্ম') সত্যং, শিবং, সুন্দৰং। তেওঁ জ্ঞান, কৰ্ম আৰু প্ৰেমৰ অফুৰন্ত উৎস।

শ্ৰীমন্ত শংকৰদেৱে মানুহৰ মাজত সৎ চিৎ আনন্দ সচ্চিদানন্দ শ্ৰীকৃষ্ণক কেন্দ্ৰ কৰি যি সংস্কৃতিৰ বীজ ৰোপণ কৰিলে সেয়েই মূলতঃ শংকৰী কলা কৃষ্টি, শ্ৰীকৃষ্ণ সংস্কৃতি,—মানৱ সংস্কৃতি। অসমীয়াই এই সংস্কৃতিৰ মাজত দৰ্শন কৰিলে জগত আৰু জীৱন প্ৰক্ৰিয়াত থকা শুদ্ধ সমগ্ৰতাৰ ৰূপ, সচ্চিদানন্দ, সত্তা। গভীৰ অন্তৰ্দৃষ্টিৰে আত্মত্যাগ আৰু মানৱ সেৱাৰ তাৎপৰ্য উপলব্ধি কৰিলে। শ্ৰীমন্ত শংকৰদেৱৰ কীৰ্তনত ভক্ত উদ্ধৱক শ্ৰীকৃষ্ণই দিয়া উপদেশত বিচাৰি পালে—সমগ্ৰতা, মানৱতা, সমতা আৰু ত্যাগৰ আদৰ্শ—

সমস্ত ভূততে ব্যাপি আছো মই হৰি।
সবাকো মানিবা তুমি বিষ্ণুবুদ্ধি কৰি॥
ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল।
দাতাত চোৰত যাৰ দৃষ্টি একতুল॥
নীচত সাধুত যাৰ ভৈল একজ্ঞান।
তাহাকেসে পণ্ডিত বুলিয় সৰ্বজন॥

অসমৰ সামূহিক জীৱনে ইয়াৰ মাজতে বিচাৰি পালে জীৱনৰ পূৰ্ণতা, অনাবিল আনন্দৰ পথ। সমাজত প্ৰাণ প্ৰতিষ্ঠা কৰিবলৈ,—অসুন্দৰৰপৰা সুন্দৰৰ বাটলৈ আগবাঢ়ি আহিবলৈ, চেতনা প্ৰেৰণাৰে সমষ্টিগত জীৱনক পূৰ্ণতাত অধিষ্ঠিত কৰিবলৈ শংকৰী কলা-কৃষ্টিৰ মাজত বিচাৰি পালে প্ৰকৃত মানৱ সংস্কৃতি—য'ত নাই উচ্চ, নীচ, সাধু, অসাধু, স্পৃশ্য, অস্পৃশ্য; কেৱল আছে মানুহ—মানুহৰ কাৰণে।

আমাৰ এই শংকৰী সংস্কৃতিত, দেশাত্মবোধত অহং সৰ্বস্ব স্বজাত্যবোধৰ প্ৰভাব নাই। পাশ্চাত্যৰ অহংসৰ্বস্ব দেশাত্মবোধৰ প্ৰভাৱত কিমান আদিম জাতি দাসত্বৰ শিকলিত বান্ধ খালে তাৰ সীমা-সংখ্যা নাই। ভাৰতবৰ্ষই এদিন দিগ্বিজয় কৰিবলৈ বাহুৰ তেজেৰে সৈন্যসামন্ত লৈ নহয়, প্ৰচাৰক পৰিব্ৰাজক হৈছে। সেইদৰে অসমৰ শ্ৰীমন্ত শংকৰদেৱেও এদিন দিগ্বিজয় কৰিবলৈ প্ৰথমে সমস্ত ভাৰতভূমি বাৰ বছৰ ধৰি পৰ্যটন কৰিছিল কাকো পদদলিত কৰিবলৈ নহয়—জগতত সাম্য, মৈত্ৰী, প্ৰগতিৰ বাণী, সুন্দৰৰ বাণী তথা শ্ৰীকৃষ্ণ-সংস্কৃতি প্ৰচাৰ কৰিবলৈহে। এয়েই

শ্ৰীমন্ত শংকৰদেৱৰ অসমীয়া কৃষ্টি তথা ভাৰতীয় সংস্কৃতিৰ বিশিষ্ট লক্ষণ। তাত নাই দৰিদ্ৰ, নিপীড়িত, নিষ্পেষিত জনগণক হেঁচি-ঠেলি ৰখাৰ ষড়যন্ত্ৰ; নাই কপটতা, ছল-চাতুৰি, হিংসা, বক্তাবক্তি। মহাপুৰুষৰ এই সংস্কৃতিৰে গাৰো, ভোট, নগা, কছাৰী, কেঁ'চ, কৈবৰ্ত্ত, কাৰ্বি, মিচিং, আবৰ, অকা, দফলা, যবন, মুছলমান, ব্ৰাহ্মণ, শূদ্ৰিৰৰ মাজত সমন্বয়ৰ ভেটি গঢ়ি উঠিল। অসমৰ এই পবিত্ৰ ভূমিত আটায়ে খোজ ল'লে সুন্দৰৰ আলিয়েদি। আজান ফকীৰ, লক্ষ্মীনাথ বেজবৰুৱা, অম্বিকাগিৰী ৰায় চৌধুৰী, পদ্মনাথ গোহাঞিবৰুৱা, বাণীকান্ত কাকতি, ডিম্বেশ্বৰ নেওগ, কমলাকান্ত ভট্টাচাৰ্য, ৰজনীকান্ত বৰদলৈ, মফিজউদ্দিন হাজৰিকা আদি কৰি অসমী আইৰ বহুতো সুসন্তানে অঞ্জলি অঞ্জলি ভৰি বং চটিয়ালে, ফুল চটিয়ালে। আজি এই বিশ্বনাথ চাৰিআলি—কমলাকান্ত ক্ষেত্ৰত সেইবিলাক অদেহী আত্মালৈ শত শত প্ৰণাম জনাইছোঁ। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদেও আই অসীমীৰ বুকুত চিৰ সুন্দৰক মাটিৰ জীৱনলৈ নমাই অনাৰ আদৰ্শ শংকৰী কলা-কৃষ্টিৰ মাজতে বিচাৰি পালে। তেওঁ ইয়াৰ মাজতে সোণৰ অসমৰ ছবি স্পষ্টভাৱে দৰ্শন কৰিলে—

"সোণৰ দেশৰ
মহাপুৰুষৰ
শংকৰ মাধৱৰ
সোণমূলীয়া সংস্কৃতিয়ে
পোহৰ দিয়ে
এই পৃথিৱীত
সোণৰ জীৱনৰ
মহা মনীষাৰ
মহা প্ৰতিভাৰ
জন জীৱনৰ
সোণৰ সপোনৰ।"

যব অসমৰ মহান মিলনক্ষেত্ৰৰ সুন্দৰৰ পূজাৰী বিষ্ণু ৰাভায়ো গালে—

কীৰ্ত্তন দশম, নামঘোষ'
হওক আমাৰ শৌৰ্য
নাট, গীত, নাম, বৰগীত
হওক ৰণৰ তূৰ্য

আহি তেওঁৰ এই অসমৰ
হওক অসীম বীৰ্য
অসমীয়া সমনীয়া
আগবাঢ়ি যাওঁ ব'ল ঐ
আগবাঢ়ি যাওঁ ব'ল।

শংকৰী কলা-কৃষ্টিৰ নিষ্ঠাবান একনিষ্ঠ সেৱক ড° মহেশ্বৰ নেওগদেৱো বৰ্তমান এই ক্ষেত্ৰত আমাৰ নমস্য। আন্তৰ্জাতিক সুখ্যাত শিল্পী ড° ভূপেন হাজৰিকা-দেৱেও ক'লে—বিশ্বক ভাৰতক ভাল পায়ো নিজৰ জন্মস্থানক, "নিজৰ জীৱন ধাৰাক সন্মান কৰিমেই, লিখি যাম, গাই যাম—

শংকৰ মাধৱৰ
মহা মহা সৃষ্টিৰে
উজ্জ্বল লুইতৰে পাৰ।"

সোণমূলীয়া কলা-কৃষ্টিৰে ভৰপূৰ এইখন আমাৰ দেশ—য'ত আছে বহুতো মিলি এক হ'ব পৰাৰ মহান আদৰ্শ। কিন্তু হায়! তথাপি আজি যেন আমি নিজকে পাহৰি যাবলৈ উপক্ৰম কৰিছোঁ। কিয়? কাৰ ইঙ্গিতত, কিহৰ বাবে, আমি আজি ভায়ে ভাইক, পুত্ৰই পিতাক, বন্ধুৱে বন্ধুক চিনিব নোৱাৰাত পৰিছোঁ? ইয়াৰ উৎস ক'ত?

১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰত স্বাধীন হ'ল। মহান ভাৰতবৰ্ষ খণ্ড-বিখণ্ড হ'ল। এই ক্ষেত্ৰত অসম সমষ্টিৰ (grouping) পৰা ৰক্ষা পৰিল যদিও ভাগ কৰা আৰু শাসন কৰা (Divide and rule) চক্ৰান্তৰে অনৈক্যৰ মাজত ঐক্যৰ সুৰ বাজি থকা এইখন পবিত্ৰ স্বাধীন বৰ অসমলৈ অন্ধকাৰ নমাই আনিলে। কূট-কৌশলত পৰি আই অসমীৰ অংগচ্ছেদ হ'ল। সাতোটি তেজৰ ধাৰ বৈ গ'ল। মিঠা ওঠ আৰু জিতা বাওলী হ'ল। ব্যক্তিক সমষ্টিগত জীৱনৰপৰা আঁতৰাই আনি সামূহিক সংস্কৃতি আৰু চিন্তাধাৰাত বজ্ৰ কঠোৰ আঘাত হানিলে। যুগ যুগ ধৰি চলি অহা মহা মহা জীৱনৰ মিলনভূমিলৈ সাংস্কৃতিক, ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক বিপৰ্যয় কঢ়িয়াই আনিলে। ঘৰ অসমৰ ঘৰ ঘৰত আউল লাগিল। ঐতিহ্যৰ এনাজৰীৰ কটকটীয়া বান্ধোন সোলোক-ঢোলোক হৈ পৰিল। আপুকণীয়া সোণ-পৰশা মাটিৰ বুকুত গঢ়ি উঠা মানৱ সংস্কৃতি, সভ্যতা, ঐতিহ্যত বৰকুঠাৰৰ ঘা পৰিবলৈ ধৰিলে। ষড়যন্ত্ৰ চলিল যাতে লাচিত, চিলাৰায়, পিয়লি ফুকন, মণিৰাম দেৱান, তৰুণ-নবীনৰ দেশত সেকুৰৰ প্ৰতিযোগিভাৱে—ৰবেশৰ উচ্চমাৰ্গৰ প্ৰতিভূ:ৰ খেলিমেলিৰ সৃষ্টি কৰিব পাৰে।

গতিকে আজি আমাৰ প্ৰয়োজন হৈ পৰিছে গোটেই বিষয়টো সামূহিকভাৱে চিন্তা কৰাৰ। এই ক্ষেত্ৰত, আমি প্ৰথমে ক'বলৈ বিচাৰিছোঁ—শংকৰ, মাধৱ, হৰিদেৱ, দামোদৰদেৱ গুৰুসকলে পাতি থৈ যোৱা সত্ৰ, নামঘৰ, কীৰ্তনঘৰসমূহত কলা চৰ্চাৰ কেন্দ্ৰ স্থাপিত হওক। নাট, গীত, বৰগীত, নৃত্য, বাজনা আৰু লোকগীতৰ চৰ্চাৰ মাজেৰে যাতে বিভিন্ন জনগোষ্ঠীৰ মাজত মানৱ সংস্কৃতি পুনৰ ঠন ধৰি উঠে তাৰে ব্যৱস্থা কৰিব লাগিব। তেতিয়া হ'লে অসম নমৰে। মহাবাহু ব্ৰহ্মপুত্ৰৰ দৰে আমাৰ আপুকগীয়া সংস্কৃতিৰ ধাৰ চিৰদিন প্ৰৱাহিত হৈ থাকিব। এইখিনিতে আমি ক'বলৈ বিচাৰিছোঁ—অসমৰ সোণমূলীয়া সংস্কৃতিক বজাই ৰাখিছে হোজা, খেতিয়ক-বনুৱাসকলেহে। তেওঁলোকৰ চিন্তা-চৰ্চাৰ বাবে যদি পৰিৱেশ সৃষ্টি কৰিব পৰা নহয় তেনেহ'লে বাৰে বাৰে আমাৰ ভাষা, সাহিত্য, সংস্কৃতিলৈ প্ৰতিবন্ধকতা আহি থাকিবই। অসমৰ বৰঘৰৰ সংস্কৃতি আজি যেনেঁ বিপদাপন্ন, ৰাজনৈতিক পাকচক্ৰত পৰি বৰ্তমান অসমীয়া সংস্কৃতিৰ যি ভাঙোনমুখী অৱস্থা পৰিলক্ষিত হৈছে, সেই ক্ষেত্ৰত সকলো ব্যৰ্থতা, ষড়যন্ত্ৰ মষিমূৰ কৰিবলৈ আমি পৰস্পৰে পৰস্পৰ জনগোষ্ঠীৰ সংমিশ্ৰিত বহল সংস্কৃতিক সন্ধান কৰিব লাগিব। আৰু তেতিয়াহ'লেহে মিলনৰ এনাজৰীডাল কটকটীয়া হ'ব। এইখিনিতে আমাৰ প্ৰথম পদক্ষেপ হওক—নামঘৰ, কীৰ্তনঘৰ, মঠ-মন্দিৰসমূহ পুনৰ সঞ্জীৱিত কৰি মহান সামূহিক সংস্কৃতিলৈ—ৰূপ ৰঙৰ মেলালৈ সকলোকে আহ্বান কৰাৰ প্ৰচেষ্টা।

ইয়াৰ উপৰিও সৌ সিদিনা চৰকাৰ আৰু ৰাইজৰ উমৈহতীয়া প্ৰচেষ্টাত অসম সংগীত-নাটক একাডেমীৰ ব্যৱস্থাপনাত বৰগীত আৰু তাল সম্পৰ্কে গৱেষণাৰ প্ৰথম আৱৰণিতে বন্ধ কৰি দিয়া দুৱাৰখন আকৌ খুলি দিয়া হওক। অসম সংগীত সন্মিলনখনো স্বচ্ছল কৰি তোলাৰ ব্যৱস্থা হাতত ল'ব লাগে। আমাক লাগে কেন্দ্ৰীয় সাংস্কৃতিক কলাকেন্দ্ৰ। বিজ্ঞান ভিত্তিত প্ৰশিক্ষণ পোৱাৰ কাৰণে ইয়েই হ'ব আমাৰ শিল্পীসকলৰ প্ৰধান সহায়। লগতে হ'ব সাংস্কৃতিক দিশৰ বিষয়বস্তুৰ অধ্যয়ন, গৱেষণা। আমি আশা কৰিব নোৱাৰোঁনে—সাংস্কৃতিক সুনিয়ন্ত্ৰণৰ ক্ষেত্ৰত কেন্দ্ৰীয় সাংস্কৃতিক কলাকেন্দ্ৰ হৈ উঠাটো? জনগণৰ সহযোগ আৰু সক্ৰিয় পৃষ্ঠপোষকতা আমি কামনা কৰোঁ।

প্ৰাসংগিক স্বৰূপে বিষ্ণু ৰাভাৰ এষাৰ কথা ক'বলগীয়া: "ৰাজনৈতিক দলবোৰে মানৱ সমাজৰ ৰূপান্তৰ ৰূপায়ণ কৰিব পাৰে, কিন্তু শিল্পীয়ে তাত প্ৰাণ-প্ৰতিষ্ঠা কৰি সুন্দৰ কৰি তোলে।" গতিকে ইতিপূৰ্বে দেশৰ ৰাজনীতিয়ে কৰা খণ্ড-বিখণ্ডৰ বীজ

সাথি বৰ অসমৰ সংস্কৃতিখান সমাজ গঢ়াৰ আঁচনি লোৱা অতিকৈ প্ৰয়োজন। এই ক্ষেত্ৰত আগবাঢ়ি আহিব লাগিব দেশৰ নবীন ডেকাচাম। ৰূপকোঁৱৰে কোৱাৰ দৰে—

"যি কি নহওক ধৰ্ম তোৰ
বামুণ শূদিৰ যিয়েই নহৱ
হিন্দু বা মুছলমান
বৌদ্ধ হৱ খৃষ্টান হৱ
মাথোঁ মনত ৰাখিবি
তই অসমৰ ন-জোৱান।"

এইখিনিতে আৰু এষাৰ ক'বলৈ দিচৰা হৈছে—বৰ অসমৰ লোকগীত জন-সংস্কৃতিৰ মূল উৎস। নাট, ভাওনা আদিৰ দৰে লোকগীতৰ প্ৰকৃত নিয়ন্ত্ৰণ, সংগ্ৰহ আৰু প্ৰশিক্ষণৰ অতি প্ৰয়োজন। ইয়াৰ উপৰি আজিকালি বিহু অনুষ্ঠানৰ বিসংগতিবোৰ আঁতৰোৱাৰ কাৰণে গুণী-জ্ঞানী ব্যক্তিৰ পৰামৰ্শ লোৱা দৰকাৰ। চাহ শ্ৰমিকৰ বিষয়বস্তু জনজাতীয় কৃষ্টিৰ ৰক্ষণাবেক্ষণ, নিয়ন্ত্ৰণ আৰু প্ৰসাৰৰ ক্ষেত্ৰত প্ৰয়োজনীয় ব্যৱস্থা ল'ব লাগে। সংস্কৃতি জগতৰ কোনো সীমা নাই—মনৰ সাগৰৰ কোনো পাৰ নাই—অপাৰ। অসমৰ বিভিন্ন জনগোষ্ঠীৰ সাহিত্যিক, সাংস্কৃতিক বিকাশ আমি উদ্যেহতীয়াভাৱে কৰিব লাগিব। এনেকৰে অসমত যুগ যুগ ধৰি বসবাস কৰি অহা বড়ো, কাৰ্বি, মিচিং, ৰাভা, টাই, দেউৰী, ডিমাছা আদি জনগোষ্ঠীৰ বিকাশৰ লগে লগে অসমীয়া সাহিত্য-সংস্কৃতিৰো বিকাশৰ পথ সুচল কৰিব লাগিব। বিভিন্ন জনগোষ্ঠীৰ শিল্পী-সাহিত্যিকসকল মুক্ত মনেৰে আগবাঢ়ি আহিব লাগিব। এই ক্ষেত্ৰত আমি উত্তম চন্দ্ৰ খেৰকটাৰী, ৰাজেন পাম, সোণা ব্ৰহ্ম, মংগলচণ্ডী ব্ৰহ্ম, নিৰুপমা হাগজেৰ, ৰংবং তেৰাং, নাহেন্দ্ৰ পাদুন, ৰাজেন ৰাভা আদি শিল্পী-সাহিত্যিকসকলৰ প্ৰচেষ্টাক নশলাগি থাকিব নোৱাৰোঁ।

ইতিমধ্যে সাংস্কৃতিক সঞ্চালকালয়ৰ তত্বাৱধানত জিলা আৰু মহকুমা ভিত্তিত যিবোৰ সাংস্কৃতিক কেন্দ্ৰ স্থাপিত হৈছে সেইবিলাকৰ কাম হোৱা উচিত যাতে অঞ্চলটোৰ শিল্প, সাহিত্য, সংস্কৃতি, ভাস্কৰ্য, গীত, পদ, নাটক আদি সকলো সাংস্কৃতিক দিশ সাঙৰি জনসাধাৰণক আগবঢ়াই নিয়াৰ প্ৰচেষ্টা তথা নিজৰ দেশৰ অমূল্য সংস্কৃতি বাহিৰত প্ৰচাৰ আৰু প্ৰকাশ কৰাৰ সুবিধা কৰে। তেতিয়াহ'লে চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়ৰদ্বাৰা স্থাপিত এই কেন্দ্ৰসমূহে লোক-সংস্কৃতি প্ৰসাৰত অৰিহণা যোগাব পাৰিব বুলি আমাৰ ধাৰণা।

অসমীয়া কথাছবিৰ জগতখন কিছু আগবাঢ়ি গৈছে যদিও যথেষ্ট নহয়। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ জয়মতীয়ে ১৯৩৫ চনতে যি সন্মান কঢ়িয়াই আনিছিল তাৰ পিছত সৌ সিদিনাহে ১৯৮৮ চনত জাহ্নু বৰুৱাৰ 'হালধীয়া চৰায়ে বাওধান খায়'এ 'স্বৰ্ণ কমল' ৰাষ্ট্ৰপতিৰ সন্মান কঢ়িয়াই আনিবলৈ সক্ষম হ'ল। অভিনয় ক্ষেত্ৰত ইন্দ্ৰ বনিয়াৰ 'লিওপাৰ্ড পুৰস্কাৰ (Leopard ..ward) প্ৰাপ্তিয়ে অসমৰ অভিনয় জগতলৈ সন্মান কঢ়িয়াই আনিব পৰাটো সঁচাকৈ গৌৰৱৰ বিষয়। আনহাতে এই কথাছবিৰ কামত ওতঃপ্ৰোতভাৱে জড়িত থাকি যিসকলে চেষ্টা কৰিছিল আৰু কৰি আছে—সেইসকলৰ ভিতৰত নটসূৰ্য ফণী শৰ্মা, ড° ভূপেন হাজৰিকা, অতুল বৰদলৈ, শিৱ ঠাকুৰ, চন্দ্ৰনাৰায়ণ বৰুৱা, অমৰ পাঠক, পুলক গগৈ, ব্ৰজেন বৰুৱা, নিপ বৰুৱা, আনোৱাৰ হুচেইন এইসকল দেহী-বিদেহীক আমি শ্ৰদ্ধাৰে সুঁৱৰিছোঁ। তথ্যচিত্ৰৰ ফালৰপৰা আমি যিমান আশা কৰিব পাৰোঁ সিমান হোৱা নাই। অৱশ্যে সৌ সিদিনা সাংস্কৃতিক সঞ্চালকৰ প্ৰযোজনাত "Where the wind blows free' তথ্যচিত্ৰখনে ৰাইজৰ মনৰ খোৰাক কিছু পৰিমাণে যোগান ধৰিব পৰাটো সুখৰ বিষয়।

অসমৰ সাংস্কৃতিক উত্তৰণত অবৈতনিক আৰু ব্যৱসায়িক নাট্য দলসমূহৰ ভূমিকা প্ৰণিধানযোগ্য। সেয়ে আজিৰ এই শুভ মুহূৰ্তত অসমীয়া নাটকৰ অভিনয়েৰে ভ্ৰাম্যমান নাট্য দলৰ সংগঠক আৰু পৰিচালক অসম কেশৰী অম্বিকাগিৰী ৰায় চৌধুৰী, অসমৰ নাট্য আন্দোলনত বৈপ্লৱিক পৰিবৰ্তনৰ সূচনাকাৰী নাট্যাচাৰ্য ৺ব্ৰজনাথ শৰ্মা আৰু তেওঁৰেই অনুগামী নটসূৰ্য ফণী শৰ্মালৈ শ্ৰদ্ধাঞ্জলি যাচিছোঁ। এই ক্ষেত্ৰত ভ্ৰাম্যমাণ থিয়েটাৰৰ জনক শ্ৰীঅচ্যুত লহকৰ আমাৰ সকলোৰে শলাগৰ পাত্ৰ। অসমৰ ভ্ৰাম্যমান থিয়েটাৰ দলসমূহে মঞ্চস্থ কৰি অহা সকলোবোৰ নাটক সৰ্বাংগসুন্দৰ হোৱা বুলি ক'ব নোৱাৰিলেও তাৰ মাজতে দুই-চাৰিখন ভাল নাটক, আৰু দুই-চাৰিগৰাকী ভাল অভিনেতা, অভিনেত্ৰী, পৰিচালকৰ সৃষ্টি নোহোৱাকৈ থকা নাই। এয়া অসমৰ নাট্যামোদী ৰাইজ আৰু ভ্ৰাম্যমান থিয়েটাৰ গোষ্ঠীৰ কাৰণে গৌৰৱৰ বিষয়।

সুন্দৰৰ পূজাৰীসকল!

আপোনালোক স্ৰষ্টা। আপোনালোক দ্ৰষ্টা। আপোনালোকৰ ধৰ্ম শিৱ মানৱ ধৰ্ম, কিয়নো মানুহেই শিৱ সৃষ্টিৰ শ্ৰেষ্ঠ প্ৰতীক। জন্ম, কৰ্ম, ধৰ্ম, আশ্ৰম আৰু জাতিৰ অভিমানে আপোনালোকৰ হৃদয়ত অহংকাৰৰ সৃষ্টি নকৰে। আপোনালোক মানৱ প্ৰেমী; সচ্চিদানন্দৰ প্ৰিয় মহান শিল্পী। সুন্দৰৰ

আবাহনাৰে আপোনালোকেই অসুন্দৰক খেদিব লাগিব। জনগণৰ জাতীয় জীৱনৰ সংস্কৃতিৰ পথাৰত কুসংস্কৃতিৰ যি প্ৰবেশ ঘটিছে, তাক আপোনালোকেই বিনাশ কৰিব লাগিব। সংগীত, সাহিত্য, নাট্য, স্থাপত্য, ভাস্কৰ্য সকলো বিষয়তে আপোনালোকৰ দায়িত্ব আছে। দেশৰ জনসাধাৰণক সাংস্কৃতিক আদৰ্শত দীক্ষিত কৰাৰ কাৰণে আপোনালোক কবি, শিল্পী, সাহিত্যিকসকলৰ দায়িত্ব কোনোৱে অস্বীকাৰ কৰাৰ ক্ষমতা নাই। আমাৰ জন-জীৱনৰ সংস্কৃতিক বিশ্ব দৰবাৰলৈ আগুৱাই নিয়াত আপোনালোকৰ দায়িত্ব অশেষ। বৰ্ত্তমান এইটো পৰিলক্ষিত হৈছে যে আজি দেশৰ যুৱ-ছাত্ৰ শক্তিৰ যি জাগৰণ সেই জাগৰণে সাংস্কৃতিক চেতনা আৰু প্ৰেৰণাৰ ইন্ধন যোগাইছে। এই চেতনা-প্ৰেৰণাৰে তৰুণ শক্তিয়ে শান্তি প্ৰগতিৰ বাটত আগুৱাই যাব পাৰিব বুলি আমাৰ বিশ্বাস হৈছে। পূৰ্ব ভাৰতীয় স্বাধীন অসমৰ সোণমূৰীয়া সংস্কৃতি—সত্যম্ শিৱম্ সুন্দৰম সংস্কৃতি। সেই সোণমূৰীয়া সংস্কৃতিৰ জয় হওক। আমাৰ চিৰ নৱত্ব সেৱাৰ থকি যাওক। আজি সবাৰে মন-প্ৰাণ মধুময় হওক। শেষত আমাৰ ভাষণৰ ত্ৰুটি-বিচ্যুতিৰ বাবে আঁচল পাতি ক্ষমা বিচাৰিছোঁ। সমস্তে আজিৰ সাংস্কৃতিক সমাৰোহৰ শুভ-উদ্বোধনী ঘোষণা কৰিছোঁ। আহক আমি সুন্দৰৰ আৰাধনাৰে খোজত খোজ মিলাই গাই যাওঁ—

ক'ত ঐ সুন্দৰ
আজি আজি ক'ত।
অশান্ত পৃথিৱীৰ
খেদি নিশাচৰ
পোহৰৰ গতি খেদি ক'ত।
অজান আন্ধাৰ
কাঢ়ি আনিবাৰ
বঢ়িব সমতাৰে ঢৌ।
সৃষ্টিৰ পৰিধিত
গতিশীল সমাজত
নতুনৰে উঠে মহাবোল
সত্য সুন্দৰ
আহিব সকলৰ
সুন্দৰ আজি আজি ক'ত।

# কবি সন্মিলনীৰ উদ্বোধনী ভাষণ

—অজিৎ বৰুৱা

বন্ধুসকল,

অসম সাহিত্য সভাৰ এই কবি-সন্মিলন উদ্বোধন কৰিবলৈ আমন্ত্ৰণ পোৱাত মই কৃতকৃতাৰ্থ অনুভৱ কৰিছিলোঁ। তথাপি সভাৰ কৰ্মকৰ্তাসকলক মই সনিৰ্বন্ধ অনুৰোধ জনাইছিলোঁ মোক যাতে এই কৰ্মৰ পৰা অব্যাহতি দিয়া হয়, কাৰণ কিছুমান ব্যক্তিগত কাৰণত এই কৰ্ম সম্পাদন কৰা মোৰ পক্ষে সম্ভৱ নহয়। কিন্তু মোৰ প্ৰতি স্নেহবশতঃ তেওঁলোকে মোক একোপধ্যেই নেৰিলে। এই স্নেহাতিশয্যৰ কাৰণেহে মই তেওঁলোকক ধন্যবাদ জনাইছোঁ—নিৰ্বাচনৰ কাৰণে নহয়। কাৰণ মই এক অখ্যাত সাহিত্যকৰ্মী। মোৰ কাব্যকৰ্মৰ পৰিমাণ আৰু ওজন—এই দুয়োৰেই সামান্য। বৃত্তিগতভাৱে মই এজন চৰকাৰী চাকৰিয়াল আছিলোঁ—সেই বহুনিন্দিত আমোলাগোষ্ঠীৰ এজন। অধ্যাপক বা সাংবাদিক আনকি খ্যাতিকাম ৰাজনীতিজীৱী পৰ্যন্ত নহয়। গতিকে এই মহৎ সামাজিক সন্মান মোৰ কাম্য নাছিল আৰু প্ৰাপ্যও নহয়। অসম সাহিত্য সভাই মোক দুৰ্বহ কৃতজ্ঞতা ভাৰত অৱনত কৰিলে।

আপোনাসকলক উপদেশ দিয়াৰ ধৃষ্টতা মই নকৰোঁ। তদুপৰি, উপদেশ দিয়া মোৰ স্বভাৱ-বিৰুদ্ধ। প্ৰত্যেকৰ নিজৰ বিশ্বাস নিজৰ থাকক—কোনো সজ্জনক মোৰ নিজৰ মতলৈ আনিবৰ মোৰ কোনো স্পৃহা নাই। কিন্তু মত প্ৰচাৰ বা মত প্ৰসাৰৰ আকাংক্ষাৰ লগত মোৰ কোনো বিৰোধ নাই। মত প্ৰচাৰৰ স্বাধীনতা, মত পোষণৰ স্বাধীনতাৰ সমানেই স্বীকাৰ্য।

নিজৰ উপলব্ধিৰ পৰা আপোনাসকলৰ আগত মাত্ৰ কেইটামান কথা নিবেদন কৰাৰ অনুমতি প্ৰাৰ্থনা কৰোঁ। সেই কথাকেইটা অতি সংক্ষিপ্ত আৰু কেৱল মাত্ৰ কাব্যকৰ্ম সম্পৰ্কে। এইবিলাক সম্পূৰ্ণভাৱে মোৰ অভিজ্ঞতাৰ আধাৰত ৰচিত।

প্ৰথম, মোৰ মতে কাব্যকৰ্ম এটা ব্যক্তিগত ঐকান্তিকী সাধনাৰ অভীষ্ট।

এই সাধনা দুৰূহ, অথচ ইয়াৰ সিদ্ধিৰ পৰা এটা অবিস্মৰণীয় প্ৰীতি বা আনন্দৰ উদ্ভৱ হয়। প্ৰাথমিকভাৱে এই আনন্দ লেখকৰ। ইয়াক পাঠকৰ মনত সঞ্চাৰ কৰি পাঠককো আনন্দ দিবৰ চেষ্টা লেখকে কৰিব পাৰে, কিন্তু অন্তিম বিচাৰত পাঠকৰ মনৰ আনন্দ আৰু লেখকৰ মনৰ আনন্দ ঠিক একে বস্তু নহয়। সংস্কৃত সাহিত্যতাত্ত্বিক অভিনৱগুপ্তই দিয়া টীকাৰ ভিত্তিত আৰু এজন সাহিত্য-তাত্ত্বিক হেমচন্দ্ৰই কৈছে :

কৰোতি কীৰ্ত্তিং প্ৰীতিংচ সাধু-কাব্য-নিষেৱণম্
তথাপি প্ৰীতিৰেৱ প্ৰধানম্।

প্ৰীতিয়েই প্ৰধান। এই প্ৰীতি লেখকৰ, কেতিয়াবা এই প্ৰীতি পাঠকৰ, এক বিৰল স্থিতিত হয়তো দুয়োৰো। কিন্তু এই প্ৰীতি সাধাৰণতে অনুভৱ কৰা প্ৰীতি নহয়। এই প্ৰীতি এক অৰ্থত নৈৰ্ব্যক্তিক ৰসাস্বাদ। এই ৰস হৈছে বিশেষাৰ্থক সাহিত্যৰস বা সাহিত্যপ্ৰসূত অনুভৱ অৰ্থাৎ ইংৰাজীত ক'বলৈ হ'লে 'এস্থেটিক ইমোশ্যন।'

পুণ্যশ্লোক অভিনৱগুপ্তই আৰু কৈছে যে কাব্যৰ দ্বাৰাই ৰসৰ উৎপত্তিও নহয়, অভিব্যক্তিও নহয়। অৰ্থাৎ অন্য ধৰণে বিশ্লেষণ কৰিলে ইয়েই প্ৰতীয়মান হয় যে কাব্যৰ ৰস নৈৰ্ব্যক্তিক। বাস্তৱ ঘটনাক প্ৰত্যক্ষ কৰিলে যি অনুভৱ হয়, কাব্য পাঠ বা শ্ৰৱণ কৰিলে হোৱা অনুভৱ তাতকৈ বেলেগ। প্ৰমাণ এই যে সঁচাসঁচিকৈ হোৱা কৰুণ ঘটনা বাৰে বাৰে চাবৰ ইচ্ছা নহয়, কিন্তু কাব্য বা নাটকত ঘটা কৰুণ ঘটনা, যেনে—সীতা হৰণ, বাৰে বাৰে চাবৰ মন যায়। গতিকে কাব্য পাঠৰ অনুভৱ ব্যক্তি-নিৰপেক্ষ। ই হৈছে সাহিত্য-মূল ভাবাবেগ, বাস্তৱ-মূল ভাবাবেগ নহয়।

একে মত বিংশ শতাব্দীৰ প্ৰথম ভাগৰ ফৰাচী সমালোচক ৰেমি দ্য গুৰমোঁৰ : এঁ্যা বো তেখ পাথ্‌ট্ আভেক লুই চমোৎজিওঁ প্ৰপ্‌ কি এ লেমোৎজিওঁ এস্থেটিক্—সুকাব্যই তাৰ নিজৰ বিশিষ্ট ভাবাবেগ বহন কৰে। এই ভাবাবেগ সাহিত্য-মূল ভাবাবেগ।

দ্বিতীয়তে, এই কঠিন আৰু সুদীৰ্ঘ সাধনাৰ মাৰ্গ হ'ল বিধিবদ্ধ শৃংখলাৰ মাজেদি। খৃষ্টীয় দশম-একাদশ শতিকাৰ সংস্কৃত সাহিত্যতাত্ত্বিক মম্মটই কোৱাদি এই শৃংখলাদ্বয় হ'ল—প্ৰথমতঃ ব্যুৎপত্তি অৰ্থাৎ চৰ্চা, আৰু দ্বিতীয়তে অভ্যাস—বাৰে বাৰে নিয়মিতভাৱে লেখি থকাৰ অভ্যাস।

কিন্তু কাব্যকৰ্ম-অভিলাষীৰ কাৰণে ইয়েই যথেষ্ট নহয়। ইয়াৰ উপৰিও

তেওঁৰ থাকিব লাগিব প্ৰতিভা—যাক আন এজন সংস্কৃত সাহিত্যতাত্ত্বিক ৰাজানক কুন্তকে কৈছে 'কবি-ব্যাপাৰ' বুলি। কুন্তকৰ মতে এই কবি-ব্যাপাৰ জন্মান্তৰ্গত অৰ্থাৎ সহজাত। মই এই মতত শ্ৰদ্ধাভৰে বিশ্বাস কৰোঁ—কেৱল চৰ্চা বা অভ্যাসৰ দ্বাৰাই এজন মানুহ সাৰ্থক কবি হ'ব নোৱাৰে। কিন্তু অন্য মতৰো অভাৱ নাই। কোনো কোনো ধীমানৰ মতে প্ৰতিভা উৎপাদ্যও। প্ৰতিভা, কৰ্ষণ বা ইংৰাজীত 'কালচাৰ'ৰ দ্বাৰা উৎপাদিত কৰিব পাৰি।

সি যি কি নহওক, চৰ্চা বৰ্তমানৰ কাব্যকৰ্ম-অভিলাষীৰ কাৰণে অপৰিহাৰ্য আৰু চৰ্চাৰ সৰ্বপ্ৰধান অংগ হ'ল মোৰ মতে অধ্যয়ন। মই স্বভাৱ-কবিৰ বা লোক কবিৰ অস্তিত্ব অস্বীকাৰ কৰিব খোজা নাই। কিন্তু তেওঁলোক বিৰল, অসামান্য, ব্যতিক্ৰমী। মই সামান্যভাৱে প্ৰযোজ্য সূত্ৰবিলাকহে উল্লেখ কৰিছোঁ।

পৃথিৱীৰ পৰিসৰ সৰু হৈ অহাৰ লগে লগে, নানা জাতিৰ ভাবৰ আদান-প্ৰদানৰ লগে লগে, পৃথিৱীৰ আৰু নিজৰ দেশৰো বহুতো ভাষা শিকাৰ সুযোগ ঘটাৰ লগে লগে, বিচিত্ৰ আৰু বিভিন্ন অধ্যয়নৰ সুযোগ-সুবিধা বাঢ়িছে। কাব্যকৰ্মীসকলে এই সুবিধাৰ সুযোগ ল'লে তেওঁলোকৰ সাহিত্যকৰ্মৰ উৎকৰ্ষ বাঢ়িব বুলি মোৰ ধাৰণা। ক'ব পাৰোঁ যে অন্ততঃ মোৰ সাহিত্যকৰ্মৰ কিছু উন্নতি অধ্যয়নৰ পৰা হৈছে আৰু কিছু নতুন প্ৰয়োগ কৌশলো মই আয়ত্ত কৰিব পাৰিছোঁ। আমাৰ নিজৰ ভাষাৰ জননী সংস্কৃতৰ লগত আপেক্ষিকভাৱে গভীৰ পৰিচয়েও মোক উপকৃত কৰিছে। আপোনাসকলৰ আগত এইখিনি কথাও উল্লেখ কৰাৰ প্ৰয়োজন বোধ কৰোঁ।

সুখৰ কথা যে এই বিশ্বজনীন তথ্য সঞ্চাৰ আৰু তত্ত্ব প্ৰচাৰৰ সুবিধাৰ ফলত অসমৰ কাব্যকৰ্মীসকলৰ মানসিক দিগ্‌বলয় বিস্তীৰ্ণ হৈছে। ইয়াৰ লগতে যদি অসমৰ গ্ৰামীণ জীৱনৰ আৰু অসমৰ গীতৰ নৈসৰ্গিক বৈশিষ্ট্যৰ প্ৰতি গভীৰ নিৰীক্ষা নিক্ষেপ কৰা হয়, অসমীয়া কাব্য অনন্যসাধাৰণ হৈ উঠিব বুলি মোৰ বিশ্বাস। অলপ বৈয়াকৰণিকগন্ধী হ'লেও উল্লেখ কৰিব খোজোঁ যে অসমীয়া ভাষাৰ নামবাচক বিশেষ্যই অসমীয়া কাব্যক এক বিশিষ্ট ৰূপে অলংকৃত কৰিব দিয়ে অসমীয়া কাণক অন্য কাব্যৰ লগত অসহনীয় সাদৃশ্যৰ পৰা পৰিত্ৰাণ কৰিব। দেশ-বিদেশৰ অংকন শিল্পৰ চৰ্চাই যেনেকৈ আমাক কাব্যৰ বিষয়বস্তু হিচাপে ধোঁৱাৰ ব্যৱহাৰ শিকাইছে, অসমৰ গ্ৰামীণ জীৱনৰ নিৰীক্ষাই মোক শিকাইছে আমাৰ কাজলী গাইজনীৰ লগত আমাৰ বাপু-ককাৰ আত্মীয়তাৰ কথা, আমাৰ ঘৰৰ ডাওৰিৰ শিৰশিৰনিৰ দূৰ্বাৰ লগত আমাৰ মনৰ কেনে সম্পৰ্ক।

পৃথিৱীৰ শ্ৰেষ্ঠতম সাহিত্যকৰ্মৰ লগত আমাৰ পৰিচয় এতিয়া লহৰ। আমাৰ নিজৰ সাহিত্যকৰ্ম তাৰ লগত তুলনা কৰি চাব লাগে।

অধ্যয়ন আৰু নিৰীক্ষা, লগতে স্বজাত্যাভিমান, স্বভাষাভিমান, স্বকাব্যক স্বাভিমান। তাৰ কথা মই আগেয়েই লিখিছোঁ—আকৌ নোহাৰোঁ। আৰু মই মোৰ মজ্জাত অনুভৱ কৰোঁ। সেয়েহে উচ্চাৰোঁ মোৰ অকম পৰৰ পংক্তি।

মই অসমক ভাল পালো গৌৰৱৰ হবে
বিশ্ব ব্ৰহ্মাণ্ডক মোৰ নমস্কাৰ।

কাব্য প্ৰয়াসৰ এই কঠিন সাধনাত সিদ্ধি লাভ হ'ব কেতিয়া? সিদ্ধি হ'ব তেতিয়াই, যেতিয়া সাধকে নিজে আৰু পাঠকেও স্পষ্ট দেখিবলৈ পাব যে সেইজন কাব্যসাধকৰ হবে আৰু কোনোৱেই লেখিব নোৱাৰে—তেওঁ এটা স্বকীয় ৰচনা-ভংগী, নিজৰ ৰচনাৰীতি বিচাৰি পাইছে যাক আন কোনোৱে আৰু অনুকৰণ কৰিব নোৱাৰে। অন্তৰ লগত নিকট সাদৃশ্যৰ পৰাও তেওঁ উদ্ধাৰ পাইছে। তেওঁ হৈ উঠিছে একক, অনন্য, অননুকৰণীয়—ঠিক নিজৰ হবে।

আৰু এটা কথা মই দৃঢ় প্ৰত্যয়েৰে বিশ্বাস কৰোঁ। সি হৈছে আৰু এজন স্ৰষ্টা সাহিত্যভাৱিক বাণৰ উক্তি:

গদ্যং কবীনাং নিকষং বদন্তি।

গদ্যৰচনাই হৈছে কবিসকলৰ উৎকৰ্ষৰ কষ্টি শিল। যিজনে সাৰ্থক যুক্তি-শৃংখল সম্পন্ন আৰু লগে লগে সুকুমাৰ সাংগীতিক সুশ্ৰাব্য ধ্বনি-সমন্বয়যুক্ত গদ্য লেখিব নোৱাৰে তেওঁ সাৰ্থক কাব্য ৰচনা কৰিব পৰাটো কঠিন। মই নিজে গদ্য লেখাৰ এই প্ৰয়াসত বহুদিন ধৰি নিজক নিযুক্ত কৰিছোঁ। তাৰ পৰা মোৰ কাব্য কৰ্মই এটা নতুন মাত্ৰা পোৱা বুলি মোৰ নিজৰ ধাৰণা।

ইয়াতে ইংগ-মাৰ্কিন যুগন্ধৰ কবি টি. এছ. এলিয়টৰ এষাৰ কথা বৰ প্ৰণিধানযোগ্য:

"হোৱাট ক্যান বি এজৱেল ৰিট্‌ন্ ইন প্ৰ'জ ইজ বেটাৰ ৰিট্‌ন্ ইন প্ৰ'জ।"
যি কথা গদ্যতো লেখিব পাৰি তাক গদ্যত লেখাই ভাল।

এইখিনিতেই প্ৰসংগসংগত হয়—কাব্যত, সাহিত্যত, আংগিকৰ গুৰুত্বৰ কথা। সামাজিক দৰ্শন নিশ্চয় সুকাব্য বা সু-সাহিত্য হ'ব পাৰে। কিন্তু প্ৰাথমিকভাৱে কাব্য এটা শিল্প-কলা। তাৰ নিজৰ ৰচনা আৰু প্ৰয়োগ কৌশল আছে, উৎকৰ্ষ-মূল্যায়ন বিধি আছে। এই বিধিৰ গভীৰ সাধনহে শিল্প-কলা হিচাপে কাব্য

সৃষ্টি সাৰ্থক। তাৎপৰ্যপূৰ্ণ আংগিক আপোনাসকলৰ উপলব্ধ হওক—এই শুভেচ্ছা থাকিল। সংগীত যেনেকৈ তাল, মান, লয়যুক্ত, কাব্যও সমানভাবেই তাল, মান, লয়যুক্ত। মুক্ত ছন্দই যথেচ্ছ স্বাধীনতা অনা নাই। মুক্ত ছন্দৰ মাজত তাল, মান, লয় সৃষ্টি কৰা মাত্ৰাবৃত্ত ছন্দত কৰাতকৈ বহুত বেছি দুঃসাধ্য।

শিল্প-কলাৰ উদ্দেশ্য সম্পৰ্কে বিংশ শতাব্দীৰ ঋষিকল্প পুৰুষ, দ্ৰষ্টা আৰু বৈজ্ঞানিক বৰ্ট্ৰাণ্ড্ ৰাছেলৰ কথা মোৰ সত্য যেন লাগে। সকলো কথাতেই খুঁত থাকিব পাৰে। তথাপি আপোনাসকলৰ বিচাৰৰ বাবে থ'লোঁ। তেওঁ কৈছে, "শিল্প-কলাই এনেধৰণৰ জাতীয়তা-অতিক্ৰান্ত, ৰাজনীতি-অতিক্ৰান্ত প্ৰমূল্যৰ সৃষ্টি কৰিব লাগে যাক কোনো সংকীৰ্ণ জাতীয় বা ৰাজনৈতিক গোষ্ঠীয়ে অস্বীকাৰ কৰিব নোৱাৰে। শিল্প-কলা নিজৰ লক্ষ্যৰ প্ৰতি বিশ্বাস-হন্তা হ'ব যদিহে সি কোনো ৰাজনৈতিক উদ্দেশ্যত ব্যৱহৃত হ'বলৈ সন্মত হয়। শিল্প-কলা, কাব্য আৰু চিত্ৰ-কলাত প্ৰচাৰধৰ্মিতা হৈছে অন্তিম বিচাৰত সিবিলাকৰ পবিত্ৰতা হানিকৰ। সংগীত, যদিও সি সংঘৰ্ষী উৎসাহ জগাই তুলিবলৈ সক্ষম, সৌভাগ্য-বশতঃ সংগীতে কি বিষয়ত শুনোতাক উদ্বুদ্ধ হ'বলৈ উদগাইছে শুনোতাই সঠিক-ভাবে নিৰ্দিষ্ট কৰিব নোৱাৰে। সেই কাৰণে গোড়া সামন্ততান্ত্ৰিক ভাবাপন্ন বৃদ্ধই ও মাৰ্চাইয়েজ গীতৰ সংগীতৰ উদ্দীপক সৌন্দৰ্য উপভোগ কৰিব পাৰে—যদিও সেই সংগীতৰ কথাভাগৰ ভিতৰত আছে যে সামন্ততান্ত্ৰিকৰ অপবিত্ৰ তেজ মাটিৰ সাৰ হিচাপে ব্যৱহাৰ কৰা উচিত "Qu'un sang impur abreuve nos sillons." দুখৰ বিষয়, সাহিত্যত এই বিমূৰ্তন সম্ভৱ নহয়।

সৰ্বশেষত ৰাজানক কুন্তকৰ কাব্যৰ সংজ্ঞাৰ্থক শ্লোকটো উচ্চাৰণ কৰি মই এই কবি-সন্মিলনৰ উদ্বোধন কৰিলোঁ :

শব্দাৰ্থো সহিতৌ বক্ৰ কবিব্যাপাৰশালিনি।
বন্ধে ব্যৱস্থিতৌ কাব্যং তদ্বিদাহ্লাদকাৰিণি॥

আপোনাসকলৰ কাব্য-কৰ্ম তদ্বিদ অৰ্থাৎ ৰসজ্ঞজনৰ আহ্লাদকাৰী হওক।

# কবি সন্মিলনীৰ সভাপতিৰ ভাষণ

—চুজাউদ্দীন আহমদ

—অসম সাহিত্য সভাৰ ষটপঞ্চাশত্তম অধিৱেশনৰ মূল সভাৰ শ্ৰদ্ধাভাজন সভাপতিদেৱ, বিশিষ্ট অতিথিবৃন্দ, অভ্যৰ্থনা সমিতিৰ মাননীয় সভাপতি মহোদয় প্ৰমুখ্যে শ্ৰদ্ধেয় সদস্যবৃন্দ, নিমন্ত্ৰিত কবিসকল আৰু সমবেত ৰাইজ,—

শীতাৰ্ত প্ৰকৃতিৰ বুকু ভেদি বাগৰি অহা বা ছাটিৰ হিম চেঁচা পৰশত দেহ-মন জুৰ পেলাবৰ মানসত আজি আপোনালোক আহি ইয়াত সমবেত হৈছেহি। কবি-সন্মিলনৰ নিচিনা এটি পবিত্ৰ অনুষ্ঠানত সন্মিলিত হোৱা আপোনালোক সকলোলৈকে হিয়া-ভৰা ওলগ জনাইছোঁ। আজিৰ এই পবিত্ৰ অনুষ্ঠান পৰিচালনা কৰিবৰ কাৰণে পোৱা অপ্ৰত্যাশিত আমন্ত্ৰণৰ বাবে অসম সাহিত্য সভাৰ কৰ্মকৰ্তা তথা অভ্যৰ্থনা সমিতিৰ উদ্যোক্তাসকললৈ হৃদয় ভৰা কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

মূল সভাৰ সভাপতিদেৱ তথা স্বনামধন্য কবি শ্ৰদ্ধেয় নবকান্ত বৰুৱাদেৱ, প্ৰথিতযশা কবি স্বৰ্গীয় কমলেশ্বৰ চলিহাদেৱ, কবিতা কোঁৱৰ অৰেশ্বৰ চেতিয়া ফুকনদেৱ, লব্ধপ্ৰতিষ্ঠ কবি ড° মহেন্দ্ৰ বৰাদেৱ, দৰদী কবি ভবানন্দ ৰাজখোৱাদেৱ, স্বনামধন্য কবি-গীতিকাৰ "তোমাৰ তেজ"ৰ কবি কেশৱ মহন্ত, "অৱগাহনৰ মুহূৰ্ত"ৰ কবি-গীতিকাৰ ড° লক্ষ্যহীৰা দাস, "বস্তা জিয়া"ৰ কবি অসম সাহিত্য সভাৰ বিদায়ী সভাপতি মহিম বৰা, "সুদীৰ্ঘ দিন আৰু ঋতু"ৰ যশস্বী কবি নিৰ্মল প্ৰভা বৰদলৈ, সমাজ-সচেতন কবি নলিনীধৰ ভট্টাচাৰ্য, "মন কাগজৰ নাও"ৰ দাৰ্শনিক কবি হৰি বৰকাকতি, "মাটিৰ স্বপ্ন" দেখা জনতাৰ কবি ৰাম গগৈ, "সুগন্ধি পখিলা"ৰ প্ৰেমিক কবি হীৰেণ ভট্টাচাৰ্য, নিৰ্জনতাৰ কবি প্ৰফুল্ল ভূঞা, "আলোড়িত অন্ধকাৰ"ৰ কবি দিনেশ গোস্বামী, "সোমধিৰিৰ সোঁৱৰণী"ৰ কবি হীৰেণ দত্ত—আদি স্বনামধন্য লব্ধপ্ৰতিষ্ঠিত কবিসকলে অলংকৃত কৰি যোৱা এই : পবিত্ৰ আসনত বহাৰ ধৃষ্টতা আমাৰ নাই। তথাপি অপ্ৰত্যাশিতভাৱে পোৱা শাৰৰ নিমন্ত্ৰণ উপেক্ষা কৰিব নোৱাৰিয়েই আপোনালোকৰ নিৰ্দেশ মানি ইয়াত উপস্থিত হৈছোঁহি—ভুল-ত্ৰুটি মোৰ মাৰ্জনা কৰাৰ আশাৰে।

সৃষ্টিৰ পাতনিতে কবিতাৰ জন্ম। বিশ্ব স্ৰষ্টাই এই মহান বিশ্ব সৃষ্টিৰ সময়তেই যেন সমগ্ৰ মানৱ জাতিৰ এটি শৃংখলিত মহা জাগতিক ব্যৱস্থাৰে পৰ থৈছি সমগ্ৰ বিশ্বৰ বুকুৱেদি যেন অহৰহ প্ৰতিধ্বনিত হৈ উঠিছে এটি কাৰুণ্যৰ সুৰ। কাৰুণ্যৰ পৰাই যেন জন্ম কবিতাৰ। মহাকবি ঋষি বাল্মীকিৰ—

"মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতী সমাঃ
যৎ ক্ৰৌঞ্চমিথুনাদেকমবধি কামমোহিতম্"

এই মহান শ্লোকৰ পৰাই সৃষ্টি হৈছিল ভাৰতীয় কাব্য-জগত। মহাকবি মিল্টনৰ 'Paradise Lost' মহাকাব্যও সৃষ্টিৰ আদিম করুণ সুৰৰ এক মধুৰ প্ৰতিধ্বনি। বহু যুগৰ পিছত আধুনিক যুগৰ বিশ্বকবি ৰবীন্দ্ৰনাথেও যেন বিশ্ব স্ৰষ্টাৰ অমোঘ নিৰ্দেশৰ বুকুত লুকাই থকা অন্তৰ্নিহিত করুণতাৰ কথাকেই কবিতাৰ ভাষাৰে কৈ গৈছে—

"এ অনন্ত চৰাচৰে স্বৰ্গ-মৰ্ত্ত্য ছেয়ে
সবচেয়ে পুৰাতন কথা
সবচেয়ে গভীৰ ক্ৰন্দন 'যেতে নাহি দিব'
তবু হায়—যেতে দিতে হয়
তবু চলে যায়"......

সৃষ্টিৰ পাতনিৰে পৰা আজিলৈকে সমগ্ৰ বিশ্বজুৰি মানৱ জাতিয়ে আত্ম-প্ৰতিষ্ঠাৰ বাবে অহৰহ সংগ্ৰাম কৰি আহিছে—এই মহান, সুন্দৰ, সমন্বয় জগত প্ৰতিষ্ঠাৰ সপোনত। কাৰুণ্যৰ মাজেদি জন্ম লাভ কৰা মানৱৰ আদিম আত্মাই যেন কাব্য সৃষ্টিৰ প্ৰেৰণাতেই অগ্ৰসৰ হৈছে মহা-বিশ্বৰ মহা-মানৱৰ অবিৰাম প্ৰাণ চঞ্চল তৰঙ্গ প্ৰবাহত। এই যাত্ৰা চিৰন্তন,—অবিৰাম এই যাত্ৰাপথ। মানৱ প্ৰাণৰ সুকোমল ভাৱৰাশি যেন প্ৰকাশ বিচাৰি চঞ্চল হৈ উঠিছে আত্ম-প্ৰতিষ্ঠাৰ বিৰাম-বিহীন সংগ্ৰামত। বিশ্বৰ কাব্য জগতৰ সুৰতে সুৰ মিলাই ভাৰতীয় কাব্য জগতো ধাৱমান হৈছে এক নৱ-সৃষ্টিৰ উন্মাদনাত নৱজাগৰণৰ অবিৰাম তৰঙ্গ-প্ৰবাহত। ভাৰতীয় কাব্য-সাহিত্যৰ ভিতৰত বঙ্গৰ কাব্য-সাহিত্যই সমগ্ৰ বিশ্বতে আত্ম প্ৰতিষ্ঠাৰ পথ তৈয়াৰ কৰি এক সন্মানিত আসনত নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছে। বিশ্বকবি ৰবীন্দ্ৰনাথৰ পিছতেই বিদ্ৰোহী কবি কাজী নজৰুল ইছলামৰ অগ্নিবৰ্ষী কবিতাই সমগ্ৰ ভাৰতত তথা বিশ্বৰ কাব্য-সাহিত্যত এক সন্মানিত আসন লাভ কৰিবলৈ সমৰ্থ হৈছিল।

কবিতাৰ সংজ্ঞা দিবলৈ নানাজনে নানাভাৱে বৰ্ণনা কৰি প্ৰসিদ্ধ ইংৰাজী

কবি প্ৰকৃতিপ্ৰেমিক ৱৰ্ডছৱৰ্থে কৈছিল—"Poetry is the spontaneous overflow of powerful feelings."—কবিতা শক্তিশালী চিন্তাৰ স্বতঃস্ফূৰ্ত প্ৰকাশ। মেথিউ আৰ্ণল্ডে কৈছিল—"Poetry is the criticism of life."—কবিতা জীৱনৰ সমালোচনা। ৰমণী কবি জন্ কীট্‌ছে কৈছিল—"Poetry of birth is never dead."—বিনন্দীয়া বিষয় স্বভাৱ-কবিতাৰ মৃত্যু নাই। সাহিত্যৰথী বেজবৰুৱাদেৱে কৈছিল—

"শোকৰ সঙ্গীত সিটি বিষাদৰ সুৰ
আতুৰৰ হুমুনিয়া লোতক চকুৰ
বেজাৰৰ ক'লাবেথ তৃষ্ণা তৃষিতৰ
বিধবাৰ বুকুফটা যাতনা কাতৰ।

..................................

প্ৰকৃতিৰ কামনাৰ সৌন্দৰ্য ৰঞ্জিত
কবিতা কল্পনাময়ী কবিৰ সাহিত।"

সাহিত্য সম্ৰাট পদ্মনাথ গোহাঞি বৰুৱাদেৱৰ ভাষাত—

"নিমাতী বিশ্বৰ ভাষা জড় জগতত
অব্যক্ত ভাবৰ হেতু মানৱী হৃদয়ৰ
সজীৱ কবিতা সৃষ্টি এই মৰতত
নিৰ্জীৱ কল্পনা কৰি অজৰ অমৰ।"

'অঞ্জলি' আৰু 'নিবেদন'ৰ কবি দুৰ্গেশ্বৰ শৰ্মাদেৱৰ ভাষাত—

"মানুহৰ চিন্তা আৰু কল্পনা সহত
ফুলা ফুলি এপাহি গোলাপ
ৰঙো আছে গোন্ধো আছে তিতা মিৰবত
সৰা কঁহ যদি পোৱা ভাগ।"

ধৰ্মী কবি বিনন্দ চন্দ্ৰ বৰুৱাদেৱৰ কবিতাৰ মতে:—

"যতি আজহুৱা লেখোতে কবিতা
মিঠুৰ ভাবেৰে মেচাকা কৈ,
কঁহ মেলেলাবা ৰূপ লগোৱা
ফটুৱা নাকেৰে কথাটি কৈ।

মায়া যদি তাৰ ভেদিব নোৱাৰা
আঁতৰতে থাকা নেচাপি কাষ
মুমুজি মুচুৰা চুই নকৰিবা
কবিতা-ফুলৰ বিভূতি নাশ।
অতিকে কোমল জানিবা কবিতা
কোমল সাজেৰে কঠিনো ঢাকে
চুলে ওঁঠ পৰে ফঁহিয়াই চালে
সত্য বিকাশে প্ৰতিটি পাকে।"

'আকাশৰ চিঠি'ৰ কবি মাণিক গগৈৰ কল্পনাত—

"কবিতাৰ কোনো সংজ্ঞা' নাই
প্ৰতিটো মানুহেই একোটি কবিতা
কবিতাৰ সংজ্ঞা নাই
কবিত'—প্ৰাণোচ্ছল মানুহৰ
অবিৰাম তৰঙ্গ প্ৰবাহ" .........

এই সংজ্ঞাহীন কবিতাৰ বাৰ্তাবাহী মানুহৰ বুকুৰ ভিতৰতে লুকাই আছে শক্তিশালী চিন্তাধাৰাৰ স্বতঃস্ফূৰ্ত প্ৰকাশৰ মহা-বাণী। সমাজ ব্যৱস্থাৰ পৰিবৰ্তনৰ লগে লগে মানুহৰ মনৰ স্বাভাৱিক চিন্তাৰাজিৰো পৰিবৰ্তন হ'বলৈ বাধ্য। ৰোমাণ্টিক যুগৰ কবিতাৰ প্ৰাণ-চঞ্চল তৰঙ্গই এসময়ত অসমৰ-ভাৰতৰ-বিশ্বৰ কাব্য-প্ৰেমীসকলক ৰোমাঞ্চিত কৰি তুলিছিল। তেতিয়াৰ সমাজ ব্যৱস্থা আছিল স্বচ্ছন্দ—অভাৱ-অনাটনে মানুহৰ দৈনন্দিন জীৱন যাত্ৰাত কোনো বাধাৰ সৃষ্টি কৰা নাছিল। জীৱনত আছিল অফুৰন্ত সময়। গতিকেই প্ৰাণৰ তৰঙ্গায়িত ভাৱধাৰাক মূৰ্তিমান কৰি তোলা কাৰ্য্য কষ্টসাধ্য নাছিল। কবি প্ৰাণ উদ্বেলিত হৈ উঠিছিল প্ৰকৃতিৰ অপৰূপ ৰূপৰাশি চাই—প্ৰেমৰ অমিয়া ধাৰা প্ৰাণৰ মাজেদি স্বতঃস্ফূৰ্ত-ভাৱে বৈ গৈছিল। আৰ্থিক অনাটনে মানুহক ভুকুলা কৰা নাছিল। প্ৰাণৰ অহৰহ কামনা-বাসনাক ৰূপ দিবৰ অৰ্থে কবি-প্ৰাণ ব্যাকুল হৈ উঠিছিল। তাৰেই ফলস্বৰূপে সৃষ্টি হৈছিল ৰং-বিৰঙৰ ৰোমাণ্টিক কবিতাৰ। বসন্তাসৰ ৰ'ৰ কাঁচিলিত আশ্ৰয় লৈ হয়তো কবিৰ প্ৰাণ সঞ্জীৱিত হৈ উঠিছিল। জোন আৰু জোনাকীৰ অনুপম জ্যোতিধাৰাত ৰোমাণ্টিক কবি-প্ৰাণ উবাউল হৈ পৰিছিল। নৈ, পৰ্বত-পাহাৰ, গছ-গছনি, চৰাই-চিৰিকতি, ফুল, পখিলা আৰু তৰা—আদিক লৈয়ে সৃষ্টি হৈছিল অজস্ৰ কবিতাৰ। তাৰ মাজে মাজে বিশ্ব-স্ৰষ্টাৰ মিলন-বিলাস

সৃষ্টিৰ অপৰূপ ৰূপৰাশিৰ বৰ্ণনাত কবিসকল ব্যস্ত আছিল। বিভূৰ বহিমা কীৰ্ত্তনো মাজে সময়ে শুনা গৈছিল এইসকল কবিৰ সুৰত। মানৱ-প্ৰাণ চিৰন্তন আকৃতিৰ সুৰো শুনা গৈছিল বসন্তাসৰ সুৰ কবিসকলৰ কণ্ঠত। সাঙ্গীতিক সুৰৰ মাধুৰ্য্যই সেই সুৰ কবিসকলৰ কবিতাক শ্ৰুতিমধুৰ কৰি তুলিছিল। বনগীত সুৰীয়া চহা-কবিতা, ফুলৰ সৌন্দৰ্য্য বৰ্ণনাৰ কবিতা, তৰাৰ জিলমিলনি আৰু পখীৰ কাকলি শুনা গৈছিল কবিসকলৰ কবিতাত। ঈশ-স্তুতি, প্ৰেম-বিৰাহ, জীৱন-মৰণ অন্তহীন প্ৰশ্ন—আটাইবোৰেই ভূমুকি মাৰিছিল এনে কবিতাত। বেজবৰুৱাৰ 'ধনবৰ ৰতনী', চন্দ্ৰকুমাৰ আগৰৱালাৰ 'মাধুৰী', হেমচন্দ্ৰ গোস্বামীৰ 'পুৰা', হিতেশ্বৰ বৰবৰুৱাৰ 'আমাৰ পৃথিৱী', দুৰ্গেশ্বৰ শৰ্মাৰ 'তৰা', ৰঘুনাথ চৌধাৰীৰ 'বহাগীৰ বিয়া', ডিম্বেশ্বৰ নেওগৰ 'শাপমুক্তা', নীলমণি ফুকনৰ 'জ্যোতিৰকণা'ৰ কবিতা-মালা, বকুল বনৰ কবি আনন্দ বৰুৱাৰ 'স্বপ্নস্মৃতি', গণেশ গগৈৰ 'পাপৰি', ধ্বনি কবি বিনন্দ বৰুৱাৰ 'ৰংপুৰ', 'গড়গাঁও' আদি কবিতাত প্ৰকৃতিৰ ৰূপ বৰ্ণনা, ইতিহাস বিচাৰ, প্ৰেমৰ সুৰ, দেশপ্ৰেম আদিৰ স্পষ্ট ছবি ফুটি উঠা দেখা গৈছিল। মানৱতাবাদে ভূমুকি মাৰিলে কবি চন্দ্ৰকুমাৰৰ "মানৱ-বন্দনা" কবিতাৰ যোগেদি। ছন্দ, ভাষা, শব্দৰ প্ৰয়োগ—আটাইবোৰ আছিল সুকীয়া।

তাৰ পাছত আহিল পৃথিৱীৰ বুকু বাগৰা কবি দ্বিতীয় মহাসমৰ। বিশ্বব্যাপি হত্যাকাণ্ডৰ বৈজ্ঞানিক মহোৎসৱ। ৰক্তক্ষয়ী সংগ্ৰামৰ মাজেদিয়ে ৰক্তস্নাত বিশ্বই নতুন শিশুৰ জন্ম ঘোষণা কৰিলে। বিংশ শতাব্দীৰ প্ৰায় অৰ্দ্ধেক ভাগ পাৰ হ'ল প্ৰেম-প্ৰীতি প্ৰসঙ্গ বৰ্ণনা, অতীত-মাধুৰ্য্য আদিৰ ৰূপ-চিত্ৰণত। তাৰ পাছত আৰম্ভ হ'ল নতুন শিশুৰ—কৈশোৰ, যৌৱন আদিৰ পৰোক্ষৰ। সলনি হ'ল—শক্তিকাৰ ৰূপ। দ্বিতীয় মহাসমৰৰ ভয়ঙ্কৰী পৰিস্থিতি আৰু ক্ষয়ঙ্কৰী সমাজ ব্যৱস্থাত আন আন বাতাৰ কবিতাৰ দৰেই অসমীয়া কবিতাৰো মুঁতি পৰিবৰ্ত্তনৰ সূচনা কৰিলে। সলনি হ'ল কবিতাৰ আঙ্গিকৰ, ভাষাৰ, শব্দ প্ৰয়োগৰ, ভাব-প্ৰকাশৰ, ছন্দ-অলংকাৰৰ, উপমাৰ, প্ৰতীকৰ, চিত্ৰকল্পৰ। সমগ্ৰ সমাজ গাঁথনিত এক প্ৰলয়ঙ্কৰী তোক'ৰ'পৰ সৃষ্টি হ'ল। বসন্তাসৰ যুগ চিন্তাধাৰা অন্তৰ্নিহিত হ'ল যুদ্ধোত্তৰ যুগৰ কবিসকলৰ মানস-পটৰ পৰা। বঙ্গৰ আধুনিক কবি সুকান্ত ভট্টাচাৰ্য্য, জীৱনানন্দ দাস, বিষ্ণু দে, অমিয় চক্ৰৱৰ্তী, সুভাষ মুখাৰ্জী, নীৰেন্দ্ৰ নাথ চক্ৰৱৰ্তী প্ৰেমেন্দ্ৰ মিত্ৰ, গোবিন্দ চক্ৰৱৰ্তী, শক্তি চট্টোপাধ্যায়—উৰ্দ্দু কবি কাইফি আজমী, ফয়েজ আহমদ ফয়েজ, চাজ্জাদ জাহিদ, মকদুম মহীউদ্দিন,—হিন্দী কবি স'চ্চিদানন্দ বাৎস্যায়ন, ধৰ্মবীৰ ভাৰতী, বৈদেন্দ্ৰ

কুমাৰ—তামিল কবি কন্না, সুব্ৰামনিয়ম—পঞ্জাবী কবি অমৃতা প্ৰীতম—উৰীয়া কবি জয়ন্ত মহাপাত্ৰ—মণিপুৰী কবি নীলকান্ত সিংহ—ইংগ-ভাৰতীয় কবি প্ৰীতিশ নন্দী, কমলা দাস ইত্যাদি সকলৰ দৰেই যুদ্ধোত্তৰ যুগৰ আধুনিক অসমীয়া কবিসকলৰ ভিতৰত পথিকৃৎ হেম বৰুৱা, দেৱকান্ত বৰুৱা, নৱকান্ত বৰুৱাকে আদি কৰি অমূল্য বৰুৱা, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, নলিনীধৰ ভট্টাচাৰ্য, মহেন্দ্ৰ বৰা, বীৰেন বৰকটকী, কেশৱ মহন্ত, হীৰেণ ভট্টাচাৰ্য, ৰাম গগৈ, মাণিক গগৈ, বীৰেশ্বৰ বৰুৱা, নিৰ্মলপ্ৰভা বৰদলৈ, লক্ষ্যহীৰা দাস, হৰেকৃষ্ণ ডেকা, নীলমণি ফুকন, দিনেশ গোস্বামী, হীৰেণ দত্ত, ৰবীন্দ্ৰ বৰা, অৱনী চক্ৰবৰ্তী, ৰবীন্দ্ৰ সৰকাৰ, ৰাজেন্দ্ৰ নাথ বৰদলৈ—এই সকলৰো পৰৱৰ্তীসকলৰ ভিতৰত সনন্ত তাঁতী, সমীৰ তাঁতী, জ্ঞান পূজাৰী, আনিছুজ্জামান, ৰফিকুল হুছেইন, অৰ্চনা পূজাৰী, মেঘালী ফুকন, বাছু বৰবৰুৱা, ৰোহিণী পাঠক, দিলীপ তালুকদাৰ, কমল কছাৰী, সিকুসিং ৰাজপুত, নীলিম কুমাৰ আদিসকলৰ আধুনিক কাব্য-সাহিত্যলৈ অৱদান উল্লেখযোগ্য।

পাশ্চাত্য বিশেষকৈ ইংৰাজী আধুনিক কবি টমাছ ইলিয়ট, ৱেষ্টাৰ্ণ হিউ অডেন, ডাইলান টমাছ, ষ্টিফেন স্পেণ্ডাৰৰ ক্ৰমিউ পথেদি অগ্ৰসৰ হৈ আধুনিক অসমীয়া কবিসকলেও অসমীয়া কাব্য-সাহিত্যক প্ৰতিভাৰ সাৰৰ ৰাশি দিছে। যুদ্ধোত্তৰ যুগত অৰ্থাৎ ১৯৪৬ চনৰে পৰা আধুনিক অৰ্থাৎ সাম্প্ৰতিক কবিতাৰ জয়যাত্ৰা আৰম্ভ হয়। দ্বিতীয় মহাসমৰৰ ধ্বংস-লীলাই অসমীয়া কবিসকলৰ মনোৰাজ্যতো নতুন ধাৰাৰ হেন্দোলনি তুলিলে আৰু তাৰ পৰিণাম স্বৰূপে সৃষ্টি হ'ল আধুনিক অসমীয়া কবিতাৰ। 'আৱাহন'ৰ পাতত আবিৰ্ভাৱ হ'ল হেম বৰুৱাৰ ন-আংগিকৰ প্ৰথম কবিতা 'বনৰ', 'সাগৰ দেখিছা'ৰ কবি দেৱকান্ত বৰুৱাৰ 'আমি দুৱাৰ খুলিলি কৰোঁ', 'জয়ন্তী'ৰ যুগত ওলোৱা হেম বৰুৱাই 'পূজা', তদাহানি ১৯৪৪ অমূল্য বৰুৱাৰ 'বেশ্যা', 'কুকুৰ', 'কন্যা', 'বিপ্লৱী', 'আন্ধাৰৰ হাহাকাৰ', ভবানন্দ দত্তৰ 'ৰাজপথ', নীলকান্ত ফুকনৰ 'ভৈৰৱ গান', ত্ৰৈলোক্য ফুকনৰ 'চীনকাৰ', চৈয়দ আব্দুল মালিকৰ 'অনাগত দিনৰ ইতিহাস' ইত্যাদি। এইদৰেই 'জয়ন্তী' আৰু 'পছোৱা'ৰ যোগেদি সৃষ্টি হ'ল আধুনিক কবিতাৰ প্ৰবাহ। তাৰ পাছত ১৯৫৬ চনত গ্ৰন্থাকাৰে প্ৰকাশিত হ'ল মহিমাবাৰাম শৰ্মাৰ দ্বাৰা সংকলিত আৰু সম্পাদিত প্ৰথম আধুনিক কবিতাৰ সংকলন "আধুনিক অসমীয়া কবিতা"। এই সংকলনৰ যোগেদিয়েই আধুনিক অসমীয়া কবিতাৰ সোঁৱতী দুঁতি আতুৰাই আহিল প্ৰবল বেগেৰে। তাৰ পাছত আহিল 'ৰামধেনু যুগ'। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ দ্বাৰা সম্পাদিত 'ৰামধেনু'ৰে জন দিলে বহুতো উদীয়মান কবিৰ। "ৰাতিৰ বাট"

আৰু "হে পৃথিৱী অন্তৰতমা"ৰ কবি ৰাম গগৈ আৰু 'আকাশৰ চিঠি'ৰ কবি মাণিক গগৈ বামধেনু যুগৰে সৃষ্টি। ৰাম গগৈৰ 'পথাৰ', 'এটাৰ ঘোঁৰা', হেম বৰুৱাৰ 'আৰৰ দিনৰ সপোন', 'বাজিচন্দা', 'মমতাৰ চিঠি', হীৰেণ বৰগোহাঞিৰ 'সাধাৰণ মানুহৰ কবিতা', নৱকান্ত বৰুৱাৰ 'ক্ৰমশঃ', 'সন্তাপ', বীৰেন ভট্টাচাৰ্যৰ 'বিষ্ণু ৰাভা এতিয়া কিষান ৰাতি,' মহেন্দ্ৰ বৰাৰ 'বসন্তৰ', বীৰেশ্বৰ বৰুৱাৰ 'গাৰোপাহাৰ', চৈয়দ আব্দুল মালিকৰ 'আৰজ', 'মুকলিব্যাৰ ৰাতি' আদি কবিতা অসমীয়া আধুনিক কবিতাৰ অনুপম সৃষ্টি। মুঠতে ক'বলৈ গ'লে—'বামধেনু'ৱেই সৃষ্টি কৰিলে আধুনিক কবিতাৰ ভিত্তিস্তম্ভ। ১৯৫৩ চনত পূৰৱ আধুনিক কবিতাৰ দ্বিতীয় সংকলন মহেন্দ্ৰ বৰাৰ দ্বাৰা সংকলিত আৰু সম্পাদিত 'নতুন কবিতা'ৰ প্ৰকাশে আধুনিক অসমীয়া কবিতাক স্ব-প্ৰতিষ্ঠিত কৰিছে। মহেন্দ্ৰ বৰাৰ দ্বাৰা সম্পাদিত 'মণিদীপ' আৰু বীৰেন ভট্টাচাৰ্যৰ দ্বাৰা সম্পাদিত 'নৱযুগ' আলোচনীয়েও অসমীয়া কবিতাৰ আধুনিক ধাৰাটোক আগবঢ়াই নিয়াত যথেষ্ট ৰসগুণি যোগালে। সমস্যা-জৰ্জৰিত, নিপীড়িত, নিৰ্যাতিত, সৰ্বহাৰা মানুহৰ মনোবেদনা প্ৰকাশ আৰু তাৰ প্ৰতিকাৰৰ সন্ধানত উপায় উদ্ভাৱন—এই চিন্তাধাৰাই বহুতো কবিক ন-কবিতাৰ সৃষ্টি কৰিবলৈ প্ৰেৰণা যোগালে আৰু তাৰেই ফলস্বৰূপে আধুনিক অসমীয়া কাব্য জগতত সৃষ্টি হ'ল কিছুমান যুগান্তকাৰী কবিতা। কৃষক, মজুৰা, নিম্ন মধ্যবিত্ত আৰু খাটি খোৱা মানুহৰ অন্তহীন হাহাকাৰৰ করুণ বৰ্ণনা আৰু তাৰ পৰা উদ্ধাৰৰ বাবে উদগ্ৰ কামনাই অনুপ্ৰাণিত কৰি তুলিলে বহুতো কবিক।

যুদ্ধোত্তৰ যুগৰ কবিতা সংকলনৰ ভিতৰত প্ৰথমতেই মনলৈ আহে কবি অবিকজিন আহমদৰ "শতাব্দীৰ পৰিহাস" কাব্য পুথিৰ কথা। সমসাময়িক সমাজ ব্যৱস্থাৰ প্ৰতি ক্ষমাহীন প্ৰতিবাদৰ সুৰ একত্ৰিত হৈ উঠিছিল এই পুথিৰ কবিতাবিলাকত। মৰণোত্তৰভাৱে প্ৰকাশিত বিপ্লৱী কবি অমূল্য বৰুৱাৰ 'কুচিলা', 'কাঠমিস্ত্ৰিৰ ঘৰ' কবিতা, প্ৰগতিবাদী কবি ধীৰেণ দত্তৰ 'কবিতা', চৈয়দ আব্দুল মালিকৰ 'বেদুইন', নৱকান্ত বৰুৱাৰ 'হে অৰণ্য হে মহানগৰ' 'এটি দুটি এঘাৰটি তৰা', 'যতি আৰু কেইটামান স্কেচ', 'সম্ৰাট', 'ৰাৱণ,' 'ঘোৰ আৰু পৃথিৱীৰ', 'ৰত্নাকৰ', হেম বৰুৱাৰ 'বাজিচন্দা', 'মনমুকুতা', 'হেম বৰুৱাৰ কবিতা', মহেন্দ্ৰ বৰাৰ 'আত্মিনৰ', 'এই নীলিমি', 'কণ চিকিৎসাৰ বাহু', 'আজি ৰোলোকাৰ ক্ৰমে পৰা', বীৰেশ্বৰ বৰুৱাৰ 'নিৰ্জন মানিক', 'জাউৰী', 'চৰাই, শামুক আৰু নক্ষত্ৰ', ৰাম গগৈৰ 'মাটিৰ ঘৰ', 'হে পৃথিৱী

অন্তৰায়,’ মাণিক গগৈ আৰু হীৰেণ বৰগোহাঁঞিৰ যুটীয়াভাৱে প্ৰকাশিত কাব্যপুথি ‘আকাশৰ চিঠি’, নিত্যা দত্তৰ ‘পান্থশালা’, ‘এমুঠি পুৰাৰ নিয়ৰ’, হীৰেণ ভট্টাচাৰ্যৰ ‘মোৰ দেশ, মোৰ প্ৰেমৰ কবিতা’, ‘বিভিন্ন দিনৰ কবিতা’, সুগন্ধি পাখিলা’, ‘কবিতাৰ ৰ’দ’, নীলমণি ফুকনৰ ‘সূৰ্য্য হেনো নামি আহে এই নদীয়েদি’, ‘নিৰ্জনতাৰ শব্দ’, ‘আৰু কি নৈশব্দ’, ‘নৃত্যৰতা পৃথিৱী’, দিনেশ গোস্বামীৰ ‘আলোড়িত অন্ধকাৰ’, অৱনী চক্ৰৱৰ্তীৰ ‘কণ্ঠস্বৰ’, ৰাজেন্দ্ৰ নাথ বৰদলৈৰ ‘উৰ্বৰ ভূমিত’, ৰবীন্দ্ৰ বৰাৰ ‘দীৰ্ঘদিনৰ প্ৰস্তুতিৰে’, ‘নিৰ্বাপিত সময়’, পৰেশমল্ল বৰুৱাৰ ‘কাল-চৈতন্য-মানস’, নিৰ্মলপ্ৰভা বৰদলৈৰ ‘অন্তৰঙ্গ’, ‘সুদীৰ্ঘ দিন আৰু ঋতু’, লক্ষ্যহীৰা দাসৰ ‘অৱগাহনৰ মুহূৰ্ত্ত’, নীলিমা দত্তৰ ‘অন্ধকূপ’, ‘শেষ নাই’, ‘সুৰৰ ছবি আৰু প্ৰাণৰ সুৰ’, ভবেন বৰুৱাৰ ‘সোণালী জাহাজ’, হৰি বৰকাকতিৰ ‘মন কাগজৰ নাও’, হৰেকৃষ্ণ ডেকাৰ ‘স্বৰঘোৰ’, ‘ৰাতিৰ শোভাযাত্ৰা’, ‘আন এজন’, বীৰেন বৰকটকীৰ ‘মন্বন্তৰ’, ‘চিৰন্তন’, ‘চিনাকি পৃথিৱী’, মহেশ্বৰ নেওগৰ ‘মুচাকিৰ-খানা’, কেশৱ মহন্তৰ ‘আমাৰ পৃথিৱী’, ‘আগন্তুক’, ‘তোমাৰ তেজ’, নলিনী ভট্টাচাৰ্যৰ ‘এই কুঁৱলীতে’, হেমাঙ্গ বিশ্বাসৰ ‘কুল খুৰাৰ চোতাল’, হীৰেণ দত্তৰ ‘সোমধিৰিৰ সোঁৱৰণী’, সনন্ত তাঁতীৰ ‘উজ্জ্বল নক্ষত্ৰৰ সন্ধানত’, ‘মই মানুহৰ অমল উৎসৱ’, সমীৰ তাঁতীৰ ‘যুদ্ধ ভূমিৰ কবিতা’, ৰবীন্দ্ৰ সৰকাৰৰ ‘কালান্তৰৰ কবিতা’, ‘সন্তৰৰ পদাতিক’, হোমেন বৰগোহাঞিৰ ‘হেমন্তী’, দিলীপ তালুকদাৰৰ ‘ৰাতিৰ পৰা পুৱালৈ’, কৌস্তুভমণি শইকীয়াৰ ‘অন্তৰঙ্গ স্তৱক’, ৰোহিণী পাঠকৰ ‘জটায়ুৰ পাণ্ডুলিপি’, মেঘালী ফুকন আৰু ৰাজু বৰুৱাৰ যুটীয়া প্ৰচেষ্টাত ‘শহীদ সুহৃদ আৰু উদিত সূৰ্য্য’, তোষপ্ৰভা কলিতাৰ ‘অভিজ্ঞানলিপি’ আদি কাব্য সাহিত্যলৈ অবিস্মৰণীয় অৱদান।

আধুনিক অসমীয়া কাব্যালোচনীৰ ভিতৰত ‘পান্থপাদপে’ই শ্ৰেষ্ঠতাৰ দাবী কৰিব পাৰে। তাৰ বাহিৰেও নানা চহৰ-নগৰৰ পৰা প্ৰকাশিত কেইখনিও কবিতা আলোচনীয়ে অসমীয়া কবিতাৰ বোৱন্তী সুঁতিটিক খৰস্ৰোতা কৰি তুলিবলৈ সক্ষম হৈছে। এইবিলাকৰ ভিতৰত গুৱাহাটীৰ পৰা প্ৰকাশিত ‘চিৰন্তন’, ‘বিচুভিয়াচ’, ‘মাহেকীয়া কবিতা’, ‘কমক্ৰম’, ‘সাম্প্ৰতিক কবিতা’, তিনিচুকীয়াৰ পৰা প্ৰকাশিত ‘আধুনিক কবিতা’, ‘আজিৰ কবিতা’, নামৰূপৰ পৰা প্ৰকাশিত ‘সমলয়’, সদৌ অসম কবি সন্মিলনৰ পৰা ‘মুখপত্ৰ’, ‘নতুন কবিতা’ আদিৰ নাম উল্লেখযোগ্য।

অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত আৰু সংকলিত ‘আধুনিক অসমীয়া

কবিতা', নীলমণি ফুকনৰ দ্বাৰা সংকলিত আৰু সম্পাদিত 'কুৰি শতিকাৰ অসমীয়া কবিতা'. বঙালী ভাষালৈ সনৎ বন্দ্যোপাধ্যায়ৰ দ্বাৰা অনূদিত অসমীয়া কবিতাৰ সংকলন 'প্ৰতিবেশী সৰোবৰ'ৰ নাম এই প্ৰসংগতে উল্লেখ কৰিলোঁ। ইংৰাজী ভাষাত প্ৰকাশিত অসমীয়া কবিতাৰ সংকলন মহেন্দ্ৰ বৰাৰ 'Under One Sky', পৰেশমল্ল বৰুৱাৰ 'Pain Within Heart', নিত্য বৰাৰ 'Rhythm of Broker Dream,' প্ৰদীপ আচাৰ্য্যৰ দ্বাৰা হীৰেণ ভট্টাচাৰ্যৰ কবিতাৰ অনুবাদ 'Ancient Songs', হেম বৰুৱাৰ 'Modern Assamese Poetry' আদি কাব্য গ্ৰন্থই অসমীয়া কাব্যিক ধৰ্মৰ পৰিচয় অসমৰ বাহিৰত প্ৰচাৰ কৰাত সহায় কৰিছে। দেশ-বিদেশৰ কবিতাৰ অসমীয়ালৈ অনুবাদ কৰা কবিতা পুথিৰ ভিতৰত দেখা পাওঁ—নীলমণি ফুকনৰ 'জাপানী কবিতা', দিনেশ গোস্বামীৰ 'চীনা কবিতা', পৰেশমল্ল বৰুৱাৰ 'ছোভিয়েট কবিতা', অৱনী চক্ৰৱৰ্তীৰ দ্বাৰা সংকলিত 'কৃষ্ণাঙ্গ কবিৰ কবিতা', 'মুছা জালিমৰ কবিতা', নীলমণি ফুকনৰ 'গাৰ্চিয়া লৰকাৰ কবিতা' (স্পেইন), নৱকান্ত বৰুৱাৰ 'পুস্কিনৰ কবিতা' (ৰাছিয়া), ৰবীন্দ্ৰ সৰকাৰৰ 'হো চি মিনৰ কবিতা' (ভিয়েটনাম), 'নিকোলাচ গিয়েনৰ কবিতা' (কিউবা), 'হুইটমেনৰ কবিতা' (আমেৰিকা), অৱনী চক্ৰৱৰ্তীৰ 'মাও চে টুঙৰ কবিতা' (চীন), দিলীপ তালুকদাৰৰ 'নাজিম হিকমতৰ কবিতা' (তুৰস্ক), অৱনী চক্ৰৱৰ্তী আৰু ৰবীন্দ্ৰ সৰকাৰৰ 'ফয়েজ আহমেদ ফয়েজৰ কবিতা' (পাকিস্তান), দিলীপ তালুকদাৰ আৰু বিদ্যুৎ বিকাশ ভূঞাৰ 'পেলেষ্টাইনৰ কবিতা', সমীৰ তাঁতীৰ 'আফ্ৰিকা কবিতা' আদি কাব্য গ্ৰন্থ।

কাব্য সমালোচনামূলক প্ৰবন্ধৰ ভিতৰত মহেন্দ্ৰ বৰাৰ 'ন-কবিতাৰ ফুলাচৰী', 'আধুনিক অসমীয়া কবিতাৰ বিশ্লেষণ', হোমেন বৰগোহাঞিৰ 'কবিৰিয়েক আধুনিক অসমীয়া কবি', দিলীপ বৰুৱাৰ 'কবিতাৰ ভবিষ্যত', 'নতুন কবিতা বুজো কিয় ?', জ্ঞানানন্দ শৰ্মা পাঠকৰ 'নতুন কবিলৈ মুকলি চিঠি' আদি প্ৰবন্ধই আধুনিক কবিতাৰ বিষয়ে পাঠকক যথেষ্ট বক্তব্য দিয়ে। কবিতা সমালোচনাত্মক গ্ৰন্থৰ ভিতৰত ভৱানন্দ দত্তৰ 'অসমীয়া কবিতাৰ কাহিনী', লক্ষ্যহীৰা দাসৰ 'কবিতাৰ ৰূপৰেখা', নিৰ্মলপ্ৰভা বৰদলৈৰ 'কবিতাৰ কথা', মহেন্দ্ৰ বৰাৰ 'ফুল তৰা গান', ইমৰান উল্লাহৰ 'সৃজন আৰু মনন', 'কবিতাৰ সবিশেষ', চন্দ্ৰ কটকীৰ 'আধুনিক অসমীয়া কবিতা', নৱদীপ ৰঞ্জন পাটগিৰিৰ 'অসমীয়া কবিতাৰ প্ৰবাহ', হীৰেন গোহাঁইৰ 'কবিতাৰ বিচাৰ আৰু নতুন সমালোচনা', নলিনী ভট্টাচাৰ্যৰ দ্বাৰা সম্পাদিত 'হীৰেন ভট্টাচাৰ্য আৰু তেওঁৰ কবিতা', নৱকান্ত বৰুৱাৰ 'কবিতাৰ দেহ

বিচাৰ', শেহতীয়াকৈ প্ৰকাশিত সেউজীয়া লেখক কবি ৰাম গোস্বামীৰ 'অসমৰ সাম্প্ৰতিক কবিতাত প্ৰতিশ্ৰুতিৰ বহাগ' আদিয়ে সাম্প্ৰতিক যুগৰ কবিতাক জন-সাধাৰণৰ বোধগম্য কৰি তোলাত যথেষ্ট অৰিহণা যোগাইছে।

আমাৰ ক্ষুদ্ৰ জ্ঞানৰ সীমা অনুসৰি ১৯৪৩ চনৰে পৰা বৰ্তমানলৈকে প্ৰকাশিত আধুনিক তথা সাম্প্ৰতিক অসমীয়া কাব্য গ্ৰন্থৰ সংখ্যা হ'ল—৩৮৪ খন। যুদ্ধোত্তৰ যুগটোৰ ভিতৰত আজিলৈকে প্ৰকাশিত কবিতা আলোচনীৰ সংখ্যা ১১১ খন। কাব্য সমালোচনাত্মক গ্ৰন্থৰ সংখ্যা ২৭ খন। বৰ্তমানলৈকে যতবা পোৱা পৰিসংখ্যাৰ ওপৰত ভিত্তি কৰিহে এইখিনি কোৱা হ'ল। আমাৰ অজ্ঞাতে হয়তো আৰু কাব্য গ্ৰন্থ নানা ঠাইৰ পৰা প্ৰকাশিত হৈছে। আজিলৈকে প্ৰকাশিত প্ৰাপ্ত কাব্যালোচনা আৰু কবিতা সংকলনৰ ওপৰত ভিত্তি কৰি আধুনিক তথা সাম্প্ৰতিক অসমীয়া কবিতাৰ এখন পূৰ্ণাঙ্গ ইতিহাস ৰচনা কৰাৰ যথেষ্ট থল আছে।

সাম্প্ৰতিক অসমীয়া কবিতাৰ ধাৰা, স্বৰূপ, বিজ্ঞান সন্মত ক্ৰমবিকাশ, প্ৰতীকবাদ, উপমা, চিত্ৰকল্প আদিৰ আমাৰ আলোচনা সুধী সমালোচক আৰু যোগ্যতাৰ গৱেষকসকললৈ এৰি সাম্প্ৰতিক কবিতাৰ ৰঙীণ ভৱিষ্যতৰ কামনা কৰি বৰ্তমানৰ কবিতাৰ বিষয়ে মাত্ৰ কিছু কথা কোৱা হ'ল। সকলো কবিৰ নাম অথবা প্ৰকাশিত কাব্য গ্ৰন্থৰ উল্লেখ কৰাটো এই ক্ষুদ্ৰ পৰিসৰত সম্ভৱপৰ নহয়। সাম্প্ৰতিক কবিতাই অতীতৰে পৰা এতিয়ালৈকে অবিৰাম গতিত আগুৱাই আহি নানা পৰীক্ষা-নিৰীক্ষাৰ মাজেদি নিজক প্ৰতিষ্ঠিত কৰিবলৈ সক্ষম হৈছে। সমালোচনাৰ শাণিত চাবুকৰ কোব খায়ো সাম্প্ৰতিক যুগৰ কবিতাই উদয়াচলৰ নতুন আলোকত আলোকিত হৈ উঠিছে আৰু ইয়াৰ জয়যাত্ৰা অব্যাহত ৰাখিছে।

আধুনিক অসমীয়া কবিতাৰ এই সুদীৰ্ঘ পৰিক্ৰমাৰ ভিতৰত আমাৰ সাধাৰণ বিশ্বাস অনুসৰি অবিস্মৰণীয় কবিতাৰ সাৰী কেইটিমান মনলৈ অহাত উল্লেখ কৰিলোঁ:

নৱকান্ত বৰুৱাৰ—

"বাৰিষাৰ ৰাতি তোমাৰ কাকত
মনত পৰেনে অৰুন্ধতী
সেমেকা পোহৰে সৌৰভৰ বিয়া
তোমাৰ খোপাৰ আবেলি আবেলি গোন্ধ
মনত পৰেনে অৰুন্ধতী?......

হেম বৰুৱাৰ—

"শীতৰ অন্তত আহিব আকৌ
নিয়াজী ফাগুন
ফুলি কেতেকীৰ গানৰ শৰাই
বহাগী বিহু—বাগুলী দিন—কপৌ ফুল
আকৌ আহিব নিথোত ধান
কমৰেড্, শঙ্কা কিহৰ ?
লোণপাহী হেবা, আমাৰ স্বপ্ন
আমিয়ে ৰচিম
বোকা আৰু মাটি—ধাননি পথাৰ
আমাৰ মাটি—আমাৰ ধান
গৰ্ভ-খলিত নতুন দিনৰ জন্ম-ক্লেশ।"

বীৰেণ ভট্টাচাৰ্যৰ—

"তুমি য'ত আছা সেক কাৰাগাৰ
কিয় একেখনি ইটাৰ দেৱাল
আমি য'ত আছোঁ বৰ পোতাশাল
শত নাগপাশে বন্ধা
তোমাৰে-আমাৰে হয় সম্মিলন
হ'বলৈ দেখি নাই
হিয়া-হাজধিৰে দেহ-মন দুই
আমি গোট খাম নব জীৱনৰ পুৰা
বিষু বাতা : সোৱা দূৰণীয়া বেলি
বন্ধা মুখ ফুটে সঁচা আবেগত
মুক্তিৰ কঁপনি—
শেষ নিশা যোৱা অখ্যাত নগৰ
নগৰ নগাগত
নগৰৰ ফুটে 'পোহৰ' 'পোহৰ'
জীৱনৰ জয়-ধ্বনি !!"

দেৱকান্ত বৰুৱাৰ—

"জয় দেখোঁ [illegible] [illegible]

ছবাৰ মুকলি ৰাখো এখনি ছবিৰ
মেজৰ মুকুৰ সেউ কিতাপ ব'মত থকা
নিকোলাছ ৰ'ৰিকৰ অচল ছবিৰ।"

হীৰেণ ভট্টাচাৰ্যৰ—

"মৃত্যুওটো এটা শিল্প
জীৱনৰ কঠিন শিলত কটা
নিৰ্লোভ ভাস্কৰ্য।"

অমূল্য বৰুৱাৰ—

"যে যান্ত্ৰিক যুগৰ যন্ত্ৰপ্ৰায় বিশ্বপ্ৰিয়
কোনে কয় তুমি বাৰাঙ্গনা
তুমি যে ধনীক সম্প্ৰদায়ৰ বিৰুদ্ধে
বহুবাৰ শ্ৰেণী-সংগ্ৰামৰ এটা
সংকটপূৰ্ণ ষ্ট্ৰেটেজিক পইন্ট—
তুমি কুৰি শক্তিকাৰ নয় সভ্যতাৰ
নিৰ্ভীক বীৰাঙ্গনা।"

মহেন্দ্ৰ বৰাৰ—

"তোমাৰো চকুত মানে আকাশ-ভাৱৰ বন্য
সোণালী তৰাৰ
সমুদ্ৰৰ অৰণ্যৰ ধূলৰ কল্লোল আৰু
নীল অন্ধকাৰ
ফুলা নাই ফুল যাৰ জীৱন-মালঞ্চ যেৰি
চিৰ-ব্যৰ্থতাৰ
তাৰ পথ ওপচায় ফুল আৰু দুই ভৰি
মৃত অক্ষমাৰ।"

কেশৱ মহন্তৰ—

"কুঁৱলী মথকা হ'লে দেখিলোঁহেঁতেন বা
পতালোপ ৰমণীয়া ধানৰ খাচল
দেখিলোঁহেঁতেন বা ঝিৰিঝিৰি ঝিৰিঝিৰি কেৰ

আঙুলিৰে দুটি ধৰা
কেহ-কেহ চিকমিক বৰ কাচিবোৰ
দেখিলোঁহেঁতেন বা খোপা বন্ধা মূৰবোৰ
ওপৰলৈ তুলিবলৈ সময় নোপোৱা
দেখিলোঁহেঁতেন বা পতালোপ পথাৰত
লঘু পৰিহাসময়
হাঁহিবোৰ তেল-হালধীয়া ...

এইদৰে আধুনিক অসমীয়া কবিতাৰ প্ৰবাহিত স্ৰোতধাৰাই নৱ-নৱ অলেখ চাকনৈয়াৰ সৃষ্টি কৰি কাব্য-জগতত আলোড়নৰ তৰঙ্গ তুলি বিশ্ব-মানৱতা আৰু আন্তৰ্জাতিকতাবাদৰ ধ্বজা উৰুৱাই বিশ্বৰ সম-সাময়িক কাব্যধাৰাৰ লগত খোজত খোজ মিলাই আগবাঢ়ি আহি আছে। সেয়েহে আজিৰ কবি কোনো এখন ৰাজ্যৰ নহয়, কোনো এখন বিশেষ দেশ বা মহাদেশৰ নহয়—ৰাম গগৈৰ দৰেই আজিৰ কবিয়ে সমস্বৰে গাই উঠিব—

"মই পৃথিৱীৰ কবি,
মোৰ প্ৰসাৰিত দুহাতত ধৰা দিয়া,
মোৰ কণ্ঠত তোমাৰেই গান।
আলোকৰ গান।
মই মানুহৰ কবি,
মই পৃথিৱীৰ অমৰ সন্তান॥"

মণিক গগৈৰ দৰেই চিঞৰি উঠক—
"কবিতা প্ৰাণোচ্ছল মানুহৰ
অবিৰাম তৰঙ্গ প্ৰবাহ।"

কুৰি শতিকাৰ শেষ দশকৰ প্ৰান্ত সীমাত থিয় হৈ উঠি অহা তৰুণ কবি-সকলক আহ্বান জনাইছোঁ—উদাৰ হৃদয়েৰে সকলো মানুহৰ চকুপানী মচি দিয়াৰ অদম্য আকাংক্ষা লৈ নতুন দৃষ্টিভংগীৰে সমাজৰ অৱহেলিত, সৰ্বহাৰা-সকলক সাঁকোৱালি ধৰি অন্যায়, অসত্যক পৰাজিত কৰি সুন্দৰৰ নৱ-নৱ আলিয়েদি আগবাঢ়ি লৈ এখন নতুন প্ৰগতিশীল সমাজ গঠনত আত্মনিয়োগ কৰাৰ মানসত নতুন কবিতাৰ জয়-যাত্ৰাত অগ্ৰসৰ হওক। শেষ মাথোঁ এই

মানুহৰ জগত—এই পবিত্ৰ মিলন-তীৰ্থত, আমাৰ মাথোন লক্ষ্য হওক—প্ৰীতি আৰু স্নেহৰ ওপৰত প্ৰতিষ্ঠিত, সাম্যৰ ভ্ৰাতৃত্বৰ ডোলেৰে বন্ধা এখন নতুন পৃথিৱী সৃষ্টি কৰাৰ—কলুষ আৰু হীনতাৰ পঙ্কিলময় আৱৰ্তৰ বহু ওপৰত যি পৃথিৱী —যি পৃথিৱীৰ মানুহৰ মাজত নাই হিংসাৰ উন্মত্ততা, দৈনন্দিন জীৱনৰ নিষ্ঠুৰ কাজিয়াৰ য'ত হয় অৱসান। বৰ্ত্তমানৰ উত্তপ্ত লাভাত যি পৃথিৱী শুকাই বৰণহীন হৈ পৰিছে, সেই পৃথিৱীৰেই বুকুত গজি উঠক—সেউজীয়া বাঁহনিডৰা। আমাৰ দায়িত্ব মাথোন কৰ্ষণৰ।

সকলোলৈকে অন্তৰভৰা কৃতজ্ঞতা আৰু নমস্কাৰ॥

# 'অসমীয়া সংস্কৃতিৰ সমন্বয়াত্মক ৰূপ' বিষয়ক আলোচনা চক্ৰৰ সঞ্চালকৰ প্ৰাৰম্ভিক ভাষণ

ড° মুকুন্দ মাধৱ শৰ্মা

শ্ৰদ্ধেয় সুধীবৃন্দ আৰু শ্ৰদ্ধেয়া উদ্বোধক মহোদয়া আৰু শ্ৰদ্ধেয় বিশেষজ্ঞ আলোচকসকল। অসম সাহিত্য সভাৰ একো একোখন বাৰ্ষিক অধিৱেশনেই সমগ্ৰ অসমীয়া জাতিটোৰ বাবে আটাইতকৈ আড়ম্বৰ বছেৰেকীয়া প্ৰধান উৎসৱ। উৎসৱ বুলিলেই ইজনে সিজনক ওলগ আৰু সম্ভাষণ জনোৱাটো এটা সামাজিক প্ৰথা। সেয়ে আজিৰ এই সাহিত্য সভা মহোৎসৱ উপলক্ষ্যে মই আপোনালোকৰ সকলোটিলৈকে মোৰ আন্তৰিক সশ্ৰদ্ধ সম্ভাষণ আৰু ওলগ জনাইছোঁ। আলোচনাত নিবন্ধ পাঠ কৰিবলৈ অহা বিশেষজ্ঞ পণ্ডিতসকলৰ প্ৰতিও বিশেষভাৱে মোৰ আন্তৰিক শ্ৰদ্ধা জনাইছোঁ। অসম সাহিত্য সভাই এই আলোচনা চক্ৰৰ সঞ্চালকৰূপে ভাৰাজনমীৰ যৎকিঞ্চিৎ সেৱা কৰিবৰ বাবে মোলৈ যি সুযোগ আগবঢ়ালে তাৰ বাবে সাহিত্য সভাৰ প্ৰতি মোৰ কৃতজ্ঞতা জনাইছোঁ। মোৰ ওপৰত যি গুৰুভাৰ অৰ্পিত হৈছে তাক পালন কৰাৰ ক্ষেত্ৰত প্ৰয়োজনীয় সকলো সহযোগিতা আগবঢ়োৱাৰ বাবে শ্ৰদ্ধেয় বিশেষজ্ঞসকল তথা আলোচনাত ভাগ ল'বলৈ অহা সুধীসকলৰ প্ৰতি মোৰ বিনম্ৰ অনুৰোধ জনাইছোঁ।

বৰ্তমান আলোচনা চক্ৰৰ আলোচ্য বিষয়টো হ'ল—'অসমীয়া সংস্কৃতিৰ সমন্বয়াত্মক ৰূপ'। মমতাত্মক, হিংসাত্মক আদি শব্দ আমি প্ৰায়ে ব্যৱহাৰ কৰোঁ। যিটো হিংসাৰ ওপৰত প্ৰতিষ্ঠিত থাকে, সি হিংসাত্মক। তেনেদৰে যিটো সমন্বয়ৰ ওপৰত প্ৰতিষ্ঠিত থাকে, সি সমন্বয়াত্মক। অসমীয়া সংস্কৃতি বিভিন্ন সংস্কৃতিৰ সমন্বয়ৰ ওপৰত প্ৰতিষ্ঠিত আছে। সমন্বয় মানে বিভিন্ন উপাদানৰ পৰস্পৰে তালমিলাই মিলি একেলগে থকা অৱস্থা। সম্—অন্বয়্—তাজনবে। অন্বয়—পৰস্পৰ সম্বন্ধ। অন্বয় শব্দটো ব্যাকৰণ শাস্ত্ৰত প্ৰায়ে ব্যৱহৃত হয়। বাক্যত কৰ্তা, কৰ্ম, ক্ৰিয়া, বিশেষ্য আৰু বিশেষণ আদিৰ অন্বয় হৈ এটা একক চিত সমূহীয়া

অৰ্থ ফুটি ওলায়। যেনে, 'দেৱদত্ত গাঁৱলৈ গৈছে'—এই বাক্যবপৰা পোৱা একক অৰ্থটো হ'ল "যি ক্ৰিয়াৰ কৰ্ম গাঁও, তেনে এটা গৈ থকা ক্ৰিয়াৰ, কৰ্তা দেৱদত্ত।" সেইদৰে সংস্কৃতিৰ সমন্বয় কথাটোৰ অৰ্থ হ'ল, 'বহুতো সংস্কৃতিৰ ধাৰা গোট খাই এটা ধাৰা হোৱা অৱস্থা।'

সংস্কৃতিৰ অৰ্থ হ'ল—এখন নিৰ্দিষ্ট সমাজৰ জীৱন ধাৰণৰ পদ্ধতি; খাদ্য, বস্ত্ৰ, বাসস্থান আদিৰ ক্ষেত্ৰত ফুটি ওলোৱা ৰুচি-অভিৰুচি আৰু বৈশিষ্ট্য, ভাষা, সাহিত্য, সংগীত আদি বিভিন্ন কলা, উৎসৱ, ধৰ্ম বিশ্বাস আৰু জীৱনৰ প্ৰমূল্য-সমষ্টি আদিৰ সমূহীয়া ৰূপ। এজন ব্যক্তিৰ আচাৰ-ব্যৱহাৰতো এই সংস্কৃতিৰ প্ৰভাৱ পৰে। এজন ব্যক্তিও সংস্কৃতিবান হয় নে নহয়, সেই কথাও প্ৰায়ে বিচাৰ কৰি চোৱা হয়। কিন্তু তাকে নিৰ্ণয় কৰিবৰ বাবেও সমাজখনেহে এটা বিশেষ 'মাপ' স্থিৰ কৰি লয়। গতিকে মূলতঃ এখন সমাজক আশ্ৰয় কৰিহে এটা সংস্কৃতি গঢ় লৈ উঠে।

যিখন সমাজক আশ্ৰয় কৰি এটা সংস্কৃতি গঢ়ি উঠে সেই সমাজখনৰ নিজৰ পৰিসীমাটো কিন্তু আপেক্ষিক। বহুতো সৰু সৰু সমাজ গোট খাই এখন বৃহত্তৰ সমাজ হয় আৰু বহুতো বৃহত্তৰ সমাজ গোট খাই এখন বৃহত্তম সমাজ হ'ব পাৰে। সেইদৰেই সৰু সৰু পৰিসৰৰ সংস্কৃতি গোট খাই এটা বৃহত্তৰ পৰিসৰৰ সংস্কৃতি আৰু সেই অনুক্ৰমেই এটা বৃহত্তম পৰিসৰৰ সংস্কৃতি হয়। উদাহৰণ স্বৰূপে, মিচিং সংস্কৃতি, বড়ো সংস্কৃতি আদি গোট খাই বৃহত্তৰ অসমীয়া সংস্কৃতি গঢ় লৈ উঠিছে আৰু অসমীয়া সংস্কৃতি, তামিল সংস্কৃতি আদিৰ সমন্বয়ত বৃহত্তম ভাৰতীয় সংস্কৃতি গঢ় লৈ উঠিছে বুলি ক'ব পাৰি।

আমাৰ আলোচনাৰ যি শীৰ্ষক তাৰপৰা আমি এই কথা প্ৰায় মানিয়েই লৈছোঁ যে অসমত বিভিন্ন সংস্কৃতি আছে আৰু সেইবিলাকৰ এটা সহাৱস্থান আছে। কিন্তু তাতোকৈ গুৰুত্বপূৰ্ণ কথা এই যে সেই বিভিন্ন সংস্কৃতিসমূহে এটা বৃহত্তৰ পৰিসৰৰ অসমীয়া সংস্কৃতি গঢ়ি তুলিছে। কি ভাবেনো বিভিন্ন সংস্কৃতিয়ে অসমীয়া সংস্কৃতিটোক গঢ়ি তোলাৰ ক্ষেত্ৰত অৰিহণা যোগাইছে সেই কথাৰ বিষয়ে আজিৰ আলোচনাৰপৰা আমি বুজিব পাৰিম বুলি আশা ৰাখিছোঁ।

এইখিনিতে স্বাভাৱিকতে এটা প্ৰশ্ন উঠে যে প্ৰস্তাৱিত আলোচনাটোৰ উদ্দেশ্য কি? ইয়াৰ উত্তৰ দিবৰ বাবে এই কথা ক'ব লাগিব যে ১৯৮১ চনৰ মেৰেৰ মাহত উত্তৰ লক্ষীমপুৰৰ যোৱাজিত অসম সাহিত্য সভায়েই "অসমৰ মানুহ: নৃতাত্বিক সাংস্কৃতিক বিশ্লেষণ"—শীৰ্ষক এখন আলোচনা চক্ৰ পাতিছিল।

সেই আলোচনা চক্ৰত পঠিত নিবন্ধসমূহ ১৯৮৬ চনৰ ডিচেম্বৰ মাহত সাহিত্য সভাই অসমৰ মানুহ নামৰ এখন কিতাপৰ আকাৰত প্ৰকাশ কৰিছে। সেই কিতাপখনৰ প্ৰথমতেই 'অসমৰ মানুহ সম্পৰ্কে একাষাৰ' শীৰ্ষক লেখা এটাত এনে আলোচনাৰ উদ্দেশ্যৰ ইঙ্গিত দি ড° নগেন শইকীয়াই লিখিছে :

"বৈচিত্ৰ্যই হ'ল বিশাল অসমীয়া জাতি আৰু সংস্কৃতিৰ মাই বৈশিষ্ট্য। অসমৰ সচেতন লোকসকলে জানে যে অসমীয়া জাতি আৰু সংস্কৃতিক বুজিবলৈ হ'লে আমাৰ বিভিন্ন সম্প্ৰদায়ৰ সামাজিক গোটসমূহক বুজি পাব লাগিব। অসম সাহিত্য সভাই এই সত্য অনুভৱ কৰিয়েই অসমৰ বিভিন্ন থলুৱা সামাজিক জীৱন আৰু সাংস্কৃতিক জীৱনৰ অধ্যয়নত গুৰুত্ব দি আহিছে। এনে অধ্যয়নে সাংস্কৃতিক অসমৰ বিভিন্ন জনগোষ্ঠীকো বহল অসমীয়া জাতীয়তাৰ পটভূমিত নিজকে বিচাৰি পাবলৈ আৰু নিজকে অসমীয়া জাতীয়তাৰ অন্যতম প্ৰধান অংশীদাৰ বুলি অনুভৱ কৰিবলৈ সুবিধা দিব বুলি আশা কৰিব পাৰি।"—এই কথাৰ পৰা কৈ ক'ব পাৰি যে প্ৰস্তাৱিত আলোচনাৰ উদ্দেশ্য হ'ল—(১) যাতে বিভিন্ন জনগোষ্ঠীৰ যি সংস্কৃতি তাকো বাইজে অসমীয়া সংস্কৃতিৰ একো একোটা প্ৰধান অংশীদাৰ বুলি বুজিব পাৰে। আৰু তেনে নিৰ্দিষ্ট জনগোষ্ঠীৰ অন্তৰ্ভুক্ত নহৈও অসমীয়া সংস্কৃতিৰে সংস্কৃতিবান হোৱাসকলেও যাতে বুজিব পাৰে যে জনগোষ্ঠীয় সংস্কৃতিৰ ওচৰতো তেওঁলোক যথেষ্ট ঋণী।

প্ৰসংগক্ৰমে ড° শইকীয়াই আকৌ কৈছে যে সাম্প্ৰতিক কালৰ ভাৰতবৰ্ষৰ অপ-ৰাজনৈতিক শক্তিসমূহে স্বাৰ্থসিদ্ধিৰ নিমিত্তে মানুহৰ ভাষিক আৰু নৃ-গোষ্ঠীগত বিচিত্ৰতাৰ সুযোগ লৈ বিচ্ছিন্নতাবাদ গঢ়ি তুলিছে। "অসমতো এনে প্ৰয়াস কৰা দেখা পোৱা হৈছে। আমাৰ থলুৱা গোটসমূহৰ মাজত স্বাভাৱিকভাৱে আৰু বাহিত ৰূপত গঢ় লৈ উঠা আত্মবিকাৰ আৰু আত্মপ্ৰতিষ্ঠাৰ চেষ্টাৰ সুযোগ ল'বৰ বাবেও এনে শক্তিসমূহে যত্নৰ ত্ৰুটি কৰা নাই। ফলত কোনো ব্যক্তিৰ মনৰ মাজত এক বিচ্ছিন্ন মানসিকতাৰ জন্ম হৈছে।" এইখিনি কথাৰ আহিত ক'ব পাৰি যে আমাৰ আলোচনাৰ দ্বিতীয় উদ্দেশ্য হ'ল এই যে (২) সামগ্ৰিক অসমীয়া সংস্কৃতিৰ অংশীদাৰ ৰূপে জনগোষ্ঠীয় সংস্কৃতিৰে সংস্কৃতিবান-সকলেও যাতে ভাবিব পাৰে যে একে সময়তে তেওঁলোক অসমীয়া সংস্কৃতিৰেও সংস্কৃতিবান। এনে মনোভাব গঢ়ি উঠিলে বিচ্ছিন্নতাবাদী শক্তিসমূহ দুৰ্বল হৈ পৰিব। এই প্ৰসংগত ড° শইকীয়াই এটা সুন্দৰ উপমাৰে কৈছে : "কৰ্পাজ্য :মাৰা এবাৰিব এভিজ্যো সূদক বিচ্ছিন্ন কৰিলে পাইজীয়াকৈ ফুলপাহিৰ আৰু

সমূহীয়াকৈ মাজাধাৰিৰ অস্তিত্ব বিপন্ন হ'ব।" এই উপখ্যাটো সমন্বয়ঘটক, জনগোষ্ঠীয় আদি সংস্কৃতিসমূহ আৰু অসমীয়া সংস্কৃতিৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিব পাৰি। সমন্বয়ঘটক মিচিং সংস্কৃতি, ৰাভা সংস্কৃতি, বৈষ্ণৱ সংস্কৃতি, ইছ্‌লামিক সংস্কৃতি আদি ফুলৰ দৰে আৰু অসমীয়া সংস্কৃতি মাজাধাৰৰ দৰে।

এনে আলোচনাৰপৰা আৰু এটা লাভ হ'ব পাৰে। সেইটো হ'ল— আত্মভূতিক সমন্বয়। উদাহৰণ স্বৰূপে, আব্দুছ ছাত্তাৰে সংমিশ্ৰণত অসমীয়া সংস্কৃতি নামৰ গ্ৰন্থত অসমীয়া সংস্কৃতিলৈ ইছ্‌লামৰ অৰিহণাৰ বিষয়ে কোৱাৰ লগতে অসমৰ ইছ্‌লামৰ ওপৰত কি দৰে পৰম্পৰাগত অসমীয়া ৰীতি-নীতি আৰু আনকি হিন্দু পৰম্পৰাৰো প্ৰভাৱ পৰিছে সেই কথাও দেখুৱাই দিছে। ছাত্তাৰে প্ৰসংগক্ৰমে কৈছে: "মৰাৰ কাম-কাজৰ নীতি-নিয়মতো এনে প্ৰভাৱ হিন্দু সমাজৰ-পৰাই মুছলমান সমাজত বৰ্তি আছে। সাংস্কৃতিক ঘনিষ্ঠতাৰ কাৰণে আজি মুছলমান সমাজে বংশ-পৰম্পৰা সহ তিনি-দিনীয়া, দহ-দিনীয়া পাতে। ই অসমীয়া সামাজিক নীতিত পৰিণত হৈছে, ধৰ্মীয় নীতি নহয়।" (পৃঃ ২৮) এই 'হিন্দুসমাজৰ প্ৰভাৱ'ৰ দৃষ্টান্তটো পূৰ্বতে উল্লেখ কৰি অহা অসমৰ মানুহ নামৰ গ্ৰন্থত সন্নিবিষ্ট 'অসমত ইছ্‌লাম ধৰ্মৰ বিস্তাৰ, অসমীয়া মুছলমান জনসংখ্যাৰ গঠন আৰু সংস্কৃতিৰ সংমিশ্ৰণ' নামৰ প্ৰবন্ধত (পৃঃ ১০০) ড° ইমদাদ আজিয়েও দেখুৱাইছে। এনে-বিলাক কথা এনেদৰে বিজ্ঞজনে আঙুলিয়াই দিলে সংশ্লিষ্ট সকলো মানুহৰ মনত এটা আত্মীয়তাৰ ভাৱ, এটা সম্প্ৰীতিৰ ভাৱ গঢ়ি উঠিব পাৰে। ছাত্তাৰে প্ৰসংগ-ক্ৰমে কৈছে: "আজিও সেই অসমীয়া সামাজিক সংস্কৃতিৰ ধাৰা অসমীয়া মুছলমানৰ বিবাহ উৎসৱত বিদ্যমান। এনে নহ'লে সাংস্কৃতিক সম্প্ৰীতি সম্ভৱ নহয়"—আনকি এনে মন্তব্যবিলাকেও আত্মভূতিক ঐক্য গঢ়ি তোলাৰ ক্ষেত্ৰত বহুখিনি সহায় কৰিব পাৰে।

সুখৰ কথা যে অসমীয়া সংস্কৃতি যে সমন্বয়াত্মক সেই বিষয়ে ইতিমধ্যেই যথেষ্ট বিচাৰ-বিশ্লেষণ হৈছে। সেই বিষয়ে লিখা কিতাপ আৰু প্ৰবন্ধ-পাতিৰ এটা তথ্য-সম্বলিত সম্পূৰ্ণ তালিকা দিয়াটো এইমাত্ৰ মোৰ পক্ষে সম্ভৱ নহয়। তথাপি উদাহৰণ স্বৰূপে উল্লেখ কৰিব পাৰি যে অসমৰ মানুহ গ্ৰন্থত সন্নিবিষ্ট 'অসমৰ মানুহ: সাংস্কৃতিক সমন্বয়' শীৰ্ষক এটা সুদীৰ্ঘ প্ৰবন্ধত (পৃঃ ৩১-৪৮) ড° লীলা গগৈয়ে এই দিশত এটা মূল্যবান অৰিহণা যোগাইছে। শ্ৰীনাহেন্দ্ৰ পাদুনৰ অসমীয়া সংস্কৃতিলৈ জনজাতীয় বৰঙণি (১৯৮৮)ত এখন উপাদেয় গ্ৰন্থ। ইছ্‌লামৰ অৱদানৰ সন্দৰ্ভত ছাত্তাৰ আৰু ড° ইমদাদ আজিৰ নাম লৈছোঁৱেই।[৮]

ড° গোবিন্দ কুমাৰ শইকীয়াইও 'অসমতৈ ইছ্‌লাম ধৰ্মৰ আগমন আৰু সংমিশ্রণ' শীৰ্ষক এটা সুন্দৰ প্ৰবন্ধ লিখিছে। সেই প্ৰবন্ধও অসমৰ মানুহ (পৃঃ ৭৮-৯০) গ্ৰন্থত সন্নিবিষ্ট হৈছে। এনে ধৰণৰ যথেষ্ট কাম হৈছে যদিও কিছুমান দিশত এতিয়াও বিচাৰ-বিশ্লেষণ কৰিবলগীয়া আছে। যেনে—অসমীয়া সংস্কৃতি আৰু অসমীয়া জাতি বুলিলে বৰাক উপত্যকাৰ সংস্কৃতি আৰু অধিবাসীসকলক সামৰি ল'ব পাৰি নে নোৱাৰি সেই বিষয়ে এটা গঠনমূলক আলোচনাৰ প্ৰয়োজন আছে। 'অসমীয়া জাতি' বুলিলে কাক বুজিম, এই বিষয়ে আলোচনা কৰিবলৈ হ'লে পূৰ্বোক্ত 'অসমৰ মানুহ' বিষয়ক আলোচনা চক্ৰৰ সভাপতি আৰু অসমৰ মানুহ গ্ৰন্থৰ সম্পাদক ড° ভুবনমোহন দাসে কৈছে :

"অসমীয়া 'জাতি' আৰু অসমীয়া 'ভাষা-ভাষী' শব্দ দুটা একেবাৰে একে অৰ্থত ব্যৱহাৰ কৰাত কিছু অসুবিধা থকা যেন লাগে। সকলো অসমীয়া ভাষা-ভাষী লোক অসমীয়া জাতিৰ অন্তৰ্গত। কিন্তু অসমীয়া জাতি একমাত্ৰ অসমীয়া ভাষা কোৱা লোকসকলৰেই গঠিত হোৱা নাই। 'অসমৰ ভাষা' কোৱা অন্য লোকো এই অসমীয়া জাতিৰ এবাৰ নোৱাৰা অংগ। একমাত্ৰ অসমীয়া কোৱা লোকসকলে অসমৰ এটা অসমীয়া জনসমষ্টি গঠন কৰিছে। অন্যান্য ভাষা কোৱা অথবা লগতে অসমীয়া কোৱা লোক অন্য অসমীয়া জনসমষ্টিৰ লোক। অসমৰ এই সকলোবোৰ জনসমষ্টিৰ সমষ্টিয়েই অসমীয়া জাতি।" (অসমৰ মানুহ, পৃঃ ১০)। ড° দাসৰ এই উক্তিৰ পিছতেই ড° ধীৰেন্দ্ৰ নাৰায়ণ মজুমদাৰে 'অসমৰ জনগোষ্ঠী' শীৰ্ষক প্ৰবন্ধত বৰাক উপত্যকাৰ বঙালী ভাষী হিন্দু-মুছলমানসকলৰ লগতে বিষ্ণুপ্ৰিয়া আৰু মৈথৈ আৰু ডিমাচা জনগোষ্ঠীৰ বিষয়েও আলোচনা কৰিছে (পৃঃ ২৫-২৬)। এই কথা তাৎপৰ্য্যপূৰ্ণ। অসমতে পদ্মশ্ৰী বংকং তেৰাঙেও এটা বৰ গুৰুত্বপূৰ্ণ উক্তি কৰি গৈছে যে "অসমত যেয়ে বাস কৰে সেয়ে অসমীয়া।" এনে ধৰণৰ এটা বহল দৃষ্টি-ভংগীৰে গা কৰি উঠাটো চাই অসম সাহিত্য সভাৰো দায়িত্ব বহুখিনি বাঢ়ি যোৱা বুলি আমাৰ ধাৰণা হয়। অসমীয়া সংস্কৃতি বিভিন্ন জনগোষ্ঠীৰ সংস্কৃতিৰ সমন্বয় বুলি স্বীকাৰ কৰিলে সেই সেই সমন্বয়ক সংস্কৃতিৰ স্বাৰ্থতো কাম কৰাৰ গুৰু দায়িত্ব এটা নৈতিক দায়বদ্ধতাৰ আকাৰত সাহিত্য সভাৰ ওপৰত আহি পৰাটোৱেই স্বাভাৱিক। অৱশ্যে সাহিত্য সভাই এই দিশত যথেষ্ট কাম কৰিছেই। উদাহৰণ স্বৰূপে, সাহিত্য সভাই তৰুণ চন্দ্ৰ পামেগামৰ মছিংআমজী (প্ৰথম খণ্ড, ১৯৮২) প্ৰকাশ কৰাটোতে পামেগামৰ অসমীয়া আৰু মিচিং—এই দুয়ো ভাষাতে ৰচিত লেখাখিনি পোহৰলৈ আনিছে। সেইদৰে

তাহাৰ চাহ বাগিচাৰ জাতি-জনজাতি, গীতা উপাধ্যায়ৰ তামুলক বাবায়ণ, হাবছিং হাচেৰ হাবিজ আমুল, নাহেন্দ্ৰ পাছনৰ মিচিং-অসমীয়া পাঠ আদি গ্ৰন্থৰ প্ৰকাশ কৰিও সাহিত্য সভাই এই দিশত অৰিহণা যোগাইছে। সাহিত্য সভাৰ প্ৰস্তাৱিত বহল অভিধান আৰু ইতিমধ্যে ব্যাপকভাৱে ৰূপায়িত হোৱা জনসংযোগৰ আঁচনিও উল্লেখযোগ্য।

অসমীয়া সংস্কৃতিলৈ ইছ্‌লামৰ অৰিহণাৰ বিষয়ে যথেষ্ট আলোচনা হৈছে। কিন্তু মোৰ ধাৰণাৰে খৃষ্টধৰ্ম আৰু বৌদ্ধধৰ্মৰ অৰিহণাৰ বিষয়ে যথেষ্ট কৰিব-লগীয়া আছে। ড° লীলা গগৈয়ে পূৰ্বোক্ত নিবন্ধত (পৃঃ ৪৫) টাই বৌদ্ধ উপাদানৰ কিছু আভাস দিছে। খৃষ্টধৰ্মৰ অৰিহণাৰ বিষয়ে আলোচনা কৰিবলৈ লওঁতে ১৯ শতিকাৰপৰাই মিচনাৰীসকলে যি গঠনমূলক ভূমিকা ল'লে তাৰ বিষয়ে ভালদৰে আলচ কৰিব লাগিব। অসমীয়া ভাষা সাহিত্যলৈ মিচনাৰীসকলৰ অৱদান (১৯৮১) গ্ৰন্থৰ ৰচক ড° বাণীকান্ত শৰ্মাই এই দিশত কিছু ভাল কাম কৰিছে আৰু ড° দিলীপ দত্তই বহুখিনি মূল্যবান তথ্য পোহৰলৈ আনিছে। অসমীয়া সাহিত্যৰ ওপৰত ইংৰাজী, বাংলা আদি সাহিত্যৰ প্ৰভাৱে সংস্কৃতিৰ এটা দিশত যে বিশেষ ভূমিকা লৈছে তাক অস্বীকাৰ কৰিব নোৱাৰি।

এইখিনিতে মোৰ মনৰ এটি ভাব সুধীসকলৰ বিবেচনাৰ অৰ্থে বিনীত-ভাৱে জনাব খোজোঁ। বৰাক উপত্যকাৰ বিভিন্ন ভাষা-ভাষী লোকসকলকো অসমীয়া সংস্কৃতিৰ বৰঘৰত ঠাই দিবৰ বাবে বোধহয় এতিয়াও সময় উকলি যোৱা নাই। তাৰবাবে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাসিন্দাসকলৰো কিছু সহিষ্ণুতা আৰু বুজাপৰাৰ মনোভাবৰ প্ৰয়োজন হ'ব। আজি সমগ্ৰ পৃথিৱীতে এনে এটা পৰিস্থিতিৰ উদ্ভৱ হৈছে যে কোনেও কাৰো ওপৰতে কোনো সংস্কৃতি জোৰকৈ জাপি দিব নোৱাৰে। এই দিশত সাহিত্য সভাৰ বৰাক-সুৰ্মা সমন্বয় উপ-সমিতিৰ ভূমিকা বৰ গুৰুত্বপূৰ্ণ হ'ব।

অসমীয়া সংস্কৃতিৰ সমন্বয়াত্মক ৰূপটোৰ কথা স্বীকাৰ কৰাৰ লগতে আমি বোধহয় এই কথাও বিবেচনা কৰি চাব পাৰোঁ যে ঘটনাক্ৰমে সাক্ষাৎ সম্বন্ধেৰেই যিসকলৰ মাতৃভাষা অসমীয়া সেইসকলেও বড়ো, মিচিং, কাৰ্বি আদি ভাষাৰ অন্ততঃ নিচেই পাতে লাগি থকাটোৰ কিছু জ্ঞান আহৰণ কৰিবলৈ ল'লে এটা -বৰ ভাল গঠনমূলক কাম হ'ব। অসমীয়া সংস্কৃতিলৈ টাই আহোমৰ অৱদানৰ বিষয়ে ভালদৰে জানিবৰ বাবে টাই ভাষাৰো অধিক প্ৰণালীবদ্ধভাৱে অধ্যয়ন

হোৱাটো বাঞ্চনীয়। অকল টাই ভাষাই নহয়, দক্ষিণ-পূব এছিয়াৰ দেশসমূহৰ সংস্কৃতিৰ লগত অসমৰ সংস্কৃতিৰ ইমান ওচৰ সম্বন্ধ আছে যে অসমৰ সংস্কৃতিৰ সম্যক উপলব্ধিৰ বাবে দক্ষিণ-পূব এছিয়াৰ বিভিন্ন ভাষা-সংস্কৃতিৰ অধ্যয়নৰ বাবে অসমৰ দুই-চাৰিজনকৈ লোক আগবাঢ়ি অহাটো নিতান্ত বাঞ্চনীয়। মই নিজৰ অভিজ্ঞতাৰপৰাই ক'ব খোজোঁ যে ইন্দোনেচিয়াত দুমাহৰ থাকি তাৰ ৰাষ্ট্ৰভাষা 'বাহাচা ইন্দোনেচিয়া' শিকি মই বৰ উপকৃত হৈছোঁ। এই বাহাচা ইন্দোনেচিয়াটোৱেই দৰাচলতে মলায় ভাষা। এই একেটা ভাষাই মালয়েছিয়া, চিংগাপুৰ আৰু ব্ৰুনেইৰো ৰাষ্ট্ৰভাষা। ভাষাটো শিকাৰ উপকাৰিতাৰ এটা সামান্য দৃষ্টান্ত দিওঁ। ব্ৰহ্মপুত্ৰৰ আন এটা নাম লুইত। এই নামৰ ব্যাখ্যা দিবলৈ গৈ সংস্কৃত সাহিত্যৰ 'লৌহিত্য' শব্দৰপৰা তাৰ উৎপত্তি দেখুৱা হয়। কিন্তু মলায় ভাষাত সাগৰক কোৱে 'লাউত'। লুইতকো সাগৰ বোলাৰ বহুত দৃষ্টান্ত সংস্কৃত সাহিত্যত পোৱা যায়। গতিকে ধাৰণা হয়—খ্ৰীষ্ট জন্মৰ আগতেই হয়তো সাগৰ সদৃশ ব্ৰহ্মপুত্ৰই লাউত নাম পাইছিল আৰু তাৰ পিছতহে ক্ৰমে লুইত আৰু লৌহিত্য নাম পাইছিল। খ্ৰীষ্ট জন্মৰ আগতেই বুলি এই কাৰণেই ক'লোঁ যে দীৰ্ঘনিকায়পালি আৰু সংযুক্ত নিকায়পালি—এই দুই গ্ৰন্থতে লৌহিত্যক বুজোৱা লোহিচ্চ শব্দটো আছে। ইন্দোনেচিয়াৰ সংস্কৃতিতো শৰাইখনৰ যি প্ৰাধান্য দেখি আহিলোঁ তাৰপৰা এই দৃঢ় ধাৰণা নহৈ নোৱাৰে যে অসমলৈ শৰাইখন সেই ঠাইৰপৰাই আহিছে। অসমৰ মাঘ বিহুত তামোল, নাৰিকল, কঠাল আদি লাগন গছত বৰি এডালকৈ বান্ধি দিয়া সৰুৰেপৰা দেখি আহিছিলোঁ। কিন্তু তাৰ অৰ্থ পোৱা নাছিলোঁ। বালিত দেখিলোঁ যে বছৰত এবাৰ গছ পূজা হয় আৰু তেতিয়া আম, কঠাল, নাৰিকল আদি যাই গছবিলাকক ষোড়শোপচাৰেৰে পূজা কৰে আৰু গছবিলাকক আমাৰ গামোচাখনৰ সমান নতুন কাপোৰ এখন পিন্ধাই দিয়ে। মোৰ ধাৰণা হয় যে সেই কাপোৰখন অৰ্থাৎ ষোড়শোপচাৰ ক্ৰমশঃই সৰু হৈ আহি আহি (পূজাৰ আচঁপন সৰু হৈ আহি এক বৰ্গ ইঞ্চিৰ হোৱাৰ দৰেই) এডাল বৰিত পৰিণত হ'ল।

আজিৰ দিনত পৃথিৱীখন ক্ৰমাৎ সৰু হৈ আহিছে। এনে গতিৰে সংস্কৃতিৰ আদান-প্ৰদান বঢ়ি একাকাৰ হোৱাৰ উপক্ৰম হৈছে আৰু বাস্তৱিকতে সমগ্ৰ মানৱ জাতিৰ বাবেই—ভাষা হ'ল এটা সেইটো মৰমৰ ভাষা। ধৰ্মও এটাই—সেইটো হ'ল মানৱতা। তথাপি আমি আমাৰ অসমীয়া সংস্কৃতিক

সুন্দৰভাৱে জীয়াই ৰাখিব খোজোঁ, চহকী কৰি তুলিব খোজোঁ। কাৰণ, বিশ্ব-ফুলনিত ফুলৰ অপাৰ সৌন্দৰ্য্য আছে বুলিয়েই আমি আমাৰ ৰমণীয়া সংস্কৃতিৰ মালাধাৰ নষ্ট হৈ যাবলৈ দিব নোখোজোঁ। কাৰণ, মালাধাৰৰো এটা স্বকীয় মৰ্য্যাদা আছে, স্বকীয় সৌন্দৰ্য্য আছে। মালাধাৰো এটা ৱৰ্ক অব আৰ্ট, এটা কলাত্মক সৃষ্টি।

# অসমৰ সংস্কৃতিৰ সমন্বয়াত্মক ৰূপ

—জয়কান্ত গন্ধীয়া

মানুহৰ মনৰ সুকুমাৰ অনুভূতিৰ সুন্দৰ ৰুচিসন্মত প্ৰকাশেই সংস্কৃতি। মানুহৰ দৈনন্দিন জীৱন-পদ্ধতিও এই সংস্কৃতিৰেই অন্তৰ্গত। এখন সমাজৰ জীৱন-পদ্ধতিতে আঁত লৈ থাকে সংস্কৃতিৰ অংকুৰ। কোনো সমাজত আকৌ জীৱন-পদ্ধতিয়েই প্ৰতীকী ৰূপ লৈ সাংস্কৃতিক উপাদানলৈ পৰিৱৰ্তিত হয়। আমাৰ বিহুনাচৰ ভংগীসমূহ, আমাৰ ওমৰাগ নাচৰ ভংগীসমূহ আমাৰ জীৱন-পদ্ধতিৰেই প্ৰতীকী ৰূপ, প্ৰতীকী প্ৰকাশ। সকলো ঠাইতে প্ৰতিটো গোষ্ঠী-উপগোষ্ঠীৰে নিজস্ব এক জীৱন পদ্ধতি আছে, নিজস্ব এক সাংস্কৃতিক পৰিমণ্ডল আছে। গোষ্ঠীসমূহৰ জীৱন-পদ্ধতি যিমান উন্নত হয় তেওঁলোকৰ সাংস্কৃতিক উপাদানসমূহো সিমান উন্নত হয়। অসমৰ জাতি সত্তাৰ অন্তৰ্গত বিভিন্ন গোষ্ঠী-উপগোষ্ঠীৰ নিজস্ব সাংস্কৃতিক বৈশিষ্ট্য আছে আৰু এইসমূহেই একেলগে অসমৰ সংস্কৃতি। অসমৰ সংস্কৃতি দিয়া-লোৱাৰ সংস্কৃতি, অসমৰ সংস্কৃতি অপূৰ্ব সমন্বয়ৰ সংস্কৃতি। বহু হাজাৰ বছৰৰ আগতে হোৱাংহো আৰু ইয়াংচিকিয়াং নদীৰ পাৰৰ পৰা কিছু-মান মানুহ গঙ্গা আৰু ব্ৰহ্মপুত্ৰ নদীৰ উপত্যকালৈ আহিছিল। এওঁলোক আছিল কৃষিজীৱী। এই কৃষিজীৱী লোকসকলকে অষ্ট্ৰিক বুলি পৰিচয় কৰোৱা হৈছে। অসমৰ সংস্কৃতিৰ বৰঘৰটোত প্ৰথম ছপৰা মাটি দিছিলহি এই অষ্ট্ৰিকসকলেই। পণ্ডিতসকলৰ মতে অষ্ট্ৰিকসকলৰ পিছত আলপাইনসকল ব্ৰহ্মপুত্ৰ উপত্যকালৈ আহিছিল। এই আলপাইনসকলৰ নিজস্ব সাংস্কৃতিক প্ৰভাৱে অষ্ট্ৰিক সংস্কৃতিক এটা নতুন ৰূপ দিলে। অসমৰ সমাজ জীৱনত মাঙ্গলিক সোঁ-সংস্কাৰ কৰা প্ৰথা বোলে আলপাইনসকলেই সৰ্বপ্ৰথম প্ৰচলন কৰে। আলপাইনসকলৰ পিছত এই ভূখণ্ডলৈ আহিল তিব্বত-বৰ্মীসকল। এওঁলোকেও অসমৰ সাংস্কৃতিক কিছু ৰূপ দিলেহি। এনেকৈয়েই সংযোগ প্ৰক্ৰিয়াৰে অসমৰ সংস্কৃতিৰ বৰঘৰটো নিৰ্মাণ হ'বলৈ ধৰে।

অসমৰ সংস্কৃতি এক বৈচিত্ৰ্যপূৰ্ণ সংস্কৃতি। অসমৰ প্ৰতিটো জনগোষ্ঠীয়েই

সাংস্কৃতিকভাৱে এটা বৃহৎ বৃত্তৰ অন্তৰ্গত। অসমৰ বিভিন্ন জনগোষ্ঠীসমূহৰ নাৰী সমাজে একেখন মেখেলাকে পিন্ধে,—মেখেলাখনৰ নাম বেলেগ হ'ব পাৰে, ৰং বেলেগ হ'ব পাৰে। জিকিৰ গাওঁতে বেকিৰুদ্দিন আহমদে যিখন দোতাঁৰা বজায়, কামৰূপী লোক-গীত গাওঁতে ৰামেশ্বৰ পাঠকেও একেখন দোতাঁৰাকে বজায়, গোৱালপৰীয়া লোকগীতৰ সুবিখ্যাত গায়িকা প্ৰতিমা পাণ্ডে বৰুৱাইও সেই একেখনি দোতাঁৰাকে ব্যৱহাৰ কৰে; দোতাঁৰাখনিৰ গঠন হয়তো সামান্য বেলেগ—কোনোবাই বটিয়া তুগছ টানি লয়, কোনোবাই সামান্য ঢিলা কৰি লয়। কাৰ্বি পাহাৰৰ মৰাণৰ ডেকাই বিহু ঢোলেৰে 'লগ-বিহু' মাৰে, গোগামুখৰ মিচিং ডেকাইও সেই একেটি ঢোলকে বজাই 'গুমৰাগ' নাচ নাচে। জামুগুৰিয়া ডেকাইও সেই একেটি ঢোলেৰেই 'মুকলি বিহু' মাৰে। নেপালী সমাজে 'দেউশিৰি' গাওঁতে মাদল বজায়, চাহ-জনগোষ্ঠীৰ ডেকাই 'ঝুমুৰ' নাচোঁতেও মাদল বজায়; আকাৰতে বেলেগ, ধ্বনিতে বেলেগ, কিন্তু একেই মাদল। এইখন অসমতে ঢোল বজাই 'ঢোলৰ মালিতা' গায়, মাদল বজাই 'মাদল গীত' গায়। "অসমীয়া নেপালীসকলৰ এই লোক-নৃত্যবোৰত অসমৰ প্ৰাকৃতিক সৌন্দৰ্যৰ বহিৰ্প্ৰকাশ সুন্দৰকৈ প্ৰতিফলিত হৈছে। বহুতো গীত অসমৰ নদ-নদী, জান-জুৰি, চৰাই-চিৰিকতিক লৈ ৰচিত হৈছে। উল্লেখযোগ্য যে আজিকালি নেপালী গাঁওবোৰত বিহুনাচ সদৃশ নৃত্য পৰিবেশন কৰা দেখা যায়। ......অসমত এনে অনেক গাঁও আছে যিবিলাকত নেপালী ডেকাই নেপালী গীত-নাচ অসমীয়া বিহুৰ ঠাচত পৰিবেশন কৰে। নেপালী গীত গাই নাচে যদিও সেই গীতৰ তাল আৰু ছেও বিহুৰ সমধৰ্মী।" (মনবাহাদুৰ ছেত্ৰী)। নেপালীসকলৰ তিহাৰ উৎসৱৰ কথা কোনে নাজানে? সেই উৎসৱত তেওঁলোকে 'দেউশিৰি' গায়—ঠিক বঙালী বিহুত আমি হুঁচৰি গোৱাৰ দৰে। হুঁচৰিত গায়—কংসৌ খাওঁতে সুচা মৃদংতে মতৰি গুৰিলে ধন ঐ গোবিন্দাই ৰাম। 'দেউশিৰি'তো সেই ৰামায়ণৰ কথাকে গায়—থেবৈ অৰি—দেউশিৰে / ৰাণৰ যুগমা—দেউশিৰে/ ইক্ষাকু বংশমা—দেউশিৰে / ৰাজা দিয়ে—দেউশিৰে ইত্যাদি। উজনিৰ গাভৰু ৰঙিলী আৰু পমিলীৰ লগত ভাটীৰ নেপালী ডেকাৰ সেই প্ৰেম কাহিনীটো—বিহুনামত যে গায়—কোনেনো নাজানে? উজানে মা আহিলে না ভাটী দেশৰ নেপালী না ম'হলকৰ মুখতে মা ৰ'ল। বজাই বাজী গীৰহে মা ৰঙিলী না পমিলী না নৈতে না গা ধুবলৈ গ'ল। আগতে যায় ৰঙিলী না পাছতে যায় পমিলী না মাজতে 'ৰং' নেপালী না যায়। মমৰকৰ মুখতে মা ৰঙিলী না

তাঁতৰ শাল না মেপালীৰ মা জিৰোৱা না ঠাই॥ ……ইত্যাদি। বৰো-কছাৰীৰ চিফুঙৰ সুৰ, চাহ-শ্ৰমিক ডেকাৰ বাঁশীৰ সুৰ, বুঢ়াগোহাঁই ঢুলৰ গৱৰীয়া ৰ'খাৰ বাঁহীৰ সুৰ—একেই সুৰ, একেই ধ্বনি। আমি কোনোবাই বইচাও পাতোঁ, কোনোবাই ব'হাগৰ বিহু পাতোঁ, কোনোবাই আজি আই জিগাং পাতোঁ; কিন্তু একেই কৃষি উৎসৱ। বাগৰুম্বা নাচোঁ, বিহু নাচোঁ, গুমৰাগ নাচোঁ, ঝুমুৰ নাচোঁ—আটাইবোৰ অসমৰ নাচ বুলি কৈ বহাওঁ—বিশ্ব-দৰ্শকক চমক খুৱাওঁ। এই গোটেইবোৰ কথাই সমন্বয়াত্মক সংস্কৃতিৰ এটি নিটোল ৰূপ। অসমৰ মানুহৰ জীৱন-পদ্ধতিয়েই এই সমন্বয়াত্মক সংস্কৃতি গঢ়ি তুলিছে। লুইতৰ পানীখিনিলৈ চাওকচোন—তাত অসমৰ সংস্কৃতিৰ এটা সমন্বয়াত্মক ৰূপ ৰব ফটফটীয়াকৈ জিলিকি উঠিছে।

এঠাইত নাহেন্দ্ৰ পাদুনে লিখিছে— "…ভাৰতীয় সভ্যতা আৰু সংস্কৃতিত যিদৰে অনৈক্যৰ মাজত ঐক্য পৰিলক্ষিত হয়, অসমৰ অসমীয়াৰ সভ্যতা আৰু সংস্কৃতিৰ ক্ষেত্ৰতো সেইদৰে অনৈক্যৰ মাজতো ঐক্য দেখা যায়। প্ৰাচীন কালৰ পৰা এতিয়ালৈকে অসমলৈ আহি বসবাস কৰা নানান জাতি-উপজাতি, আৰ্য-অনাৰ্য সংস্কৃতিৰ সংমিলনৰ ফল স্বৰূপে অসমীয়া সংস্কৃতি গঢ় লৈছে। অসম ভূমিৰ চৌকাষে থকা পাহাৰসমূহৰ পৰা বিভিন্ন জান-জুৰি আহি ব্ৰহ্মপুত্ৰ নদীক যিদৰে বিশাল আৰু স্ৰোতবান কৰি তুলিছে, সেইদৰে প্ৰাচীন কালৰে পৰা এতিয়ালৈকে বিভিন্ন সময়ত বিভিন্ন ঠাইৰ পৰা নানান জাতি-উপজাতি আহি একত্ৰিত হৈ অসমীয়া সংস্কৃতিক বৈচিত্ৰ্যপূৰ্ণ আৰু জীৱন্ত কৰি তুলিছে। এই ক্ষেত্ৰত অসমীয়া সংস্কৃতিক মৌলিক (original) নাইবা মিশ্ৰিত (mixture) বুলি কোৱাতকৈ যৌগিক compound) বুলি কোৱাটোহে যুক্ত হ'ব।" অসমক বাহিৰে ভাৰতৰ আন ঠাইত তাঁতীয়ে (পুৰুষ) তাঁত বয়, কিন্তু অসমৰ সকলো জনগোষ্ঠীৰে তিৰোতাইহে তাঁত বয়। এইবোৰ অনৈক্যৰ মাজৰে ঐক্য ৰূপ, অসমৰ সংস্কৃতিৰ সমন্বয়াত্মক ৰূপ। কোনোবা এবিমত দূৰৰ চোটনাগপুৰৰ, পৰা আহি আজি 'আচাৰ বেচেৰ বৈশাখ বিহু কৰম পূজাৰ সমান বে' বুলি, চিঞৰি গোৱাৰ পিচত দুটা ৰূপ এটা হৈ নাযাবনে বা কিয়? 'সমন্বয় আৰু, বৰো সংস্কৃতি' প্ৰবন্ধত ভৱানীপ্ৰসাদ শৈকীয়াই লিখিছে—"বৰো ভাষাৰ বাক্য ৰচনা পদ্ধতিয়েই অসমীয়া ভাষাৰো বাক্য ৰচনা পদ্ধতি। ভাষাৰ বাহিৰেও বৰো সমাজৰ বহুতো ৰীতি-নীতি য বৰো অসমীয়া সমাজত একেলগে ওতঃপ্ৰোতভাৱে সোমাই পৰিল যে এতিয়া সমাজবিজ্ঞানৰ বিশেষ অনুসন্ধি

লোকেহে তাক বাছি উলিয়াব পাৰিব। আজকি আমাৰ সত্ৰসমূহত তামোল-পাণ আগবঢ়োৱা নীতি-নিয়ম বড়ো সমাজৰ পৰাই অহা বুলি ক'বলৈ বিচাৰে।… তেনেকৈ বৰগীতৰ ৰাগতো বড়োসকলৰ গীতৰ ত্ৰিস্বৰাত্মক সুৰৰ প্ৰভাৱ পৰিলক্ষিত হয়।"

দিন সলনি হৈছে। সাংস্কৃতিক সংকট আৰু যৌক্তিক সংকটে অসমৰ সমাজ-জীৱন আজি খুলি খুলি খাবলৈ লৈছে। সাংস্কৃতিক সংকট বুলিলে কেৱল নচা-গোৱাৰ সংকট বুলি বুজিলে নহ'ব, ই আমাৰ জীৱন-পদ্ধতিৰে সংকট বুলি বুজিব লাগিব। অসমৰ মানুহৰ জীৱন-পদ্ধতিৰ মূল ভেটিটো তৈয়াৰ হৈছে গাঁৱৰ মাটিৰে। গতিকে আধুনিক সংস্কৃতিবান মনে সাংস্কৃতিক সংকট দূৰ কৰিবলৈ হ'লে পোনেই চকু দিব লাগিব মূল ভেটিটোলৈ। সাংস্কৃতিক আৰু যৌক্তিক সংকটৰ লগতে ৰাজনৈতিক ধামখুমীয়াই, অত্যধিক গোষ্ঠী চেতনাৰ সংকটে আজিমৰ সমাজ জীৱন থকা-সৰকা কৰিবলৈ লৈছে,—অসমৰ সংস্কৃতিৰ সমন্বয়াত্মক ৰূপটোক সমূলকে চাকি পেলাবলৈ, ম্লান কৰি পেলাবলৈ লৈছে। এই বিপদ কালত সকলোৰেই প্ৰতিটো খোজ সঠিক ঠাইত দিবৰ হ'ল, অসমৰ সমন্বয়াত্মক সংস্কৃতিৰ মূল ৰূপটো গভীৰভাৱে চিনি পাবলৈ মেখানেপেৰা সত্ন কৰিবৰ হ'ল। আমি ইজনে সিজনৰ মুখৰ মাত বুজি পাবৰ, বুকুৰ কথা বুজি পাবৰ বিহা কৰিবৰ হ'ল। সই বক্তৃতা মঞ্চত বক্তৃতা দিবলৈ উঠি ইংৰাজী, হিন্দী, পঞ্জাবী ভাষাত সলসলীয়াকৈ কথা কৈ যাব পাৰিম; কিন্তু মিচিং ভাষাত এটাও শব্দ ক'ব নোৱাৰিম, বড়ো ভাষাত এটাও শব্দ উচ্চাৰণ কৰিব নোৱাৰিম। এতিয়াই, আজিৰেই এই অৱস্থাটো আমি দূৰ কৰিবৰ হ'ল। অসমৰ শিল্পীয়ে হিন্দী গান গাব পাৰে, ইংৰাজী গান গাব পাৰে, ভোজপুৰী গান গাব পাৰে, পঞ্জাবী গান গাব পাৰে—কিন্তু হাইদাং গীত এটা হ'লে কেতিয়াও গাব নোৱাৰে, ঐনিতম এটা কেতিয়াও গাব নোৱাৰে। অসমৰ অসাঁজৰ কেন্দ্ৰত তামিল-তেলেগু গীতৰ শিক্ষা দিয়া হয়—কিন্তু কাৰবি ভাষাৰ গীত এটাৰ শিক্ষা দিয়া নহয়। ভাৰতৰ মাৰ্গ সংগীতৰ বিষয়েও হয়তো সই বহু কথা ক'ব পাৰিম—কিন্তু অসমৰ লোক-সংগীতৰ বিষয়ে হ'লে একোকে ক'ব নোৱাৰিম। সই থকা নগৰখনত আমাৰ ক'বা-হোৱাখিনিবোৰক কথক, ভাৰত নাট্যমৰ শিক্ষা বৰ বহু সহকাৰে দিয়া হৈছে; কিন্তু খেৰাই নাচৰ শিক্ষা দিয়াৰ কথা কোনোদিন ভবাই হোৱা নাই। সেইবুলি অসমৰ মানত নিকৃত 'বাৰ-ঐ-চিখলা' নাচি দেখুৱাবলৈ, 'অবাগ' নাচৰ মানত মঞ্চত কেৱল দূৰ

কণিয়াই, তুঁই কই বেথুৱাবলৈ উচটনি দিব খোজা নাই। অবিহিতে ভমবাগ নাচ নাচিবলৈ হ'লে অভিনয় কৰিবলৈ মতে, বেথাক দেখি নাচিবলৈ মতে নাচনীৰ অৰি কথা জানি লৈ, নাচ সম্পূৰ্ণ আয়ত্ত কৰি সাজে-পোছাকে সম্পূৰ্ণ বিহিং হৈহে নাচিব লাগে। যোৰ সংবাদটোৱে আধিকম একাৰে আঙুলিয়াই যোৱাট ইমচ দিচ বুলি ভুখিলে মই কোনোই কৰ'ম্বাট বুলি ক'ব, কিন্তু 'নালাংথব' বুলি কেতিয়াও নকওঁ। আমি তাত খোৱা কাঁহীৰক আমাৰ ওচৰৰ ঘৰতে যে 'থাংলি' বুলি কয় সেই কথাটোৰ প্ৰতিতো আমি মন দিয়া নাই। পিছে এই গোটেই ব্যৱহাৰোৰৰেই পৰিবৰ্তন ঘটাবৰ হ'ল। ৰাজনৈতিক চেতনা বৃদ্ধিত সময় আৰু শক্তি খৰচ কৰাতকৈ আমি সকলোৰেই সাংস্কৃতিক চেতনা বৃদ্ধিত সময় আৰু শক্তি খৰচ কৰিবৰ হ'ল। ৰাজনৈতিক চেতনা বৃদ্ধিয়ে আমাৰ গোষ্ঠী চেতনা বৃদ্ধি কৰিছে। অত্যধিক গোষ্ঠী চেতনাই যে আমাৰ সকলোৰে সৰ্বনাশ সাধিবলৈ লৈছে—সেই কথা আমি সকলোৰেই গভীৰভাৱে উপলব্ধি কৰিবৰ হ'ল। অৱশ্যে আধুনিক জগতত ৰাজহাড় পোনাই জীয়াই থাকিবলৈ হ'লে আমি ৰাজনৈতিকভাৱেও সচেতন হ'ব লাগিব, জগতে অসমৰ মানুহৰ জীৱন-পদ্ধতি যে দিয়া-লোৱাৰ মাজেদি সমন্বয়ৰ মাজেদি গঢ় লোৱা জীৱন-পদ্ধতি সেই কথাও আমি বাৰে বাৰে মনতে আনিব লাগিব।

পিছে মুখৰ কথাৰে, অমুক কৰিব লাগে তমুক কৰিব লাগে বুলিলে সমন্বয় সাধন কেতিয়াও নহয় বা অসমৰ সংস্কৃতিৰ সমন্বয়াত্মক ৰূপটো কেতিয়াও প্ৰকাশিত নহয়। আমি সকলোৰেই একত্ৰিত হৈ বাস্তৱ ক্ষেত্ৰত কামত অহাকৈ কিৰা কৰিব লাগিব। এই 'কিৰা'বিজ্ঞাকৰ ভিতৰত প্ৰথম হ'ল—এই ভূ-খণ্ডত জীয়াই থাকিবৰ বাবে বিধিমি সুবিধা লাগে তাৰ সৰবিতৰণ হ'ব লাগিব। কোনোবাই মাছে-মঙহে খোৱা, কোনোবাই নিমখ-জলকীয়াই খোৱা আৰু কোনোবাই খাবলৈকে নোপোৱা অৰ্থনৈতিক বৈষম্য দূৰ হ'ব লাগিব। আমি মনত ৰাখিব লাগিব—অৰ্থনৈতিক বৈষম্যই সামাজিক বৈষম্য আনে, সামাজিক বৈষম্যতে সাংস্কৃতিক বৈষম্যৰ সূচনা হয়। আধুনিক যুগৰ কোনোবা এটা কাৰ্যাজ্ঞত আহোম-চুটীয়া-কছাৰী-মটক-মৰাণ-কছাৰী-ৰাভা-মিচিং-বড়ো-ডিমাছা-তিৱা-কাৰ্বিসকলৰ সকলোৰেই জীৱিকাৰ সংস্থান পাব লাগিব। ব্ৰহ্ম-বৈষ্ণৱী-বহুবিধতাবীৰে ভোকৰ্মাৰলেহে যে জীৱিকাৰ সংস্থান পাব লাগে, ভিক্ৰকত কিয় পাব নালাগে? ভিক্ৰকত, শদিয়াত, ডলাপুৰত, ধনাপুৰত সকলোতে সকলোৱে সমান সংস্থান পাব লাগিব। তিনতকৈ এই দিহা কৰিব পাৰে লৌকিকতে এই দিহা এতিয়াই

আজিৰেই কৰি দিয়ক। অৰ্থনৈতিক বৈষম্য দূৰ কৰাৰ পিছতে আমি সামাজিক বৈষম্য দূৰ কৰাত হাত দিব লাগে। সামাজিক বৈষম্য দূৰ কৰাৰ অতি উত্তম উপায় হ'ল পৰস্পৰৰ মাজত বৈবাহিক সম্বন্ধ। অনা-লালুং গাঁও এখনলৈ তিনি-গৰাকী লালুং গাভৰু বিয়া কৰাই অনাৰ পিছত বিটো সোঁত আৰম্ভ হ'ব সেই সোঁতত বৈষম্যৰ জাঁজী সহজেই উটি যাব। এই আলোচনাৰ ভালে ঠাইত আমি অসমৰ জনপ্ৰিয় নাচকেইটিৰ কথা উল্লেখ কৰি আহিছোঁ। পূৰণিৰ মোহনীয় ৰূপটো নষ্ট নোহোৱাকৈ উপযুক্ত কৰিওগ্ৰাফীৰে সজাব পাৰিলে বিশ্বৰ যিকোনো ঠাইৰ দৰ্শকক সেই নাচকেইটিৰে মোহ নিয়াব পাৰি। তাৰ প্ৰমাণ ভাৰতৰ আন আন ঠাইত হোৱা লোক-নৃত্য সমাবোহত আমি বাৰে বাৰে পাইছোঁ। আজি অসম সাহিত্য সভাৰ বৃহৎ মঞ্চটিত অসমৰ সংস্কৃতিৰ সমন্বয়াত্মক ৰূপটো সঠিকভাবে প্ৰতিফলিত কৰিব পাৰিব লাগিব। 'থুবাং'[1] আৰু 'থ্ৰাম'[2] বজাই 'ছুগ্ৰা' নাচ নাচিবলৈ কেইজনমান ডিমা লোকক নিমন্ত্ৰণ কৰি অনাতে, 'অহং' নাচ নাচিবলৈ কেইজনমান কাৰবি ডেকা নিমন্ত্ৰণ কৰি অনাতে আমাৰ দায়িত্ব শেষ কৰিলে নহ'ব। "কাৰবিলকৰ গুৰুত্বপূৰ্ণ উছৱ 'অহং' ডিমাৰ ছাগ্ৰা মিছাবাৰ লগত থকা সাদৃশ্য মন কৰিবলগীয়া। কাৰবিয়ে অহং উছৱ গাঁৱৰ মৰঠা বাংথেৰ ঘৰত পালন কৰে, য'ত কৌটিকলীয়া ঢাল-বাক লৈ কাৰবি ডেকাসকলে নৃত্য কৰি পৰম্পৰা ৰক্ষা কৰি আহিছে।...অধুনা ইয়াক বসন্ত উছৱ বুলি ক'ব পাৰি, য'ত বাংথেৰ ঘৰত ছুদিন মুল পূজা দি ঘৰে ঘৰে গৈ, অসমীয়াৰ হুচৰি মৰাৰ মিচিনাকৈ নৃত্য-গীত কৰাৰ সামাজিক ৰীতিৰ প্ৰচলন আছে।" (লোকনাথ গগৈ) এইবোৰ কথা আমি সমবেত দৰ্শকসকলক জনাব লাগিব, এইবোৰ কথা আমি সাহিত্য সভাৰ মঞ্চৰ পৰা প্ৰচাৰ কৰিব লাগিব। তেহে বাস্তৱ ক্ষেত্ৰত কাম কৰা হ'ব।

---

১. থুবাং = বিজুলী বাঁহৰ ছুটা পাবেৰে সংযুক্ত কৰি সজা ছুই বিন্ধা যুক্ত বীণজ বাহী।

২. থ্ৰাম = ই প্ৰায় খোলটোৰ দৰে। খোল আৰু থ্ৰামৰ মাজত যৎকিঞ্চিত পাৰ্থক্য আছে। খোলৰ ৰবতি মন আৰু ছুই তাজি মুখ দিয়া। কিন্তু থ্ৰামৰ ৰবতি পাতল আৰু ছুই তাজি মুখহীন আৰু মাজটোও দিঙা।

# অসমীয়া সংস্কৃতিৰ সমন্বয়াত্মক ৰূপ

অধ্যাপিকা গীতা উপাধ্যায়

অসমৰ বৈচিত্ৰ্যময় প্ৰাকৃতিক সৌন্দৰ্যৰদৰে অসমীয়া সংস্কৃতিও বৈচিত্ৰ্যপূৰ্ণ। অনেক সৰু সৰু নৈ, জান, জুৰি শাখা-উপশাখা মিলি মহাবাহু ব্ৰহ্মপুত্ৰ যিদৰে সাগৰ সদৃশ ৰূপ লৈ অসমৰ বুকুৰেদি বৈ গৈছে, অসমীয়া সংস্কৃতিও সেইদৰে নানা জাতি-উপজাতিৰ স্বকীয়া সংস্কৃতিৰ উপাদানক সামৰি সমন্বয়ৰ ভেটিত গঢ়ি উঠিছে। ইতিহাসৰ একো একোটা মুহূৰ্তত উত্তৰ-পূৱ, দক্ষিণ আৰু দক্ষিণ-পূৱৰ পৰা নানা জাতি, গোষ্ঠীৰ মানুহ আহি অসমত বসবাস কৰিবলৈ লয়। নৃতত্ত্ববিদসকলে এই মানুহবোৰক আৰ্য-অনাৰ্য, অষ্ট্ৰিক, দ্ৰাবিড়, মঙ্গোলীয় আদি নানা শাখা-উপশাখাত ভাগ কৰিছে। এই সকলো জাতি-উপজাতিৰ ৰক্ত, ভাষা, ধৰ্ম-বিশ্বাস, আচাৰ, ৰীতি-নীতি, সামাজিক, ৰাজনৈতিক ধ্যান-ধাৰণা আৰু জীবন পদ্ধতিৰ সংমিশ্ৰণত এক বিশাল অসমীয়া সংস্কৃতি গঢ়ি উঠিছে। গতিকে এই সংস্কৃতিয়ে সমন্বয়ৰ স্বৰূপ প্ৰকাশ কৰে। সমন্বয়ৰ আদৰ্শত এই সংস্কৃতি জীয়াই আছে আৰু জীয়াই থাকিব লাগিব।

সমন্বয় শব্দই সংগতভাৱে মিলন বা একীভূতকৰণ বুজায়। মিলন আৰু সমন্বয়ৰ ভিত্তিত গঢ় লোৱা সংস্কৃতিৰ আলোচনা কৰাৰ পূৰ্বে যিবোৰ জাতি-গোষ্ঠীৰ অৱদানেৰে সংস্কৃতি গঢ় লৈছে সেইসকলৰ জীবনধাৰা ঘনিষ্ঠভাৱে জনাৰ প্ৰয়োজন; কাৰণ সংস্কৃতিয়ে এটা জাতিৰ চাৰিত্ৰিক অভিব্যক্তি প্ৰকাশ কৰে। সেয়েহে সমন্বয়াত্মক সংস্কৃতিৰ আলোচনাত ভিন্ন ভিন্ন জাতি-গোষ্ঠীৰ অৱদানৰ যথাৰ্থ আৰু নিৰপেক্ষ মূল্যায়ন অপৰিহাৰ্য। সংস্কৃতি চৰ্চাকাৰী-সকলৰ ইতিহাস অধ্যয়ন পদ্ধতি শুদ্ধ আৰু নিৰপেক্ষ হ'লেহে তেনে কাৰ্য সম্ভৱ। অসমৰ বহুতো পণ্ডিত ব্যক্তিয়ে এই দিশত অনুসন্ধানমূলক গভীৰ আলোচনা কৰিছে। সেইসকল পণ্ডিতৰ আলোচনাৰ সহায়ত অসমৰ সংস্কৃতিৰ সমন্বয়াত্মক ৰূপ সম্পৰ্কে সাধাৰণভাৱে ইয়াত আলোচনা কৰাৰ প্ৰয়াস কৰা হৈছে।

সংস্কৃতিৰ মাজেদি এটা জাতিৰ জীৱন স্পন্দন অনুভূত হয়। কিন্তু সংস্কৃতিনো কি বুলি প্ৰশ্ন কৰিলে তাৰ উত্তৰ দিয়া টান। সংস্কৃতি এনে এটা বস্তু যাক লক্ষণৰ দ্বাৰা বুজিব পাৰি, যাৰ বিষয়ে ব্যাখ্যা কৰিবহে পাৰি। ই মূল লেটিন শব্দ cultur-ৰ পৰা অহা। ইংৰাজী culture শব্দৰ সমাৰ্থকৰূপে সংস্কৃতি শব্দ ব্যৱহাৰ কৰা হয়। মূল লেটিন শব্দৰ অৰ্থ হৈছে—কৰ্ষণ কৰা, সংশোধন কৰা বা সংস্কাৰ কৰা। ভাৰতীয় ভাষাত সংস্কৃতি শব্দৰ প্ৰয়োগ নতুন। সংস্কৃত বা পালি প্ৰাকৃত ভাষাত এই শব্দ নাই। শব্দটো নতুনকৈ গঢ়ি তোলা হৈছে। প্ৰথমে প্ৰাদেশিক ভাষা মাৰাঠী সংস্কৃতি শব্দৰ ব্যৱহাৰ হয়। প্ৰসিদ্ধ ভাষাবিদ ড° সুনীতি কুমাৰ চট্টোপাধ্যায়েও পূৰ্বৰ ৰচনাবোৰত culture বুজাবলৈ কৃতি শব্দৰ ব্যৱহাৰ কৰিছিল। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰেও পূৰ্বৰ ৰচনাবোৰত কৃতি শব্দকে ব্যৱহাৰ কৰিছিল। কিছুমানে কালচাৰ শব্দ বুজাবলৈ কৃষ্টি শব্দৰ প্ৰয়োগ কৰিছিল, যেনে—ভাৰতীয় কৃষ্টি। কিন্তু কৃষ্টি শব্দই ইংৰাজী কালচাৰ শব্দৰ সম্পূৰ্ণ ভাব প্ৰকাশ কৰাত সমৰ্থ নহ'ল যেন অনুভৱ হোৱাত সংস্কৃতি শব্দই ৰূপ ল'লে।

সংস্কৃতি আৰু সভ্যতা শব্দ দুটা প্ৰায় যুৰীয়াভাৱে ব্যৱহাৰ হোৱা দেখা যায়। সভ্যতাৰ পৰ্যায়বাচক শব্দৰূপেও সংস্কৃতিৰ ব্যৱহাৰ কৰা হয়। কিন্তু সভ্যতা আৰু সংস্কৃতি—এই দুটা শব্দৰ ব্যুৎপত্তি আৰু অৰ্থ, দুয়োটা দিশত পাৰ্থক্য আছে। অৱশ্যে এইটো ঠিক যে সংস্কৃতিৰ স্বৰূপ বুজিবলৈ হ'লে প্ৰথমে সভ্যতাৰ স্বৰূপ বুজা আৱশ্যক, কিয়নো সভ্যতাৰ ভিতৰৰ পৰাই সংস্কৃতিৰ বিকাশ হয়। কিন্তু যেন বহুতৰ মতে সভ্যতা আৰু সংস্কৃতি সমাৰ্থক নহয়—সভ্যতাই বিশেষ এটা সামাজিক বা ৰাজনৈতিক অৱস্থা বুজায়। ই এটা সমাজ পদ্ধতি। এনেধৰণৰ জীৱন পদ্ধতিৰ জৰিয়তে সংস্কৃত জীৱন সম্ভৱপৰ হয়। সমাজ সভ্য অৰ্থাৎ সুশৃংখল নহ'লে কোনো ব্যক্তি বা অনুষ্ঠানৰ পক্ষে সৃষ্টিমূলক কাম হাতত লোৱা সম্ভৱ নহয়। আনহাতে, সংস্কৃতি হৈছে কোনো এটা জাতিৰ বা সমাজ এখনৰ জীৱন প্ৰতিভা। এটা জাতি সুসভ্য হ'ব পাৰে, কিন্তু তেনে কোনো এটা সাংস্কৃতিক স্তৰ নাথাকিব পাৰে। ভাষা, সাহিত্য, দৰ্শন ইত্যাদি ক্ষেত্ৰত প্ৰকাশ পোৱা প্ৰতিভাই হৈছে জাতি বিশেষৰ সংস্কৃতিক মাপকাঠী। সভ্যতাই সমাজ সুশৃংখল কৰি সংস্কৃতিৰ সৃষ্টি আৰু ৰূপ দিয়াত সহায়তা কৰে। কিন্তু এই কথাও ঠিক যে সভ্যতা আৰু সংস্কৃতিৰ সম্পৰ্ক নিচেই ওচৰৰ। পৰস্পৰে পৰস্পৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে। সভ্যতাৰ

প্ৰকাশৰ লগে লগে সংস্কৃতিৰো বিকাশ হয়। গুহাবাসী মানুহে ঘৰ সাজিবলৈ শিকাটো মানৱ সভ্যতাৰ প্ৰথম খোজ বুলি ক'লে এটা নিৰ্দিষ্ট ৰূপত ঘৰ সজা কাৰ্যক সাংস্কৃতিক ৰুচিৰ প্ৰকাশ বুলিব পাৰি।

কোনো সংস্কৃতিয়েই দহ-বিশ বছৰতে গঢ় লৈ উঠা নাই। একোটা জাতি বা গোষ্ঠীৰ শ শ বছৰ জুৰি চলা আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, খোৱা-বোৱা, প্ৰেম-প্ৰীতি, হাঁহি-কান্দোনৰ মাজেদি সংস্কৃতিয়ে গঢ় লৈছে। অসমীয়া সংস্কৃতি কেইবা শ বছৰ জুৰি হোৱা ভিন ভিন জাতি-গোষ্ঠীৰ সাংস্কৃতিক মিশ্ৰণ, পৰিশোধন আৰু পৰিবৰ্তনৰ ফলশ্ৰুতি। সেই কাৰণে অসমীয়া সংস্কৃতি কাক বোলে বুলি প্ৰশ্ন কৰিলে কোনো এক বিশেষ সংস্কৃতিৰ স্বকীয় ধাৰাটো থাউকতে আঙুলিওৱা কঠিন। অসমীয়া জাতীয় জীৱন আৰু সামাজিক জীৱনত কেনে ধৰণৰ ঐতিহ্য আৰু পৰম্পৰাই বিশেষভাৱে প্ৰভাৱ পেলাই আহিছে, সেই কথা সূক্ষ্মভাৱে বিচাৰ কৰাৰ পিছতহে ইয়াৰ স্বৰূপ সম্পৰ্কে নিৰ্ণয় কৰা সম্ভৱ। প্ৰাচীন কালৰ পৰা অসমলৈ আহি বসবাস কৰা খাচী, গাৰো, মিৰি, কছাৰী, বড়ো, আহোম, ডিমাছা আদি ভিন ভিন নামেৰে পৰিচিত জাতি-গোষ্ঠীবোৰৰ সংস্কৃতিৰ প্ৰভাৱ অসমীয়া সংস্কৃতিত পৰিলক্ষিত হয়।

অষ্ট্ৰিক আৰু তিব্বত-বৰ্মী জনগোষ্ঠী অসমলৈ অহাৰ বহুত পিছত আৰ্যগোষ্ঠীৰ মানুহ অসমলৈ আহে। আৰ্যসকল ভাষা আৰু ধৰ্মীয় দিশত পূৰ্বে অহা অষ্ট্ৰিক আৰু মঙ্গোলীয় জনগোষ্ঠীতকৈ অধিক উন্নত হোৱাৰ বাবে অসমৰ অনেক আদিবাসীয়ে আৰ্য সংস্কৃতি গ্ৰহণ কৰে। খ্ৰীষ্টীয় ত্ৰয়োদশ শতিকাৰ আৰম্ভণিতে মঙ্গোলগোষ্ঠীৰ আহোমসকল অসমলৈ আহে আৰু প্ৰায় ছশ বছৰ অসমত ৰাজত্ব কৰে। মুছলমানসকল একাদশ-দ্বাদশ শতিকা মানৰ পৰা অসমলৈ আহিবলৈ আৰম্ভ কৰিছিল যদিও সপ্তদশ শতিকাৰ মাজভাগত মুছলমান আক্ৰমণকাৰীৰ লগত অহা এচাম মুছলমান মানুহ অসমত নিগাজীকৈ বসবাস কৰিবলৈ লয়। উনৈশ শতিকাৰ আৰম্ভণিত আগাপিছাকৈ আৰু কেইটামান জনগোষ্ঠীৰ মানুহ জীৱিকাৰ প্ৰয়োজনত বা অন্যান্য কাৰণত অসমলৈ আহে। সেইসকলৰে নেপালী জনগোষ্ঠী, চাহ-শ্ৰমিকসকল, মাৰোৱাৰী, শিখ, পমুৱা মুছলমান, ধৰ্ম প্ৰচাৰৰ বাবে অহা খ্ৰীষ্টান মিচনেৰী আৰু ইংৰাজ আৰু বঙালী সমাজেও অসমৰ ভাষা-সংস্কৃতিত অৰিহণা যোগায়। এই সকলো জনগোষ্ঠীৰ অৱদানৰ আলোচনাৰ যোগেদিহে অসমৰ সংস্কৃতিৰ সমন্বয়াত্মক স্বৰূপ বুজি উঠা সম্ভৱ।

ভাষা, সংস্কৃতিৰ বাহন আৰু উপাদানও। ভাষা বিকাশৰ ইতিহাসে সংস্কৃতিৰ

মিশ্ৰণ আৰু সমন্বয়ৰ স্বাক্ষৰ বহন কৰে। আৰ্য ভাষা মাগধী অপভ্ৰংশৰ পৰা প্ৰাচীন অসমীয়া ভাষাৰ জন্ম হৈছে। পণ্ডিতসকলৰ মতে পোন প্ৰথমে অসমলৈ অহা আৰ্যগোষ্ঠীৰ লোকে এই অপভ্ৰংশ ভাষা লৈ অসমলৈ আহিছিল। কাল-ক্ৰমত সেই ভাষাই কছাৰী, চুতীয়া, কোঁচ ৰাজবংশী আৰু অৱশেষত আহোম ৰজাৰ পৃষ্ঠপোষকতাত স্থায়ী অসমীয়া ভাষাৰ ৰূপ লয়। কিন্তু আৰ্যসকল অসমলৈ অহাৰ বহু পূৰ্বৰ পৰা অষ্ট্ৰিক, চীন-তিব্বত আৰু তিব্বত-বৰ্মীয় গোষ্ঠীৰ বড়ো, কছাৰী, খাচী, ডিমাছা আদি গোষ্ঠীৰ জনজাতীয় লোকসকল বাস কৰিছিল আৰু তেওঁলোকৰ ভাষা প্ৰচলিত আছিল। পতঞ্জলিয়ে উল্লেখ কৰিছে যে পূৰ্বৰ জাতি-বিলাকে এক বিকৃতৰীয়া ভাষা কৈছিল। সেই ভাষা-ভাষী লোকৰ "ৰ" উচ্চাৰণ ভালদৰে নুফুটে। সপ্তম শতিকাত অসমলৈ অহা হিউৱেনচাঙে অসমত প্ৰচলিত ভাষা আৰ্যাবৰ্তত প্ৰচলিত ভাষাতকৈ পৃথক আছিল বুলি উল্লেখ কৰিছিল। যি কি নহওক, বৰ্তমান অসমীয়া ভাষাত অসমৰ এই প্ৰাচীন জনগোষ্ঠীৰ অনেক শব্দ সোমাই পৰিছে। সেই কাৰণে ৰূপগত, ধ্বনিগত আৰু শব্দভাণ্ডাৰ—এই তিনিওটা দিশত জনজাতীয় প্ৰভাৱ অসমীয়া ভাষাত সুস্পষ্ট। আৰ্যমূলৰ ভাষা হোৱা সত্বেও অসমীয়া ভাষাত মূৰ্দ্ধণ্য আৰু তালব্য ধ্বনি অনুপস্থিত। এই দুয়োটা ধ্বনিৰ সলনি দন্তমূলীয় ধ্বনি উচ্চাৰিত হয়। এইটো তিব্বত-বৰ্মী ভাষাৰ প্ৰভাৱৰ ফল। ড° বাণীকান্ত কাকতিৰ মতে "অসমীয়া ভাষাটো বিভিন্ন অনা-আৰ্য ভাষাৰ মাজত এটা সৰু দ্বীপ।"

ড° সুনীতি কুমাৰ চট্টোপাধ্যায়, ড° বাণীকান্ত কাকতি, বিষ্ণু ৰাভা আদিয়ে জনজাতীয় ভাষাৰ শব্দবোৰ কেনেদৰে আৰ্যকৰণ হৈ অসমীয়া ভাষাত সোমাই পৰিছে সেই বিষয়ে বিশ্লেষণ কৰি দেখুৱাইছে। ড° বাণীকান্ত কাকতিৰ মতে অসমীয়া ভাষাত পৰ্বত বুজোৱা আৰু পৰ্বতৰ লগত সম্বন্ধ থকা বহুত শব্দ, যেনে—টিলা, টিং, টিপ, মৈদাম, অষ্ট্ৰিক ভাষাৰ শব্দ। প্ৰাগজ্যোতিষপুৰ (পাহাৰী ঠাই), তেজপুৰ (সাপৰ ঠাই) অষ্ট্ৰিক শব্দ। লুইত (পবিত্ৰতাৰ পানী) টি লাওৰ পৰা অহা বড়ো শব্দ।

গণ সংস্কৃতিৰ সাধক বিষ্ণুপ্ৰসাদ ৰাভাই অসমৰ বহুতো নদ-নদী ঠাইৰ নাম কি ধৰণেৰে জনতাৰ মুখত ৰূপান্তৰিত হৈ আৰ্যকৰণ হ'ল সেই সম্পৰ্কে ব্যাখ্যা কৰিবলৈ প্ৰচেষ্টা চলাইছিল। তেওঁৰ মতে ভৰলু নৈ ভল্লি বুঢ়ীৰ পৰা আহিছে। বড়োসকলৰ মতে খামখাইখা (কামাখ্যা) বড়োসকলৰ কেচাইখাতী গোসাঁনীৰ স্থান হ'ব পাৰিব, তাৰ কাৰেদি তেওঁৰ সঙ্গিনী ভল্লি বুঢ়ী বৈ যাবই। 'বৰবৈচিলা'

-বড়ো শব্দ। বৰ মানে বতাহ, দৈ মানে পানী আৰু চিলৰ মানে চিথ্‌লা গাভৰু অৰ্থাৎ ধুমুহা বৰষুণৰ গোসাঁনী। ব্ৰহ্মপুত্ৰ বড়ো শব্দ ভুলুঙ বুথুৰৰ পৰা অহা।

'দি' উপসৰ্গ দি অহা নৈৰ নাম—দিখৌ, দিচাং, দিবং, দিহিং আদি বড়ো ভাষাৰ শব্দ। খাচী ভাষাৰ পৰাও অসমীয়া ভাষালৈ অহা শব্দ বহুত আছে—কিংথাপ, থং, ডিঙা, জপা ইত্যাদি সেই ভাষাৰ শব্দ। কাবেং, ফেং, ফেকা, পোথা আদি শব্দ আহোম ভাষাৰ পৰা আহিছে। কোল-মুণ্ডাৰী, মালয়, দ্ৰাবিড় ভাষাৰ শব্দও অনেক সোমাই পৰিছে। ভাৰতৰ অন্যান্য ভাষাৰ শব্দৰ লগতে ইংৰাজী, ফৰাচী আদি ভাষাৰ শব্দও আধুনিক অসমীয়া ভাষাত ব্যৱহাৰ কৰা হয়। মুছলিমসকল অসমলৈ অহাৰ পিছত আৰবী, ফাৰ্চী, তুৰ্কী ভাষাৰ শব্দও অসমীয়া ভাষাত সোমাই পৰিছে। ৰাজবিষয়াৰ পদৱী বুজোৱা দেৱান, তালুকদাৰ, হাকিম, চৰ্দাৰ, পেচকাৰ, দাৰোৱান, উকীল আদি শব্দ ফাৰ্চী ভাষাৰ পৰা আহিছে। কাছাৰী, আদালত আদিত ব্যৱহাৰ হোৱা শব্দবোৰ, যেনে—মহকুমা, জিলা, চৰকাৰ, আইন-কানুন, আদালত, দলিল, মোকৰ্দমা, নালিচ, বাজেয়াপ্ত, বৰখাস্ত, কৈফিয়ৎ, জৰিমনা, খাজানা, খাজাঞ্চি, জৰীপ, বন্দোবস্ত, জমাবন্দি, মাচুল, খাৰিজ ফাৰ্চী শব্দ। ব্যৱসায়-বাণিজ্য সম্পৰ্কীয় কামত ব্যৱহাৰ হোৱা দোকান, দোকানদাৰ, খৰিদ্দাৰ, মিস্ত্ৰি, চিকাৰী, কাৰিগৰ, দৰ্জি আদি শব্দও ফাৰ্চী ভাষাৰ। শিক্ষা-সংস্কৃতি বিষয়ৰ শব্দবোৰ—কিতাপ, কলম, চিয়াহী, দোৱাত, লেকাফা, খবৰ আদিও ফাৰ্চী ভাষাৰ। কানি-কাপোৰ সম্বন্ধীয় পৰ্দা, লুঙি, কুৰ্তা, কামিজ, পায়জামা, মোজা, গালিচা আৰু বিলাসৰ সামগ্ৰী বাচন-বৰ্তন বুজোৱা শব্দ—আইনা, আতৰ, মেজ, ডেক্‌চি, চামোচ, পিয়লা ফাৰ্চী ভাষাৰ শব্দ। এনে ধৰণৰ সদায় ব্যৱহাৰ হোৱা আৰু বহুত ফাৰ্চী শব্দ সাবটি অসমীয়া ভাষাই বৰ্তমানৰ ৰূপ পাইছে।

অসমীয়া ভাষাত সোমাই পৰা ইউৰোপীয় ভাষাৰ ভিতৰত ইংৰাজী ভাষাৰ শব্দ অধিক। চিনেমা, ফেচন, চক-পেন্সিল, ৰেল, চোৱেটাৰ, মাফলাৰ, পেঞ্জি, চেণ্ডেল, বুতাম, ফ্ৰক, ব্লাউজ, চচ্‌পেন, কেট্‌লি, গিলাচ আদি দৈনন্দিন ব্যৱহাৰ হোৱা শব্দবোৰ ইংৰাজী ভাষাৰ পৰা আহিছে। তদুপৰি লুচিৱালা, কাগজ-ৱালা, হাইজা, মহল্লা, আপোচ আদি হিন্দী শব্দ। ভেজাল, কেলেংকাৰী আৰু ৰসগোল্লা, মিহিদানা আদি মিঠাই বুজোৱা বঙালী শব্দ আৰু টাপু, খেতি-খোলা আদি নেপালী শব্দও সোমাই পৰিছে। এই শব্দৰ ৰূপ-বৈচিত্ৰ্যই অসমীয়া ভাষাক এক বিস্তৃত শব্দ-ভাণ্ডাৰ প্ৰদান কৰিছে।

ভাষাৰ গতি নৈৰ দৰে প্ৰবহমান। বহু নৈ, উপনৈ দুকূল সাৱৰি সাগৰৰ

অভিমুখে বৈ যোৱা নৈৰ দৰেই ভাষাৰ বিকাশৰ স্বৰূপ সংগ্ৰাহক কিন্তু একোটা নৈ বা সুঁতিয়ে বৰনৈৰ লগত সম্পূৰ্ণৰূপে মিলি নোযোৱালৈকে স্বকীয়া অস্তিত্বৰ চিন ৰাখি যোৱাৰ দৰে সংমিশ্ৰণ আৰু সমন্বয়ৰ মাধ্যমেৰে গঢ় লোৱা ভাষা-সংস্কৃতিয়ে অন্য ভাষা-সংস্কৃতিৰ অস্তিত্ব স্বীকাৰ কৰাৰ প্ৰয়োজন থাকে। বহু-সময়ত একোটা ভাষা ভিত্তিক জাত্যাভিমানৰ তীব্ৰতাই ভাষাৰ পৰিসৰ সঙ্কুচিত কৰি বিলয়ৰ ক্ৰমত থকা জাতি-গোষ্ঠীক অধিক আত্মসচেতন কৰি তোলাৰ সম্ভাৱনা বৃদ্ধি কৰে। গতিকে ভাষাৰ স্থিতিস্থাপকতা সম্পৰ্কে সংশ্লিষ্ট সকলোকে আশ্বস্ত কৰাৰ দায়িত্ব গৰিষ্ঠ ভাষিক গোষ্ঠীটোৱে লোৱাটো কৰ্তব্য হৈ পৰে। বিগত দশকবোৰত জনজাতীয় ভাই-ভনীসকলৰ মাজত গা কৰি উঠা ভাষিক সাংস্কৃতিক আত্মপ্ৰতিষ্ঠাৰ দাবীৰ অন্তৰালত একধৰণৰ উগ্ৰ ভাষিক জাতীয়তাবাদৰ ধাৰণাই ক্ৰিয়া কৰি আছে বুলি কাকতে-পত্ৰই সঘনে উত্থাপিত হোৱা অভিযোগবোৰ এই ক্ষেত্ৰত মন কৰিবলগীয়া কথা।

ইতিহাসে লিপিবদ্ধ কৰিবলৈ আৰম্ভ কৰাৰ বহু পূৰ্বৰ পৰা অসমৰ সহজ-সৰল জনজাতীয় মানুহে সংস্কৃতিৰ উপাদানবোৰক স্বাভাৱিক ৰূপত বিনিময় ঘটাই সমন্বয়ৰ আদৰ্শেৰে অসমীয়া সংস্কৃতিৰ বৰ্ণাঢ্য ৰূপ গঢ়িবলৈ আৰম্ভ কৰিছিল। অসমীয়া সংস্কৃতিৰ প্ৰায় সৰ্বত্ৰ কৃষিজীৱী জনজাতীয়, বিশেষকৈ মঙ্গোলীয় গোষ্ঠীৰ লোকৰ প্ৰভাৱ সুস্পষ্ট। খাদ্যকে আদি কৰি জীৱনৰ বিভিন্ন আহিলা সংগ্ৰহৰ পদ্ধতিয়ে একোদল মানুহৰ সাংস্কৃতিক পৰিচয় বহন কৰে। দলগতভাৱে মাছ মৰা, কাম কৰা আদি অসমীয়া সমাজৰ বৈশিষ্ট্যও জনজাতীয় সমাজৰ অৱদান। কৃষি কাৰ্যত ব্যৱহাৰ হোৱা সা-সঁজুলি, যেনে—হাল, কোৰ, কাচি, বৈ আৰু কৃষি পদ্ধতিও মঙ্গোলীয় গোষ্ঠীৰ অৱদান বুলি কোৱা হয়। ধান খেতি, চাহ খোৱা অভ্যাস, ঘৰুৱা বয়ন শিল্প আদি মঙ্গোলীয়সকলৰ অৱদান। এৰি, পাট, মুগা আদি ক্ৰিমি বা পোকৰ পৰা হোৱা কাপোৰ শিল্প মঙ্গোলীয়সকলে চীন দেশৰ পৰা ভাৰতলৈ আনে। বাঁহক কেন্দ্ৰ কৰি গঢ়ি উঠা সংস্কৃতি, যেনে—বাঁহেৰে ঘৰ-দুৱাৰ সজা, খিৰিকী বিহীন থকা ঘৰ, চাং পাতি ভঁড়াল সজা, বেৰা-চকোৱা আদি দিয়া, শৰাই-পাচি আদি দৈনন্দিন জীৱনত ব্যৱহৃত বস্তুবোৰ সজা পদ্ধতিও মঙ্গোলীয় সংস্কৃতিৰ অৱদান। বাঁহেৰে সজা বাজনা, বাঁহী, গগনা, টোকাৰীও জনজাতীয় অৱদান। অসমীয়া সংস্কৃতিৰ অবিচ্ছেদ্য অঙ্গ আৰু সংস্কৃতিৰ প্ৰতীক ৰূপে ব্যৱহাৰ হোৱা গামোচাৰ কথাই ধৰা যাওক—এই গামোচাত বচা ফুল, কাপোৰত তোলা ফুলৰ চানেকিবোৰ, অসমীয়া নাৰীৰ সাজৰ অপৰিহাৰ্য অংশ বিহা-

কাপোৰত বচা ফুলৰ ৰঙা-হালধীয়া-ক'লা ৰং আদিও মঙ্গোলীয়সকলে' দি অহা বস্তু বুলি' কোৱা হয়।

তামোল-পাণক কেন্দ্ৰ কৰি অসমীয়া লোক-সংস্কৃতিৰ তালেখিনি গঢ়ি উঠিছে। বিয়াৰ সময়ত কইনাৰ ঘৰলৈ ঠেক তামোল নিয়া, দৰা-কইনাৰ মাজত তামোল-কটাৰী সলোৱা, গুৰুৰ ঘৰলৈ গুৱা-পাণ আগবঢ়োৱা, তামোল-পাণ দিয়া, আঁঠু লৈ বঁটা-শৰাইৰে মান ধৰা ইত্যাদি জনজাতীয় লোকৰ পৰা অহা, কাৰণ আৰ্য গোষ্ঠীৰ লোকসকলৰ এনে প্ৰথা নাছিল। ঘৰৰ তিৰোতাই আঁঠু লৈ অতিথিক খাবলৈ দিয়াৰ ৰীতিও মঙ্গোলীয় ৰীতিৰ স্মাৰক। আমাৰ সভাই-সমিতিয়ে' সজা গেট-তোৰণবোৰত ওৰনি কৰা জকমকীয়া ফুলাম জাপিটোও কৃষিজীৱী মঙ্গোলীয়ই ৰ'দে-বৰষুণে মূৰত লোৱা জাপিটোৰে শিল্পী মন দিয়া শৈল্পিক ৰূপ।

ৰন্ধন-প্ৰকৰণ আৰু খাদ্য তালিকাত ব্যৱহাৰ হোৱা খাদ্য সামগ্ৰীবোৰে একোটা সমাজৰ' পৰিচয় বহন কৰে। অসমৰ খাদ্য তালিকাত থকা বেতগাজ, খৰিচা, সান্দহ গুড়ি, চুঙা পিঠা, চুঙা চাউল মঙ্গোলীয় গোষ্ঠীৰ অৱদান।

অষ্ট্ৰিক গোষ্ঠীৰ অনেক শব্দ আৰু আচাৰ-ৰীতি অসমীয়া সমাজত লীন গৈছে। কল, নাৰিকল, তামোল বুজোৱা শব্দ অষ্ট্ৰিকৰ পৰা আহিছে। ফল-ফুল আদি উপচাৰেৰে পূজা কৰাৰ প্ৰচলন, মাঙ্গলিক কামত সেন্দুৰ-হালধি ব্যৱহাৰ কৰা প্ৰচলনো অষ্ট্ৰিক ৰীতিৰ স্মাৰক। ধেনু-কাঁড়, যাটলুঙটি আদি চিকাৰৰ সজুঁলি, বিভিন্ন প্ৰকাৰৰ দা এই গোষ্ঠীৰ দান। অসমৰ কৃষি সভ্যতাৰ মূলতো অষ্ট্ৰিক-সকলৰ অৱদান অধিক। নাঙল শব্দটোও অষ্ট্ৰিকৰ পৰা আহিছে। জনজাতীয়-সকলৰ মাজত প্ৰচলিত ঝুম খেতিৰ প্ৰথা অষ্ট্ৰিকসকলৰ দান। শিৱপূজাৰ প্ৰচলনো অষ্ট্ৰিকসকলৰ পৰা আহিছে বুলি অনুমান কৰা হয়। ৺বেণুধৰ শৰ্মাৰ মতে—বিচাগাৰৰ বিচা বিহু, চিংফৌৰ সীহ, তাম, ৰূপ, গাৰোৰ দা-কটাৰী, নগাৰ জোং, নগাখাঠী, খামতিৰ দা, মিচিমিৰ মিচিমি তিতা, আবৰৰ জিম কাপোৰ জৈয়ামলৈ পৰ্বতীয়া জাতিৰ দান। এইদৰে নানা জাতি-উপজাতিৰ সংস্কৃতি আহিলাবোৰ অসমীয়া সমাজলৈ আহিছে। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ ভাষাত—"এক দেহে হ'লো লীন।"

অসমীয়া জাতি আৰু সংস্কৃতিক গঢ় দিয়াত' মঙ্গোলীয় গোষ্ঠীৰ আহোম-সকলৰ অৱদান আটাইতকৈ বেছি। আহোমসকলে এক ভাষা আৰু এক জাতিৰ ভিত্তিত উত্তৰ-পূৰ্বাঞ্চলৰ এই ভূখণ্ড অসম নামৰ এক স্বকীয়া পৰিচয় প্ৰদান কৰে। আহোমসকলৰ শক্তি আৰু সাহসিকতাক সুঁৱৰিবলৈ' [illegible]

অসম শব্দৰ উৎপত্তি বুলি কোৱা হয়। তাৰ পূৰ্বে অসমক প্ৰাগজ্যোতিষপুৰ আৰু কামৰূপ নামেৰে জনা গৈছিল। আহোমসকলে অসমক শদিয়াৰ পৰা ধুবুৰীলৈকে এক শাসনতন্ত্ৰৰ তললৈ আনি এক অসমীয়া ভাষাৰ পৃষ্ঠপোষকতা কৰিলে। শৃংখলাবদ্ধ শাসনতন্ত্ৰ, নিৰ্দিষ্ট উত্তৰাধিকাৰ নীতি, উদাৰনৈতিক দৃষ্টিভংগী আৰু প্ৰজাৰ লগত থকা নিবিড় সম্পৰ্কই আহোমসকলক দীঘলীয়া সময়লৈকে শাসন কৰাৰ সামৰ্থ্য প্ৰদান কৰিছিল। আহোম শাসন পদ্ধতিত কিছুমান মৌলিক শ্ৰেষ্ঠত্ব থকাৰ কথা লৰ্ড উইলিয়াম বেন্টিংকেও স্বীকাৰ কৰিছিল।

অসমীয়া মানুহৰ মৰ্যাদাসূচক পদবীবোৰ, যেনে—বৰগোহাঁই, বুঢ়াগোহাঁই, বৰুৱা, ফুকন, শইকীয়া, বৰা, হাজৰিকা, কাকতি, কটকী আদি আহোম যুগৰ সৃষ্টি। অসমীয়া সংস্কৃতিলৈ আহোমসকলৰ অন্যতম শ্ৰেষ্ঠ অবদান হ'ল বুৰঞ্জী লিখা প্ৰথা। গাঁও সংগঠনৰ ক্ষেত্ৰত আহোমসকলৰ সুকীয়া কচি আৰু পৰিকল্পনাৰ পৰিচয় পোৱা যায়। প্ৰাচীন কালৰ এক বৰ্ণ এক বৃত্তি ভিত্তিক গাঁও ব্যৱস্থাৰ সলনি বিভিন্ন জাতি আৰু বৃত্তিৰ মানুহক একে গাঁৱত বথাৰ ৰীতিৰে আহোম ৰজাই গাঁও স্থাপন কৰিছিল। এই ৰীতিৰ সুফল স্বৰূপে অসমত অস্পৃশ্যতা আৰু বৰ্ণ-বৈষম্যই শিপাবলৈ সুযোগ নাপালে। যেওধাই অসম বুৰঞ্জীত মোমাই তামুলী বৰবৰুৱাই কেনেদৰে গাঁও সংগঠন কৰিছিল সেই বিষয়ে সুন্দৰ বিবৰণ পোৱা যায়। পৰ্বত-ভৈয়ামৰ মাজত সম্বন্ধ সুদৃঢ় কৰাৰ ক্ষেত্ৰতো আহোম ৰজাৰ অবদান উল্লেখযোগ্য। ৺বেণুধৰ শৰ্মাই লিখিছে, "আহোম ৰজা চুকাফাৰ দিনত ভৈয়াম আৰু পৰ্বতীয়া লোকসকলৰ মাজত ঘনিষ্ঠতা আৰু বিশ্বাসপৰায়ণতা বৃদ্ধি পায়।"

অসমৰ স্থাপত্য শিল্প-ভাস্কৰ্য, নগৰ পৰিকল্পনা আদিতো আহোমৰ অবদান অধিক। মঙ্গোলীয় স্থাপত্যৰ লগত মোগল ধাৰাৰ সংমিশ্ৰণ ঘটাই আহোমৰ দিনত অনেক দৌল-দেৱালয় আদি সাজি এক বিশিষ্ট স্থাপত্য শিল্পধাৰা সৃষ্টি কৰা হৈছিল।

অসমত নাৰীৰ স্থান ভাৰতবৰ্ষৰ অন্যান্য ঠাইৰ তুলনাত স্বাধীন আত্ম-নিৰ্ভৰশীল। তাৰ প্ৰধান কাৰণ হৈছে—মঙ্গোলীয় সংস্কৃতিৰ প্ৰভাৱ। অসমত যৌতুক প্ৰথা নাই বুলিব পাৰি। নাৰীয়ে পুৰুষৰ সমানে পথাৰত কাম কৰা প্ৰথা জনজাতি সমাজত পুৰণি কালৰ পৰাই প্ৰচলিত। জনজাতি সমাজত কৃষি-কৰ্মক আত্যাভিমান বা আভিজাত্যৰ লগত সম্পৰ্কিত কৰা হোৱা নাছিল বাবেই

আহোম যুগত বজা-ৰজীয়া নাৰীয়েও অন্যান্য তিৰোতাৰ দৰে খেতি-বাতি আৰু বোৱা-কটাত অংশ গ্ৰহণ কৰিছিল বুলি উল্লেখ পোৱা যায়। এই কৰ্ম স্বাতন্ত্ৰ্যই নাৰীক সামাজিক স্বতন্ত্ৰতা দিছিল। আহোম যুগৰ নাৰীয়ে যুদ্ধ ক্ষেত্ৰত পুৰুষৰ সমানে ভাগ লোৱা আৰু ৰজা হৈ ৰাজপাটত উঠি শাসনৰ বাগডৰী হাতত লোৱা কাৰ্যবোৰে অসমীয়া নাৰীৰ স্বাধীন চিন্তা-চেতনাৰ এক গৌৰৱোজ্জল পৰিচয় দাঙি ধৰে।

নৃত্য-গীত আৰু উৎসৱ-পাৰ্বণবোৰে সমন্বয়ৰ ভেটি সুদৃঢ় কৰে। গীতৰ স্বৰৰ কোনো ভাষা নাথাকে, আনন্দ প্ৰকাশ কৰা দেহ-ভঙ্গিমাবো স্বকীয়া পৰিচয় নাথাকে। কৃষিজীৱী অসমীয়া জনগোষ্ঠীৰ উৎসৱ-পাৰ্বণবোৰ নৃত্যগীত প্ৰধান। অসমৰ বিহু এনে এটা উৎসৱ য'ত থলুৱা কৃষিজীৱী জনগোষ্ঠীবোৰৰ নৃত্য-ভঙ্গিমা লয়লাস আৰু ভাবৰ মণিকাঞ্চন সংযোগ ঘটিছে। মূলতঃ কৃষিজীৱী জনগোষ্ঠীয়ে কৃষি উৎপাদন বৃদ্ধিৰ উদ্দেশ্যে পালন কৰা এই উৎসৱ এতিয়া অসমৰ জাতীয় উৎসৱ—সকলো জাতি-গোষ্ঠীৰ উমৈহতীয়া উৎসৱ। বিহু-গীতৰ সুৰ আৰু ঢোল-পেঁপাৰ মাত শুনিলে তাহানিতে গৌড়ৰ পৰা অহা কেৰামত আলি, নেপালৰ পৰা অহা বীৰ বাহাদুৰ, বিহাৰৰ হৰিবিলাস, চাহ জনজাতিৰ ঝুমুক তাঁতী, শিখ সম্প্ৰদায়ৰ হৰভজন সিং আদি সকলোৰে গা-মন নাচি উঠে। অসমৰ ভিন ভিন জাতি-গোষ্ঠীৰ মাজত বিহুক লৈ গীত-মাতও ৰচিত হৈছে। চাহ জনজাতিৰ লোকে ঝুমুৰ উৎসৱত গোৱা তেনে এপাৰী গীতৰ নমুনা এই ধৰণৰ—

"আসাম দেশৰ বৈশাখ পৰব
লাগে বৰ ভাল
ঢল বাজে পেপা বাজে
আৰ বাজে কৰ তাল।"

নেপালী উৎসৱ 'ভৈলী'তো মাঘ বিহুত ভোজ-ভাত খোৱা আৰু ব'হাগ বিহুত বিহু নচাৰ কথা উল্লেখ কৰি নেপালী ডেকাই গায়—

"মাঘৈকো বিহু দেউচিবি বায়
ভোজ ভাতে খালে দেউচিবি বায়
বৈশাখে বিহু দেউচিবি বায়
নাচৈনে জানে দেউচিবি বায়"

বিহুৰ দৰে কাতি, দুৰ্গাপূজা, দেৱালী, বুদ্ধ পূৰ্ণিমা, বৰদিন, ঈদ আদি

সৰ্বভাৰতীয় উৎসৱে অসমীয়া উৎসৱৰ ব্যাপকতা লাভ কৰিছে। যেনে যে কি, কৰম পূজা, আলি আই লিগাং, গুৰু নানকৰ জন্মদিন, জাহুতেকৰ জন্মদিন, মহাবীৰ জয়ন্তী আদি অসমৰ বিভিন্ন জনগোষ্ঠীয়ে পালন কৰা উৎসৱত অন্য সম্প্ৰদায়ৰ যোগদান অধিক হৈছে।

শংকৰদেৱৰ নৱবৈষ্ণৱ ধৰ্মই অসমীয়া সংস্কৃতিৰ আবেগিক, আনুভূতিক আৰু আধ্যাত্মিক ঐক্য সাধনত বিপুল বৰঙণি আগবঢ়াইছে। অসমীয়া সংস্কৃতিয়ে খ্ৰীষ্টীয় প্ৰথম আৰু দ্বিতীয় শতিকাৰ পৰা গঢ় ল'বলৈ আৰম্ভ কৰে বুলি অনুমান কৰা হয় যদিও ধৰ্ম বিশ্বাসৰ ভেটি বহু বিভক্ত আছিল। শাক্ত, শৈৱ আদি অনেক ধৰ্ম আৰু ধৰ্মীয় অনুষ্ঠান প্ৰাচীন কামৰূপত প্ৰচলিত আছিল। আহোম ৰজাসকল প্ৰশাসনিক ঐক্য সাধনত বহুদূৰ সফল হৈছিল যদিও জনমানসৰ আধ্যাত্মিক ঐক্য সাধন হোৱা নাছিল। মহাপুৰুষ শংকৰদেৱে পোনপ্ৰথমে অসমীয়া মানুহৰ ধৰ্মবিশ্বাসক সুসংগত ৰূপ দিলে।

এই মহাপুৰুষজনাই অসমৰ জাতি-জনজাতিৰ সংস্কৃতিৰ নানা ধৰণৰ উপাদান সংগ্ৰহ কৰি এটা নতুন অসমীয়া সংস্কৃতিৰ গঢ় দিলে। শংকৰদেৱে জনজাতীয় মৰং ঘৰৰ আৰ্হিৰে নামঘৰৰ পৰিকল্পনা কৰিলে আৰু এই নামঘৰে অসমীয়া সাহিত্য কলা, নৃত্য-গীত চৰ্চাৰ কেন্দ্ৰবিন্দু হৈ পৰিল। গাৰোৰ গোবিন্দ, মিৰিৰ জয়হৰি, ভোটৰ দামোদৰ, নগাৰ নৰোত্তম, কছাৰীৰ ৰমাই, কৈৱৰ্তৰ পূৰ্ণানন্দ, বণিয়াৰ হৰিদাস, যৱনৰ চান্দ খাঁ, ব্ৰাহ্মণৰ ৰাম ৰাম গুৰু, মহেন্দ্ৰ কন্দলী আদিক একেখন আসনত বহুৱাই জাতি-বৰ্ণহীন সমাজৰ আদৰ্শ দাঙি ধৰিলে। শংকৰদেৱৰ উদাৰ দৃষ্টিভঙ্গীৰ বাবে সত্ৰীয়া সংগীত-নৃত্যৰ সাজ-পোছাকত মোগলৰ সাজ-পাৰৰ চাপ পৰিল। জনজাতীয় বাদ্যই বৰগীত-ভাওনাৰ বাদ্যৰ মৰ্যাদা লাভ কৰিলে। জনজাতিসকলৰ আস্থা আৰু বিশ্বাসৰ কাষ চপাৰ উদ্দেশ্যৰে ভাগৱতৰ ভাষান্তৰ কৰোঁতেও অসমৰ জাতি-উপজাতিৰ নাম দি পদ ৰচনা কৰিলে। ভাগৱতৰ দ্বিতীয় স্কন্ধত এইদৰে লিখিছে—

"কিৰাত কছাৰী খাসি গাৰো মিৰি
যৱন কংক গোৱাল।
অসম মলুক ৰজক তুৰুক
কুবাচ ম্লেচ চণ্ডাল॥"

মুছলমানসকল অসমৰ মেখত ম'ঙ্গলীয়া জনগোষ্ঠী। আক্ৰমণকাৰী হৈ অহা জাতি এটাৰ বংশধৰসকলে পাছলৈ স্বজাতিৰ আক্ৰমণ প্ৰতিহত কৰিছিল যুদ্ধ কৰি

প্ৰাণ আহুতি দিয়াৰ উদাহৰণেৰে অসমত মুছলমান আগমনৰ ইতিহাস খচিত হৈছে। চাহাবুদ্দিন তালিচ নামৰ বুৰঞ্জীবিদৰ মতে ১৬৩১ চনত মিৰজুমলাৰ অসম আক্ৰমণৰ সময়ত অসমলৈ আহি যুদ্ধবন্দীৰূপে ৰৈ যোৱা মুছলমানৰ সন্তি-সন্ততিয়েই হৈছে অসমৰ মুছলিম সমাজ। শব্দ-ভাণ্ডাৰ, ৰাজকীয় শাসন-পদ্ধতি, খাদ্য-তালিকা, অসমীয়া সাজ-পোছাক, আদৱ-কায়দা, গীত-মাত আদিত মুছলিম-সকলৰ বহুত অৱদান সোমাই আছে। সেইদৰে মুছলিম সমাজে অসমীয়া ভাষাক, সংস্কৃতিক আপোন কৰি লৈ অসমীয়া সমাজৰ অবিচ্ছেদ্য অঙ্গ হৈ পৰিছে। চাহাবুদ্দিন তালিচৰ বিৱৰণ মতে "অসমৰ মুছলমান মানুহবোৰ বেলেগ হৈ থাকিল।" তেওঁ আকৌ লিখিছে—"ভিতৰ গোহ ল'ব লোকোৰা অসমীয়াই মুছলমানৰ প্ৰভাৱত পোলাও-কোপ্তা-কাবাবৰ সোৱাদ ল'বলৈ আৰম্ভ কৰিছে। মুছলমান সমাজেও খাৰলি, খৰিচা, কোমল চাউল, শাক আৰু নানা তৰহৰ পিঠা-পনাৰ জুতি পালে। মুছলমানৰ পৰা অসমীয়া মানুহে আতৰ, চুৰ্মা, জোতা ব্যৱহাৰ কৰিবলৈ শিকিলে। আতৰ দানী, নিৰখদানা, পিকদানী অসমীয়া সমাজলৈ আহিল। ডা-ডাঙৰীয়াৰ সাজৰ আৰু যুৱৰ পাগৰীৰ লগত মোগল পোছাকৰ সাদৃশ্য আছিল। আনকি অসমৰ ওজাপালি সংস্কৃতিৰ নিদৰ্শন স্বৰূপ সূত্ৰধাৰী নৃত্যৰ পোছাকত মোগল সংস্কৃতিয়ে খোজ সানিলে। মুছলমান দৰ্জীয়ে চিলোৱা কুৰ্তা-পায়জামা অসমীয়া সাজপাৰৰ শাৰীত কাহানিবাই সোমাই পৰিল। ৰজা গদাধৰ সিংহৰ দিনত মোগলসকলৰ মাটি-জৰীপ প্ৰথা অসমত প্ৰচলিত হ'ল। অসমীয়া শব্দ ভাণ্ডাৰত আৰবী, ফাৰ্চী, পাৰ্চ ভাষাৰ বহুত শব্দ সোমাই পৰিল। এই সম্পৰ্কে পূৰ্বে উল্লেখ কৰা হৈছে।

অসমৰ হিন্দু-মুছলমান সম্প্ৰীতি বাউতিযুগীয়া। বাহাদুৰ গাঁওবুঢ়াই মণিৰাম দেৱানৰ লগত চিপাহী বিদ্ৰোহত আগভাগ লৈ কলিয়াপানীত নিৰ্বাসন ভোগ কৰিছিল। মুছলমানৰ পীৰ ফকিৰৰ দৰগাহ আজাৰত হিন্দুসকলেও ধূপ-চাকি জলায়। ডিব্ৰুগড়ৰ বগা বাবাৰ মছজিদ, গোৱালপাৰাৰ পঞ্চপীৰ, শিৱসাগৰৰ আজান পীৰৰ দৰগাহ হিন্দু মুছলমান উভয়ৰে শ্ৰদ্ধা-ভক্তিৰ স্থান। মৌলবীৰ দোৱা-পঢ়া পানী, তাবিজ, মাদুলী আদি ভূত-পিশাচ খেদোৱাত হিন্দুসকলে ব্যৱহাৰ কৰে। সেইদৰে মুছলমানসকলেও হিন্দু শাকৰ, ওজা আদিৰ কাষ চাপে।

আজান ফকিৰে ইছলামৰ একেশ্বৰবাদ প্ৰচাৰৰ অৰ্থে অসমৰ লোকগীতৰ ৰীতিত আদি-জিকিৰ গীত ৰচনা কৰি অসমীয়া সাহিত্যৰ ভঁৰালত নতুন বৰৰ

সম্ভাৰ কৰিলে। মুছলমান দৰ্জী চাঁদখাঁই শংকৰদেৱৰ বৈষ্ণৱ ধৰ্মত মোহ গৈ ভকতীয়া গীত লিখি পাঁচশ বছৰৰ পূৰ্বে সংহতি আৰু সম্প্ৰীতিৰ সোঁত বোৱাই দিলে। মহম্মদ মফিজুদ্দিন আহমদে জ্ঞান-মালিনী ৰচনা কৰি অসমীয়া কাব্য সাহিত্যত চুফীবাদৰ সোৱাদ বিলালে। আধুনিক অসমীয়া সাহিত্যত আব্দুল মালিক সু-পৰিচিত নাম। যোৱা চাৰি দশকতকৈ অধিক কাল মালিকে অসমীয়া সাহিত্যৰ সেৱা কৰি আহিছে। মঃ পীয়াৰ, এম. ইব্ৰাহীম আলি, ইমৰান খাহ, আৰু ডেকা নাট্যকাৰ আজি হায়দৰ, উদীয়মান কবি আমিছ উচ জামানৰ নাম উল্লেখযোগ্য। আব্দুল মজিদ, দাবা আহমেদ, এজি আহমেদৰ দৰে চিত্ৰ পৰিচালক আৰু চিত্ৰ জগতৰ লগত জড়িত ব্যক্তিসকলে গুৰুত্বপূৰ্ণ অৱদান যোগাই আহিছে। মুছলমান লেখিকাসকলো পিছ পৰি থকা নাই। ফাতেমা বেগম, লেখিকাৰূপে প্ৰথমে সাহিত্য জগতত প্ৰৱেশ কৰে। অজিমুন্নিছা পীয়াৰ এগৰাকী সু-লেখিকা।

মুছলমানসকলে ধুতি, মেখেলা-চাদৰ আদি গ্ৰহণ কৰিছে। সম্বোধন বাচক শব্দবোৰো গ্ৰহণ কৰিছে আৰু তেওঁলোকৰ বিয়া-শ্ৰাদ্ধ আদিত থলুৱা অসমীয়া ৰীতি-নীতিৰ প্ৰভাৱ পৰিছে। বিহু আৰু অন্যান্য অসমৰ জাতীয়-জনজাতীয় উৎসৱত সমানে ভাগ লয়।

কুৰি শতিকাৰ আৰম্ভণিত অবিভক্ত বঙ্গদেশ, চিলেট, শ্ৰীহট্ট আদিৰ পৰা আৰু এদল বঙালী ভাষী মুছলমান লোক অসমলৈ আহে। প্ৰধানতঃ কৃষিজীৱী এই লোকসকলে অসমৰ সুবিস্তীৰ্ণ চৰ অঞ্চলত প্ৰধানকৈ বসতি স্থাপন কৰে। অত্যন্ত কৰ্মী এই লোকসকলে অসমৰ কৃষি উৎপাদন বৃদ্ধি কৰি সেউজ বিপ্লৱ সাধনত এক মুখ্য ভূমিকা গ্ৰহণ কৰিছে। এইসকল লোকে অসমৰ ভাষা-সংস্কৃতি গ্ৰহণ কৰি থলুৱা লোকৰ লগত লীন যাবলৈ প্ৰচেষ্টা কৰিছে। ১৯৭১ চনত এইসকল লোকে নিজৰ ভাষা অসমীয়া বুলি ঘোষণা কৰিছিল। চৰ অঞ্চলৰ স্কুলবোৰত অসমীয়া ভাষাৰ মাধ্যমত ছাত্ৰ-ছাত্ৰীয়ে শিক্ষা গ্ৰহণ কৰি আছে। অসমৰ আত্মপ্ৰতিষ্ঠাৰ সকলো আন্দোলনত অংশ গ্ৰহণ কৰি আহিছে।

সাহিত্য সাধনাৰ ক্ষেত্ৰতো এইসকল লোক আগবাঢ়ি অহা পৰিলক্ষিত হৈছে। অসমীয়া সংস্কৃতিৰ ভেটি সুদৃঢ় কৰাৰ প্ৰয়োজনত এই লোকসকলৰ মাজত অধিক ভাব বিনিময়ৰ প্ৰয়োজন আছে।

ইংৰাজসকলৰ অসম আগমনৰ লগে লগে আমেৰিকান মিছনেৰী আৰু

বঙালীসকল অসমলৈ আহে। অসমত অসমীয়া ভাষাৰ আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামত মিছনেৰীসকলৰ অৱদান যথেষ্ট। বেপ্তিষ্ট মিছনেৰী মাইলচ্ ব্ৰনন অসমীয়া ভাষাৰ পিতৃ স্বৰূপ আছিল বুলি ড° হেৰম্বকান্ত বৰপূজাৰীয়ে উল্লেখ কৰিছে। মিছনেৰীয়ে শিৱসাগৰত অসমীয়া ছপাশাল স্থাপন কৰি ১৮৪৬ চনত 'অৰুনোদই' নামৰ আলোচনীৰ প্ৰকাশ আৰম্ভ কৰে। মিছনেৰীসকলে ইংৰাজী শব্দৰ আদমত বহুতো অসমীয়া শব্দ ঘঁহি-মাজি সুসংস্কৃত কৰিছিল আৰু থলুৱা শব্দ প্ৰয়োগ কৰি অসমীয়া ভাষাক চহকী কৰি এওঁলোকে বৰঙণি যোগায়। যুক্তিবাদী কুসংস্কাৰমুক্ত চিন্তাধাৰাক গঢ় দিয়াতো এওঁলোকৰ অৱদান আছে।

বঙালীসকলৰ অৱদানো অসমীয়া সাহিত্য-সংস্কৃতিত যথেষ্ট আছে। ভাষাৰ প্ৰশ্নক কেন্দ্ৰ কৰি দুই জনগোষ্ঠীৰ মাজত মাজে মাজে বাদ-বিবাদ চলিলেও পাৰস্পৰিক আদান-প্ৰদানৰ প্ৰক্ৰিয়া কোনোদিন শুদ্ধ হোৱা নাই। অসমত উদাৰ মানৱতাবাদী চিন্তাৰ বিকাশৰ ক্ষেত্ৰত ৰাজা ৰামমোহন ৰায়, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ দৰে সমাজ সংস্কাৰকৰ প্ৰভাৱ পৰিছিল। বঙ্গদেশত হোৱা নৱজাগৰণৰ ঢৌৱে অসমকো স্পৰ্শ কৰিছিল।

অসমত দুৰ্গা পূজা, কালী পূজা কৰাৰ প্ৰচলন বঙালীসকলৰ পৰা আহিছে। লুচি, পুৰি, চাটনী আদিৰ প্ৰচলনো তেওঁলোকৰ পৰাই আহিছে।

ব্ৰহ্মপুত্ৰ উপত্যকাত বসবাস কৰা বহুতো বঙালী লোকে অসমীয়া সংস্কৃতি গ্ৰহণ কৰিছে। অসমীয়া সাহিত্যতো তেওঁলোকৰ অৱদান যথেষ্ট আছে। অমলেন্দু গুহৰ দৰে লেখক, ৰবীন্দ্ৰ সৰকাৰ আৰু সুভাষ সাহাৰ দৰে কবি আৰু ৺হেমাঙ্গ বিশ্বাসৰ দৰে গণশিল্পীয়ে অসমীয়া-বঙালী সম্প্ৰীতি বৃদ্ধি কৰাত অৰিহণা যোগাইছে।

আহোম যুগৰ শেষৰ কালে মাৰোৱাৰ, জয়পুৰ, জয়চালমাৰ আদি ঠাইৰ পৰা বেপাৰ কৰিবলৈ মাৰোৱাৰী বা কেঞাসকল অসমলৈ আহিবলৈ আৰম্ভ কৰিছিল বুলি অনুমান কৰা হয়। এই জনগোষ্ঠী মূলতঃ বেপাৰ-বাণিজ্যৰ উদ্দেশ্যেৰে আহিছিল যদিও অসমৰ আৰ্থিক বিকাশত অৰিহণা যোগাইছিল। এই সমাজৰে কেইটামান পৰিয়ালে অসমীয়া জীৱন আৰু সংস্কৃতিৰ জগত নিজকে মিলাই দিছিল আৰু অসমীয়া ভাষা-সংস্কৃতিৰ অশেষ উন্নতি সাধন কৰিছিল। এনে এটা পৰিয়ালৰ চতুৰ্থ পুৰুষৰ সন্তান আছিল ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা। অসমীয়া সাহিত্য-সংস্কৃতিলৈ জ্যোতিপ্ৰসাদৰ অৱদান এক বিস্তৃত আলোচনাৰ বিষয়বস্তু। জ্যোতিপ্ৰসাদৰ পূৰ্বপুৰুষ হৰিবিলাস

আগৰৱালাই মিছনেৰীসকলে প্ৰদৰ্শন কৰা পথেদি আগুৱাই শংকৰদেৱ-মাধৱদেৱৰ দৰে মহাপুৰুষে লিখা গ্ৰন্থ সংগ্ৰহ আৰু প্ৰকাশৰ কাম হাতত লৈছিল। কীৰ্তন ঘোষা, গুণমালা, গীতা সয়ম্বৰ নাট, বৰগীত, মাধৱদেৱৰ বত্নাৱলী হৰিবিলাস আগৰৱালাই প্ৰকাশ কৰি অসমীয়াৰ হাতত তুলি দিয়ে।

হৰিবিলাস আগৰৱালাৰ সুযোগ্য সন্তান চন্দ্ৰকুমাৰ আগৰৱালাই ১৮৮৮ চনত "জোনাকী" আলোচনী প্ৰকাশ কৰে আৰু সম্পাদনাৰ দায়িত্ব লয়। এই "জোনাকী" আছিল অসমীয়া সাহিত্যত নৱজাগৰণৰ জন্ম দিয়া "অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ" মুখপত্ৰ। চন্দ্ৰকুমাৰ আগৰৱালাই প্ৰথমে সাপ্তাহিক আৰু পিছলৈ দৈনিক কাকত "অসমীয়া"ৰ সম্পাদক হৈ অসমীয়া বাইজৰ ৰাজনৈতিক চেতনা জগাবলৈ যত্ন কৰিছিল। সেইদৰে এই পৰিয়ালৰ আনন্দচন্দ্ৰ আগৰৱালাই বুৰঞ্জী আৰু প্ৰত্নতত্বৰ বিষয়ে চিন্তা-চৰ্চা কৰাৰ উপৰিও কবিতাৰ অনুবাদকৰূপে সুখ্যাতি আৰ্জিছিল। এই পৰিয়ালৰ উপৰিও অন্যান্য মাৰোৱাৰী পৰিয়ালে অসমৰ শিক্ষা-সংস্কৃতিৰ বিকাশৰ কাৰণে শকত অনুদান দি শিক্ষানুষ্ঠান, চিকিৎসালয় আৰু মন্দিৰ আদি নিৰ্মাণত অৰিহণা যোগাই আহিছে। মাৰোৱাৰী ব্যৱসায়ীগোষ্ঠীৰ বহুতে অসমীয়া ভাষাত শিক্ষা গ্ৰহণ কৰি শিক্ষানুষ্ঠান আদিত শিক্ষকতা কৰা, আইন ব্যৱসায় কৰা আদি কামত মনোনিবেশ কৰিছে আৰু ভাষা-সংস্কৃতিৰ স্ফূৰ্তিলৈ বৰঙণি দিবলৈ সক্ষম হৈছে।

হিন্দী ভাষা-ভাষী অন্যান্য লোকৰ অৱদানো অসমীয়া সাহিত্যত নথকা নহয়, যেনে—ছগনলাল জৈন, গোপাল মহেশ্বৰী, চিৰঞ্জীৱ জৈন, ধৰমচাঁদ জৈন, দামোদৰ জোধানী আদিয়ে অসমীয়া সাহিত্যলৈ মৌলিক ৰচনা বা অনুবাদৰ যোগেদি অৰিহণা যোগাইছে।

অসমীয়া ভাষা-সংস্কৃতিত জনজাতীয়সকলৰ অৱদান সম্পৰ্কে ইতিমধ্যে আলোচনা কৰা হৈছে। এইসকল অসমীয়া সমাজৰ এক বৃহৎ আদৰ্শ। বড়ো, কুকি, মিচিং, কাৰ্বি আদি গোষ্ঠীৰ স্বকীয়া ভাষা চৰ্চাৰ পথাৰ বৃদ্ধি পাইছে যদিও সংযোগী ভাষা অসমীয়া। উচ্চ শিক্ষাৰ মাধ্যম অসমীয়া। অসমীয়া সাহিত্যত এইসকলৰ ৰচনাই বিশিষ্ট স্থান অধিকাৰ কৰি আছে। এই জনগোষ্ঠীবিলাকৰ সুখ্যাত লেখকসকলৰ ভিতৰত বিষ্ণুপ্ৰসাদ ৰাভা, সীতানাথ ব্ৰহ্মচৌধুৰী, যোগেশ দাস, চন্দ্ৰ পায়েংগাম, মেদিনী চৌধুৰী, ৰং বং তেৰাং, নাহেন্দ্ৰ পাড়ুন, নুমেৰ দাই, ভৃগুমনি কাগয়ুং, জয়ন্ত ৰংপী, তৰুণ চন্দ্ৰ পাথ দাৰী, ভবেন নাৰ্জী আদিৰ নাম উল্লেখযোগ্য।

অসমত বুৰুন সংখ্যাৰ নেপালী লোকে বসবাস কৰে। এইসকলৰ বংশধৰ কেতিয়াৰ পৰা অসমলৈ আহিবলৈ আৰম্ভ কৰে সঠিককৈ কোৱা টান। প্ৰাচীন ঐতিহাসিক তথ্য-পাতি বিশ্লেষণৰ পৰা অনুমান হয় যে এটা সময়ত সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলত একেই জাতিগোষ্ঠীৰ মানুহে বাস কৰিছিল। ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ মতে নেপালী সমাজৰ বৃহৎ অংশ মঙ্গোলগোষ্ঠীৰ ৰাই, লিম্বু, মগৰ, গুৰুং আদি লোক অসমৰ আহোম, খামতি, অকা, ডফলা, মিৰি, বড়ো আদিৰ সগোত্ৰীয় অৰ্থাৎ তিব্বতো-বৰ্মী গোষ্ঠীৰ লোক। প্ৰাচীন নেপালী জনপ্ৰবাদ মতেও খৌবাং ৰাইবং, আৰু খোৱাণ নামৰ তিনিজন ভাই-ককায়ে পুব নেপালৰ পৰা পূব ব্ৰহ্মদেশলৈ ৰাজত্ব কৰিছিল।

আধুনিক নেপালৰ নিৰ্মাতা পৃথ্বীনাৰায়ণ শাহ চিত্তোৰৰ ৰজা দ্ৰব্যশাহৰ বংশধৰ। এই দ্ৰব্যশাহে নেপালৰ গোৰ্খা ৰাজ্য জয় কৰি হিমালয়ৰ কোলাত ৰাজপুত বংশৰ শাসন প্ৰতিষ্ঠা কৰিছিল। পৃথ্বীনাৰায়ণ শাহে হিমালয়ৰ নামনিৰ সৰু সৰু ৰাজ্য জয় কৰি আধুনিক নেপাল ৰাজ্যৰ সীমা বান্ধে। তাৰ পিছৰ নেপালৰ ইতিহাসৰ লগত প্ৰায় দুশ বছৰ পূৰ্বৰ পৰা অসমলৈ নেপালী প্ৰব্ৰজনৰ ইতিহাসৰ সম্পৰ্ক আছে। ভাৰতত ইংৰাজ শাসন কটকটীয়া হোৱাৰ পিছত ইংৰাজৰ লগত নেপালৰ সংঘৰ্ষ লাগে। অসম সাহসী নেপালী যোদ্ধা ইংৰাজৰ গুলী কামানৰ সন্মুখত পৰাজিত হ'বলগীয়া হয়। ১৮১৮ চনত চৌগলী সন্ধি সম্পাদিত হয়। ইয়াৰ ফলত পশ্চিমৰ গাড়োৱাল, কুমায়ুন, দেৰাডুন, ডাকৃসু আৰু দক্ষিণৰ তৰাই অঞ্চল আৰু চিকিম-দাৰ্জিলিঙৰ বৃহৎ অংশ নেপালৰ ৰজাই বৃটিছক সমৰ্পণ কৰিবলগীয়া হ'ল। এই চৌগলী সন্ধিৰ পিছতেই ১৮২৪ চনৰ পৰা বৃটিছ সৈন্য বাহিনীত নেপালী যুৱকক ভৰ্তি কৰাৰ ব্যৱস্থা আৰম্ভ হ'ল। মানৰ আক্ৰমণত জৰ্জৰিত অসমলৈ বৃটিছ যেতিয়া ত্ৰাণকৰ্তাৰূপে সোমাই আহে তেতিয়া লগত আছিল গোৰ্খা সৈন্য।

বৃটিছ সেনাবাহিনীৰ নেপালী সৈন্যৰ বহুতে অৱসৰৰ পাছত অসমত থাকি গ'ল। চিপাহীৰ মুখত শস্য-শ্যামলা অসমী আইৰ বৰ্ণনা শুনি কিছুমান নেপালী লোক গৰু-ম'হৰ জাক খেদি লৈ অসম পালেহি। কামাখ্যা, কামৰূপ, পৰশুৰামকুণ্ড দৰ্শন-স্নান কৰিবলৈ বহু নেপালী লোক আহিছিল। সেইসকলৰো কিছু হয়তো থাকি গ'ল। এইদৰে এখন বহল নেপালী সমাজে অসমত গঢ় ল'লে। নেপালীসকল অসমীয়া সমাজৰ লগত অতি সহজে মিলি গ'ল, কাৰণ আৰ্যমূল আৰু মঙ্গোলমূলৰ গোষ্ঠীৰে গঠিত নেপালী জনগোষ্ঠীৰ বাবে অসমৰ

সামাজিক-সাংস্কৃতিক পৰিৱেশ আচহুৱা নাছিল। আচাৰ, নীতি, ধৰ্ম, লোকগীত, নৃত্য, উৎসৱ-পাৰ্বণ সকলোতে অসমীয়া আৰু নেপালী জনগোষ্ঠীৰ মিল আছিল। পাৰ্থক্য থকা দিশবোৰত আদান-প্ৰদান আৰু সহঅৱস্থানৰ নীতিৰে নেপালী-সকলে অসমীয়া সংস্কৃতিৰ মূল সুঁতিৰ লগত মিলি যাবলৈ যত্ন কৰিলে। তেতিয়াৰ পৰা অসমৰ নেপালী সমাজে অসমৰ সাংস্কৃতিক, সামাজিক, ৰাজনৈতিক, আৰ্থিক গতিবিধিৰ লগত নিজকে সাঙুৰি আহিছে।

সমগ্ৰ ভাৰতৰ সামৰিক শক্তিৰ এক গুৰুত্বপূৰ্ণ অংশৰূপে চিনাকি দিৰ পৰা নেপালী চিপাহীয়ে চীন-ভাৰত যুদ্ধ, ভাৰত-পাক যুদ্ধ আদিত দেশৰ সীমান্ত ৰক্ষাত প্ৰাণাহুতি দিছে। নাগালেণ্ড-অসম সীমান্ত, অসম-অৰুণাচল সীমান্ত আদি অসমৰ সীমামূৰীয়া অঞ্চলবোৰত চৰকাৰে পাপি দিয়া অৱসৰ প্ৰাপ্ত নেপালী চিপাহীয়ে এতিয়াও গাওঁবাসী ৰাইজৰ শান্তি আৰু নিৰাপত্তা সুনিশ্চিত কৰাৰ আগভাগ ল'বলৈ পিছ হুঁহকা নাই। এইসকল নেপালী লোক অসমৰ ক্ষত্ৰিয় শক্তিৰ অংশ বিশেষ।

অসমৰ নেপালীয়ে মাতৃভূমিৰ সংকট কালত সদায় সাহসেৰে থিয় দিছে। ১৯৪৬ চনৰ কেবিনেট মিছন পৰিকল্পনা অনুসৰি হোৱা গ্ৰুপিং ব্যৱস্থাত অসমক পাকিস্তানৰ অন্তৰ্ভুক্ত কৰা মুছলিম লীগৰ অভিসন্ধিৰ পৰা অসমক ৰক্ষা কৰাৰ উদ্দেশ্যে প্ৰয়োজন হ'লে ভাৰতৰ ত্ৰিশ লাখ নেপালীয়ে হাতত খুকুৰী লৈ যুঁজ দিব বুলি তেজপুৰত অনুষ্ঠিত চতুৰ্থ বাৰ্ষিক গোৰ্খা লীগৰ অধিবেশনত অসমৰ নেপালীসকলে প্ৰস্তাৱ লৈছিল। অসমত জাতীয় কংগ্ৰেছৰ জন্ম লগৰ পৰা নেপালীসকলে ভাৰতৰ স্বাধীনতা সংগ্ৰামত অংশ গ্ৰহণ কৰিছিল। ১৯২০ চনত যোৰহাটত বহা অসম এচোচিয়েচনৰ বিশেষ বিশেষ অধিবেশনত অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ জন্ম হয় সেইখন সভাৰ সভাপতিত্ব কৰিছিল প্ৰাতঃ-স্মৰণীয় নেতা স্বৰ্গীয় ছবিলাল উপাধ্যায়ে। অসমৰ নেপালীসকলে সেই কাৰণে গৌৰৱ বোধ কৰে। সেইজন নেতাৰ প্ৰেৰণাত হৰিপ্ৰসাদ উপাধ্যায়, ভক্ত বাহাদুৰ প্ৰধান, দলবীৰ সিং লোহাৰ, বিষ্ণুলাল উপাধ্যায়, কুমুদ শৰ্মা আদি অনেকে কাৰাবৰণ কৰি বৃটিছৰ হাতত অনেক যাতনা সহ্য কৰিছিল আৰু অন্যান্য শ শ স্বেচ্ছাসেৱকে আন্দোলনত যোগ দিছিল। অসমৰ নেপালী জনগোষ্ঠীক ৰাজ-নৈতিক মূল সুঁতিলৈ অনাত ছবিলালৰ বৰঙণি অনস্বীকাৰ্য। ছবিলাল উপাধ্যায় সমন্বয়ৰ আদৰ্শ দাঙি ধৰাৰ ক্ষেত্ৰতো অগ্ৰণী পুৰুষ। তেখেতৰ উদ্যোগত বিহালীত নেপালী থিয়েটাৰ পাৰ্টিৰ সকলো সম্পত্তি, চকী, টেবুলবোৰ লৈ

১৯৪১ চনত অসমীয়া মাধ্যমৰ হাইস্কুল স্থাপন কৰা হৈছিল—যি স্কুলত ছাত্র-ছাত্রীৰ শতকৰা ৮৫ ভাগ আছিল নেপালী ছাত্র-ছাত্রী।

নেপালী ছাত্র-ছাত্রীয়ে অসমীয়া ভাষাকে শিক্ষাৰ মাধ্যম হিচাপে গ্রহণ কৰিছে; ভাষা আন্দোলনৰ দৰে আন্দোলনবোৰ সমৰ্থন কৰিছে। ১৯৭১ চনৰ লোকপিয়লৰ নেপালী জনগোষ্ঠীৰ লোকসকলে অসমীয়া ভাষাক মাতৃভাষা বুলি ঘোষণা কৰি ভাষিক সংখ্যাগৰিষ্ঠতা বৃদ্ধি কৰিছিল। অসমীয়া ভাষা-সাহিত্যৰ ভঁৰালতো অসমীয়া নেপালী লেখকে মৌলিক ৰচনা আৰু অনুবাদৰ যোগেদি যথেষ্ট অৰিহণা যোগাইছে। হৰিপ্রসাদ গোৰ্খা ৰাই, হৰিভক্ত কাটোৱাল, বিষ্ণুলাল উপাধ্যায়, টিকাৰাম উপাধ্যায় নিভীক, অগ্নিবাহাদুৰ ছেত্ৰী, লেৰমান থাপা, গীতা উপাধ্যায়, অবিনাশ শ্ৰেষ্ঠ আদিৰ নাম এইক্ষেত্ৰত উল্লেখযোগ্য। এইসকলৰ উপৰিও নতুন পুৰুষৰ অনেকে অসমীয়া বাতৰি কাকত, আলোচনী আদিত গল্প-কবিতা-প্ৰবন্ধ প্ৰকাশ কৰা দেখা যায়।

অসম সাহিত্য সভাই টিকাৰাম শৰ্মাৰ নেপালী সাধুকথাৰ অনুবাদ পুথি "নৰমী", গীতা উপাধ্যায়ৰ "ভানুভক্তৰ ৰামায়ণ"ৰ অসমীয়া অনুবাদ আৰু মন বাহাদুৰ ছেত্ৰীৰ মৌলিক ৰচনা "অসমৰ নেপালী সমাজ আৰু সংস্কৃতিৰ ৰূপৰেখা" নামৰ পুস্তক প্ৰকাশ কৰি নেপালী-অসমীয়া লেখকক উৎসাহ প্ৰদান কৰিছে।

অসমীয়া-নেপালী সাহিত্যিকে নেপালী ভাষাত সাহিত্য সৃষ্টি কৰি সৰ্ব-ভাৰতীয় সন্মান লাভ কৰিবলৈ সমৰ্থ হৈছে। ১৯৮৭ চনত অধ্যাপক লীল বাহাদুৰ ছেত্ৰীয়ে তেখেতৰ "ব্ৰহ্মপুত্ৰকো ছেউ ছাউ" নামৰ উপন্যাসখনৰ বাবে একাডেমী পুৰস্কাৰ লাভ কৰে আৰু ১৯৮৯ চনত স্বৰ্গীয় পুষ্পলাল উপাধ্যায়ে তেখেতৰ কবিতা পুথি "উষা মঞ্জৰী"ৰ বাবে একাডেমী পুৰস্কাৰ লাভ কৰে। শ্ৰীছেত্ৰীৰ উপন্যাসত বিশাল ব্ৰহ্মপুত্ৰৰ মনোমুগ্ধকাৰী ৰূপ বৰ্ণনা আৰু দুয়োকূল বানেৰে ওপচাই তাণ্ডৱ সৃষ্টি কৰা প্ৰলয়ংকৰী নৃত্যৰ বৰ্ণনাৰ লগতে ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে জীৱন সংগ্ৰামত লিপ্ত এচাম নেপালী মানুহৰ জীৱন ছবি ফুটি উঠিছে। পুষ্পলাল উপাধ্যায়ৰ কবিতাত ভাৰতবৰ্ষৰ আধ্যাত্মিক ধাৰণাৰ মাজত সুজলা-সুফলা অসমী আইৰ উমাল কোলাৰ বন্দনা পোৱা যায়। উপাধ্যায়ৰ কবিতা পুথি উষা মঞ্জৰীত থকা "আসাম" নামৰ সুদীৰ্ঘ কবিতাৰ প্ৰথম স্তৱকৰ অনুবাদ তলত উল্লেখ কৰা হ'ল —

বিস্তৃত উৰ্বৰা পথাৰেৰে ভৰা
সেউজ বনৌষধি সবুজ বনানী॥

অসম ঐশ্বৰ্য্যময়ী মনস্বিনী
মনোৰমা প্ৰাণৰস সঞ্চাৰিণী আই ॥

অসমীয়া নেপালীৰ সাহিত্য কৰ্মৰ বৈশিষ্ট্য হৈছে যে তাৰা নেপালীয়েই বা অসমীয়াই হওক অসমৰ প্ৰকৃতিৰ ৰূপ আৰু সংস্কৃতিৰ ৰং-ৰসৰ স্পন্দন অপৰিহাৰ্যভাৱে অনুভূত হয়।

খোৱা-বোৱা, সাজ-পোছাক, থকা-মেলা, ঘৰ-দুৱাৰ সজা ইত্যাদি দৈনিক জীৱনৰ সকলো দিশতে অসমীয়া নেপালীসকলে থলুৱা ধৰণ-কৰণ গ্ৰহণ কৰিছে। মুগা-পাটৰ মেখেলা-চাদৰে নেপালী জীয়ৰী-বোৱাৰীক শুৱনি কৰিছে। ধুতি-চোলা, কান্ধত গামোচা বা এড়ি কাপোৰ হৈছেগৈ গাঁৱৰ বুঢ়া-মেথাৰ পোছাকী সাজ। নেপালী সাজৰ কিছু অসমীয়া যুৱকে গ্ৰহণ নকৰাও নহয়। ক'লা ৰঙৰ নেপালী ভক্তপুৰে টুপী ভূপেন হাজৰিকা, খগেন মহন্তৰ দৰে জনপ্ৰিয় সঙ্গীত শিল্পীৰ মূৰত দেখি অন্যান্য যুৱকেও পিন্ধিবলৈ লৈছে। খোৱা-বোৱাৰ ক্ষেত্ৰতো টেঙা আঞ্জা, খাৰ, খৰিচা বিবিধ শাকৰ আঞ্জা সমান জুতিৰে নেপালীৰ ঘৰতো ভজা হয়। আকৌ নেপালীসকলে লাইশাক টেঙা কৰি তৈয়াৰ কৰা গুন্দ্ৰুকে অসমীয়া ৰান্ধনিশালৰ মাছৰ জোলত ঠাই পাই জনপ্ৰিয়তা লাভ কৰিছে। বিহু উৎসৱ নেপালীসকলেও সমান উৎসাহ-উদ্দীপনাৰে পালন কৰে। মাঘ বিহুৰ উৰুকাৰ দিনা ডেকাসকলে ভেলাঘৰ সাজে, ভোজভাত খায়। নেপালী ডেকাই হুঁচৰি গায়। অসমীয়া ডেকাৰ হুঁচৰি দলে গাঁৱৰ জ্ঞান-বৃদ্ধ বয়োবৃদ্ধ মানুহ থকা নেপালীৰ ঘৰত প্ৰথমে হুঁচৰি গাই আশীৰ্বাদ দিয়ে। নেপালীৰ উৎসৱ দৈলীত সেইদৰে অসমীয়া ল'ৰা-ছোৱালীয়েও ভাগ লয়। নেপালী গাভৰুৱে বিহু নাচি বিহুকুঁৱৰী হয়।

অসমীয়া গীত মাতৰ চৰ্চা আৰু সাধনাতো নেপালীসকল পিছপৰি থকা নাই। নিজৰ সুমধুৰ কণ্ঠেৰে গীত গাই সমন্বয়ৰ ভেটি দৃঢ় কৰা কণ্ঠশিল্পীৰ ভিতৰত তেজপুৰৰ বিপুল বাহাদুৰ আৰু অঞ্জু দেৱীৰ নাম উল্লেখযোগ্য। নয়ন কুমাৰী ৰাণা, প্ৰেম কুমাৰ, ভাৰতী প্ৰধান, চন্দ্ৰকলা প্ৰধান, মায়া বৰুৱা, স্বৰস্বতী প্ৰধান, চি. কে. বসাইলীৰ নাম স্মৰণযোগ্য। নেপালী ঝাউৰে বা লোকগীত আৰু নৃত্যই অসমীয়া সমাজত জনপ্ৰিয়তা লাভ কৰিছে। ঝাউৰে গীতৰ সুৰত অসমীয়া গীত ৰচনাও হৈছে। অসমীয়া বৰগীত, বনগীতৰ সুৰত নেপালী গীত গোৱা হয়। জুলাই মাহৰ মাজভাগত পালন কৰা নেপালী আদিকবি ভানুভক্তৰ জন্মতিথিৰ উৎসৱ নেপালী-অসমীয়াৰ ভাব আৰু গীত-মাত বিনিময়ৰ

উমৈহতীয়া মঙ্কলৈ ৰূপান্তৰিত হৈছে।

অসমৰ আৰ্থিক বিকাশত নেপালী জনগোষ্ঠীৰ অৱদান নিচেই তাকৰ নহয়। অসমৰ শ্ৰম শক্তিত বিশেষকৈ পাহাৰীয়া দুৰ্গম অঞ্চলত ৰাস্তা-পদূলি নিৰ্মাণত লগা শ্ৰমিকৰ বৃহৎ অংশ নেপালী জনগোষ্ঠীৰ। কৃষি উৎপাদন বিশেষকৈ দুগ্ধ উৎপাদনত নেপালী লোকৰ অৰিহণা প্ৰচুৰ। ঘৰে ঘৰে গৈ গাখীৰ যোগান ধৰি অন্যতম পুষ্টিকৰ খাদ্য গাখীৰ খোৱাৰ অভ্যাস গঢ়ি দি গাখীৰৰ চাহিদা বৃদ্ধি কৰাৰ ক্ষেত্ৰত এওঁলোকৰ যথেষ্ট অৰিহণা আছে। অসমত নতুন পুৰুষৰ গো-পালনৰ প্ৰতি জাগি উঠা আগ্ৰহ এইসকলৰ অৱদান বুলি স্বীকাৰ কৰিব লাগিব। ব্ৰহ্মপুত্ৰৰ চৰ-চাপৰিবোৰত নেপালী গোষ্ঠী থকাৰ স্মাৰক হিচাপে বহুতো চাপৰি নেপালী নামেৰে পৰিচিত। লালে টাপু, বুঢ়া চাপৰি, কনে টাপু আদি প্ৰচলিত নাম। টাপু নেপালী ভাষাত চাপৰিৰ সমাৰ্থক।

পূৰণা দৰং জিলাৰ নেপালীসকলে সমন্বয়ৰ সংস্কৃতি ৰচনাত পূৰ্বৰ পৰা অধিক বৰঙণি যোগাই আহিছে। ইয়াৰেই বিহালী অঞ্চল এই দিশত আগবঢ়া। বিহালীৰ গাং মৌথান নামঘৰে নেপালী-অসমীয়াৰ অন্তুৰ্ভুক্তিক সংহতিৰ বান্ধোনত আৰু এটা নতুন গাঁথি সংযোগ কৰিছে। নেপালী যুৱক-যুৱতী বুঢ়া-মেথা সকলোৱে নামঘৰবোৰত ধূপ-চাকি, প্ৰসাদৰ শৰাই আগবঢ়াই সেৱা এটাৰে নতুন কামৰ আঁচনি হাতত লয়। স্কুল-কলেজীয়া ছাত্ৰ ছাত্ৰীয়ে পৰীক্ষাৰ আগত চাকি এগছ দিবলৈ নাপাহৰে।

জনশ্ৰুতিমতে বঘুবীৰ ছেত্ৰী নামৰ এজন মণ্ডলে প্ৰায় ৭০ বছৰৰ পূৰে কালৰ গতিত জাহ যাবলৈ ধৰা এই নামঘৰৰ জীৰ্ণোদ্ধাৰ কৰি টিঙৰ চালিৰে নতুন নামঘৰ সাজি দিছিল। সংস্কৃতিৰ নীৰৱ সাধক এইজন ব্যক্তিক সুঁৱৰি কেইবছৰমান পূৰ্বৰ পৰা বিহালী অঞ্চলৰ স্কুলসমূহত অধিক নম্বৰ পাই হাইস্কুল শিক্ষান্ত পৰীক্ষা পাছ কৰা এজন ছাত্ৰক স্থানীয় বাইজে বঘুবীৰ বঁটা প্ৰদান কৰিবলৈ লৈছে।

নেপালী নাৰী সমাজ অসমীয়া নাৰীৰ দৰে স্বাধীনচিন্তীয়া। নেপালী সমাজত বাল্য বিবাহৰ প্ৰচলন আছিল যদিও পৰ্দা প্ৰথা নাছিল। পুৰুষৰ সমানেই মহিলায়ো খেতি পথাৰ, বজাৰ-সমাৰৰ কাম কৰিবলৈ সংকোচবোধ নকৰে। যৌতুক প্ৰথা নেপালী সমাজতো নাই। নেপালী যুৱতীসকলে অসমৰ ভিন ভিন জনগোষ্ঠীৰ যুৱকৰ লগত বৈবাহিক সম্পৰ্ক স্থাপন কৰি সুখেৰে সংসাৰ কৰি আছিছে। যুৱকসকলো এই দিশত পিছ পৰি থকা নাই।

বিধান সভা, বিচাৰ বিভাগ, প্ৰশাসন সেৱা, বিশ্ববিদ্যালয়, মহাবিদ্যালয়, চিকিৎসা সেৱা, ইঞ্জিনিয়াৰিং আদি সকলো ক্ষেত্ৰতে কম সংখ্যক হ'লেও এই জনগোষ্ঠীৰ লোকে নিষ্ঠাৰে কৰ্তব্য পালন কৰি আহিছে। এনেদৰে অসমীয়া-নেপালী সমাজ ক্ৰমান্বয়ে বৃহৎ অসমীয়া সমাজত লীন যোৱাৰ প্ৰক্ৰিয়াত সোমাই পৰিছে। সাম্প্ৰতিক অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলন তথা বিদেশী বিতাড়ন আন্দোলনক নীতিগত-ভাৱে নেপালী জনগোষ্ঠীয়ে সমৰ্থন আগবঢ়াই আহিছে। এই ক্ষেত্ৰত সক্ৰিয় অংশ গ্ৰহণ কৰি নেপালী যুৱতী বৈজয়ন্তী উপাধ্যায় শ্বহীদো হৈছে। কিন্তু এই আন্দোলনে অসমৰ অস্তিত্ব ৰক্ষাৰ প্ৰশ্ন আৰু নেপালী জনগোষ্ঠীৰ স্থিতিক পৃথক বুলি বিবেচনা কৰিবলৈ আৰম্ভ কৰিলে। নেপালী জনগোষ্ঠীৰ অনুভূতি আঘাতপ্ৰাপ্ত হয় আৰু স্বাভাৱিকতে তেওঁলোকে বিপন্ন বোধ কৰে, কাৰণ নেপালী জনগোষ্ঠী অসমৰ থলুৱা লোক। আজিৰ পৰা প্ৰায় ৭০ বছৰৰ পূৰ্বেই ১৯২১ চনত জাতীয় নেতা ৺ছবিলাল উপাধ্যায়ে এই কথা সগৰ্বে ঘোষণা কৰিছিল। স্বাধীন দেশ নেপালৰ নাগৰিকত্ব জোৰেৰে জাপি দি আৰ্থিক সা-সুবিধা দিয়াৰ প্ৰলোভনেৰে উপাধ্যায়ৰ মাতৃভূমিৰ প্ৰতি থকা নিষ্ঠাক ক্ৰয় কৰি জাতীয় আন্দোলনৰ পৰা বিৰত ৰখাৰ বৃটিছ প্ৰচেষ্টাৰ উত্তৰত তেখেতে কৈছিল—

"মোৰ জন্ম অসমত, মৰিমো অসমত। নেপাল স্বাধীন ৰাজ্য হ'ব পাৰে, কিন্তু মই দেখা নাই। মই য'ত জন্ম লৈছোঁ সেয়াই মোৰ জন্মভূমি। মই মোৰ জন্মভূমিৰ কথাহে জানো। এই দেশৰ আন্দোলন মোৰো আন্দোলন।"

আজিৰ অসমৰ নেপালী সমাজ সেইগৰাকী দেশপ্ৰেমিক নেতাৰ ৰাজনৈতিক উত্তৰাধিকাৰী।

শৰীৰৰ তেজ-মঙহেৰে চাহ গছৰ গুৰি জীপাল কৰি ৰখা চাহ জনজাতি সম্প্ৰদায়ৰ লোকসকল অসমীয়া সমাজৰ এক উল্লেখযোগ্য অংশ। ঊনৈশ শতিকাৰ শেষৰ ফালে অসমত চাহ খেতি আৰম্ভ হোৱাৰ পাছত চাহ খেতিৰ বাবে আৱশ্যক হোৱা শ্ৰম শক্তি আৰু সংখ্যা চুয়োটা দিশৰ প্ৰয়োজনবোৰ থলুৱা বনুৱাই পূৰাব নোৱাৰা হেতুকে চাহাব চাহ খেতিয়কে ছোটনাগপুৰ, ৰাঁচী, উৰিষ্যা, তেলেঙ্গানা আদি ঠাইৰ পৰা দুখীয়া জনজাতীয় লোকসকলক অসমলৈ আনিছিল। সেই-সকলৰ বংশধৰ হৈছে বৰ্তমান চাহ জনজাতীয় জনগোষ্ঠীৰ লোক। অসমৰ অন্যান্য জনগোষ্ঠী নিজে অসমলৈ আহিছিল; কিন্তু এই জনগোষ্ঠীক ইংৰাজ চৰকাৰে উন্নত জীৱিকা আৰু জীৱনৰ আশা দি ফুচুলাইহে আনিছিল।

"হে নিষ্ঠুৰ চাম !
ফাকি দিয়ে কেন তুই আনলি আসাম"

এই লোকগীত কাকিত সেই কথাই ফুটি উঠিছে।

অসমৰ আৰ্থিক, সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক আদি সকলো দিশতে এই জনগোষ্ঠীৰ অৱদান উলাই কৰিব নোৱাৰি। অসমৰ মুঠ শ্ৰম শক্তিৰ বিৰাট অংশ এই জনগোষ্ঠীৰ মানুহেৰে গঠিত। এওঁলোকে অসমীয়া ভাষা-সংস্কৃতি, সাজ-পোছাক আদি গ্ৰহণ কৰিছে। কৃষিকাৰ্য, গৃহনিৰ্মাণ আদি কাৰ্যত প্ৰয়োজন হোৱা ৮৫ শতাংশ শ্ৰম শক্তিৰ চাহিদা চাহ জনজাতি সম্প্ৰদায়ৰ লোকসকলে পূৰণ কৰিছে। অসমৰ চাহ বাগানৰ বনুৱাৰ স্থান এতিয়ালৈকে এইসকল লোকৰ বাহিৰে অন্য কোনেও ল'ব পৰা নাই।

এই সম্প্ৰদায়ৰ নতুন পুৰুষ ৰাজনৈতিক অধিকাৰ আৰু দায়িত্বৰ প্ৰতিও সচেতন হৈছে। মন্ত্ৰী-বিধায়কৰ দায়িত্ববোৰো যোগ্যতা সহকাৰে পালন কৰিবলৈ আৰম্ভ কৰিছে। অন্যান্য দায়িত্বপূৰ্ণ কামবোৰতো তেওঁলোক আগুৱাই আহিছে।

ঝুমুৰ নৃত্য-গীত, চাহ জনজাতীয়সকলৰ অন্যান্য লোক-গীত, নৃত্যই অসমীয়া সাহিত্যৰ ভঁৰাল সমৃদ্ধ কৰিছে। সনন্ত তাঁতী, সমীৰ তাঁতীৰ দৰে কবিৰ কবিতাই অসমীয়া সাহিত্যত শোষিত, বঞ্চিত বনুৱাৰ জীৱন সংগ্ৰামৰ ধ্বনি তুলি এক সুকীয়া ৰসৰ সঞ্চাৰ কৰিবলৈ সমৰ্থ হৈছে। দেউৰাম তাচা, নাৰায়ণ ঘাটোৱাৰৰ দৰে লেখকৰ চাহ শ্ৰমিকৰ অন্তৰঙ্গ জীৱনৰ প্ৰতিফলন কৰা লোকগীত আৰু সংস্কৃতিৰ আলোচনা সম্পৰ্কীয় পুথিবোৰে অসমীয়া সাহিত্য চহকী কৰিছে।

অসমত শ্ৰম শক্তি আৰু শ্ৰম স্পৃহা বৃদ্ধি কৰাত এই জনগোষ্ঠীৰ অৱদান অসীম।

অসমৰ সাৰুৱা সমতল ভূমি আৰু আকৰ্ষণীয় দৃশ্যৰাজিয়ে উৎসাহী কৰ্মঠ জাতি-উপজাতিৰ লোকসকলক যুগে যুগে আকৰ্ষণ কৰিছিল। অসমলৈ অহা তেনে এটা সাহসী জাতি হ'ল শিখসকল। ১৫০১ চনত স্বৰ্গদেউ চুহুংমুঙৰ ৰাজত্ব কালত গুৰুনানকে নিজে অসমলৈ আহি মহাপুৰুষ শঙ্কৰদেৱৰ লগত ধৰ্ম আলোচনা কৰিছিল বুলি উল্লেখ পোৱা যায়। ১৮২০ চনৰ হাদিৰাচকিৰ ৰণৰ পিছৰ পৰা শিখসকলে অসমত নিগাজীকৈ থাকিবলৈ লয়। নগাঁৱৰ বৰকলাত এওঁলোকৰ এক বৃহৎ সমাজ গঢ়ি উঠিছে। অতি কৰ্মঠ এই লোকসকলে কৃষিকাৰ্যৰ উপৰিও উদ্যোগ, ব্যৱসায়, যন্ত্ৰপাতি নিৰ্মাণ আৰু মেৰামতি আদি দিশত অৰিহণা যোগাইছে। অসমত কাৰিকৰী শিক্ষাৰ বিকাশ আৰু এই শিক্ষাৰ প্ৰতি গনুৱা লোকৰ আগ্ৰহ বঢ়োৱাৰ ক্ষেত্ৰত শিখসকলৰ অৱদান আছে। সাহিত্য চৰ্চা, সংগীত আদিতো

যথেষ্ট অৱদান যোগাইছে। ৰূপসিং সান্ধু, ভূপেন্দ্ৰ সিং, ইকবাল কৌৰ, মনজিত সিং আদিৰ অসমীয়া সাহিত্যলৈ উল্লেখনীয় অৱদান আছে। গুৰুমাইল সিং আৰু মনজিত সিঙৰ গল্প আৰু কবিতাৰ কিতাপ প্ৰকাশ পাইছে। মনজিত সিং আৰু নন্দ সিঙক অসম সাহিত্য সভাত কবিতা পাঠ কৰিবলৈ নিমন্ত্ৰণ কৰা হৈছিল। সংগীতৰ ক্ষেত্ৰতো উজ্জ্বল সিঙৰ অৱদান আছে। এওঁ এগৰাকী অনাতাঁৰ কণ্ঠশিল্পী। সংখ্যাত তাকৰ হ'লেও এই জনগোষ্ঠীৰ অৱদান নিচেই কম নহয়। হিন্দুস্থানী, মাৰোৱাৰী, শিখ, নেপালী, দক্ষিণ ভাৰত আৰু মধ্য ভাৰতৰ অসংখ্য লোক আহি নিগাজীকৈ অসমত থকিছেহি। তাৰ উপৰিও আমাৰ চাৰিওফালে আৰু আমাৰ মাজতো উপভাষা-ভাষী পৰ্বতীয়া অসমীয়া ভাষা-ভাষীসকল নিজৰ নিজৰ বিচিত্ৰ সংস্কৃতিৰে জকমকাই আছে। আজি এই সকলোৰে নিজৰ মাতৃভাষা, দোৱান, সংস্কৃতি এৰি আমাৰ মহাপুৰুষীয়া সংস্কৃতি, যাক আমি অসমীয়াই ৰূপান্তৰিত কৰিব খুজিছোঁ সেই পুৰণি সংস্কৃতিলৈ। নিজৰবোৰ এৰি দিবলৈ কোৱাটো শঙ্কৰদেৱৰ সমন্বয়ৰ নীতিৰ ফালৰ পৰাও অসংগত। মহাপুৰুষে যদিও ভৈয়ামত থকা অসমীয়াৰ লৈতে এটা সাংস্কৃতিক সংগঠনলৈ মিৰি, মিকিৰ, গাৰোসকলক আনিছিল তথাপি তেওঁলোকৰ জাতীয় ৰীতি-নীতি, যি থাপৰ সংস্কৃতি তেওঁলোকৰ আছিল তাৰ বৈশিষ্ট্য নষ্ট হ'বলৈ নিদিয়াকৈ সেই সংগঠনত সুমুৱাইছিল। নিজৰ ভিতৰৰ সংস্কৃতিৰ যেনেকৈ ৰূপান্তৰ কৰিছিল, সেইদৰে যাৰ লৈতে সমন্বয় কৰিব তাকো নতুন সংস্কৃতিৰ পোহৰত সজাবলৈ মাথোন বিচাৰিছিল। আজি আমি তাকেই কৰিব লাগিব। নতুনৰ পোহৰত আমাৰো পুৰণি ভাৰতৰ ইতিহাস পৰ্যালোচনা কৰি চালে যিদৰে বাহিৰৰ পৰা অহা সকলো জাতিৰ জনগোষ্ঠী ভাৰতৰ জনসংস্কৃতিৰ মাজত লীন গৈ ভাৰতীয় সংস্কৃতিৰ সমৃদ্ধি বঢ়োৱা দেখা যায় অসমৰ ক্ষেত্ৰতো সেই একে প্ৰক্ৰিয়া ক্ৰমান্বয়ে সাধিত হোৱা দেখিবলৈ পোৱা গৈছে। অসমৰ সুজলা সুফলা মাটি-পানীৰ প্ৰভাৱত অসমৰ ভিতৰত আৰু বাহিৰৰ বিভিন্ন ৰাজ্যৰ পৰা অহা লোকসকলে অসমীয়া সংস্কৃতিক নিজৰ বুলি সাৱটি লৈ তেওঁলোকৰ নিজৰ সংস্কৃতিৰ অৰিহণাৰে অসম আৰু অসমীয়া সাংস্কৃতিক ঐশ্বৰ্য্য বৃদ্ধি কৰিছে।

অসমীয়া সংস্কৃতি প্ৰবাহৰ এই গতি অনিৰুদ্ধ ৰখাৰ প্ৰয়োজনত জ্যোতিপ্ৰসাদ আগৰৱালাৰ দৰে সমন্বয় সংস্কৃতিৰ প্ৰতীক স্বৰূপ সংস্কৃতি সাধকৰ দৃষ্টিভঙ্গী অধিক গভীৰভাৱে বিশ্লেষণ কৰা প্ৰয়োজন। এইখিনিতে ৰূপকোঁৱৰৰ এটা দীৰ্ঘ বক্তব্য দি আলোচনাৰ সামৰণি মাৰিছোঁ।

"আজি অসমত যি যি সুকীয়া সংস্কৃতি আছি উপস্থিত হৈছেহি সেই সকলোবে এটা সমন্বয় কবি এটা নতুন পূর্ব ভাবতীয় সংস্কৃতি গঢ়ি তুলিবলৈ আমাব নৱবর্ষব উৎসৱব মাজেদি চেষ্টা হ'ব লাগে। বঙ্গব নৱাগত, উত্তব ভাবতব কিছু এবিব লাগিব। সেইদবে আনসকলেও এবিব লাগিব তেওঁলোকব লগত লৈ অহা পুবণি সংস্কৃতি। এই পূর্ব ভাবতীয় সমন্বয়—আন কথাত অসমীয়া সংস্কৃতিব নৱপ্রকাশ—আমি বচন কবিব লাগিব।"

(জ্যোতিপ্রসাদ বচনাৱলী, পৃষ্ঠা ৪৫১)

## "ৰূপান্তৰৰ মাজেদি অসমৰ ভৌগোলিক আৰু ৰাজনৈতিক বুৰঞ্জী" বিষয়ক আলোচনা চক্ৰৰ উদ্বোধনী ভাষণ

ড° স্বৰ্ণলতা বৰুৱা

মাননীয় সঞ্চালক মহোদয়, অসম সাহিত্য সভাৰ ষট্‌পঞ্চাশতম অধিবেশনৰ শ্ৰদ্ধাস্পদ সভাপতি মহোদয় আৰু এই অধিবেশনৰ আদৰণি সমিতিৰ মাননীয় সভাপতি মহোদয় প্ৰমুখ্যে সাহিত্য সভাৰ কৰ্মকৰ্তাসকল, অসমৰ বিভিন্ন স্থানৰ পৰা অহা মাননীয় প্ৰতিনিধিবৰ্গ আৰু ইয়াত সমবেত হোৱা সাহিত্য-সংস্কৃতিপ্ৰেমী ৰাইজ!

অসম সাহিত্য সভাৰ দৰে এটা মহৎ জাতীয় অনুষ্ঠানৰ দ্বাৰা আয়োজিত "ৰূপান্তৰৰ মাজেদি অসমৰ ভৌগোলিক আৰু ৰাজনৈতিক বুৰঞ্জী" শীৰ্ষক আজিৰ এই আলোচনা চক্ৰ উদ্বোধন কৰিবলৈ সুযোগ দি আপোনালোকে মোলৈ যি সন্মান আৰু চেনেহ আগবঢ়াইছে, তাৰ বাবে মই আপোনালোক আটাইৰে ওচৰত অশেষ কৃতজ্ঞ। কিন্তু সাহিত্য সভাৰ সন্মান ৰাখি এই দায়িত্ব বহন কৰাৰ অৰ্হতা মোৰ নাই। আপোনালোকৰ আগত যি অকণ সামান্য জ্ঞানকে হয়তো সাধাৰণভাৱে ব্যক্ত কৰিব পাৰিলোহেঁতেন, অনিবাৰ্য কাৰণবশতঃ সেইখিনি কৰাৰ সুবিধাও নেপালোঁ। অতি তৰাতৰিকৈ কেইআষাৰমান কথা মাত্ৰ মুদ্ৰিত কৰি আপোনালোকৰ আগত দাঙি ধৰিছোঁ, ইয়াৰ দোষ-ক্ৰটী আপোনালোকে নিজ গুণেৰেই মাৰ্জনা কৰিব।

অসমৰ ইতিহাস সংঘাত আৰু সমন্বয়ৰ ইতিহাস। বিভিন্ন জাতি-জনজাতিৰ সংমিশ্ৰণত গঢ়ি উঠিছে অসমীয়া জাতি আৰু তেওঁলোকৰ কৃষ্টিৰ সংঘাত আৰু সমন্বয়ে সৃষ্টি হৈছে বাবেবৰণীয়া অসমীয়া সংস্কৃতি। ক্ষুদ্ৰাংশ ভাৰত বুলি আখ্যা দিব পৰা এই অসম ভূমিৰ ঐক্যৰ এনাজৰীয়ে বৈচিত্ৰ্যক বান্ধি ৰাখিছে আৰু ইয়াৰ সংস্কৃতিত এটা সুকীয়া স্থানীয় ৰূপ দিছে। অসমৰ অগ্ৰগতিৰ লগে লগে এই সংস্কৃতিৰ ৰূপান্তৰ ঘটিছে, কাৰণ সংস্কৃতিৰ বাহন সমাজৰ আৰ্থ-সামাজিক কাঠামো স্থিতিশীল হৈ থাকিব নোৱাৰে।

ভৌগোলিক বিবৰ্তনে যি কোনো দেশৰ আৰ্থ-সামাজিক তথা ৰাজনৈতিক বুৰঞ্জীৰ বিবৰ্তনত অৰিহণা যোগায়। কুৰি শতিকাত বিজ্ঞানৰ জগতত হোৱা অভূতপূৰ্ব প্ৰগতিৰ আগলৈকে মানুহৰ জীৱন নিৰ্বাহত ভূগোল বা প্ৰাকৃতিক পৰিবেশৰ এই প্ৰভাৱ আছিল অপৰিসীম। ফৰাচী ঐতিহাসিক মিছেলেই (Michelet) ১৮৩৩ খ্ৰীঃত প্ৰকাশিত তেওঁৰ বুৰঞ্জী ৰচনা কৰিবলৈ লোৱাৰ আগতে কেইবাবছৰো ধৰি দেশখনৰ ভৌগোলিক পৰিবেশ অধ্যয়ন কৰিছিল। ৰাজনৈতিক বুৰঞ্জীৰ বিবৰ্তনত ভূগোলৰ প্ৰভাৱ সম্পৰ্কত তেওঁ এইবুলি কৈছিল: "ভৌগোলিক ভিত্তি নেথাকিলে ইতিহাস গঢ়োতা জনগণক শূন্যত খোজকাঢ়ি ফুৰা যেন লাগে, তেওঁলোক যেন মাটিৰ লগত সম্পৰ্ক নথকা চৈনিক চিত্ৰৰ একো একোখন ছবিহে। অৱশ্যে মাটিকে জনগণৰ একমাত্ৰ কৰ্মভূমি হিচাপে চোৱাটো ভুল হ'ব, কাৰণ ভূগোলে আহাৰ, জলবায়ু আদি অনেক ৰূপত বুৰঞ্জীৰ বিবৰ্তন প্ৰভাৱান্বিত কৰে।" ইতিহাসৰ ঘটনা পৰাহত ভূগোলৰ এই প্ৰভাৱ পৰৱৰ্তী কালত লুচিয়েন ফেভাৰ (Lacien Favre), মাৰ্ক ব্লচ (March Bloch), মেইটলেণ্ড (Maitland), গ্ৰীন (Green) আদি অগ্ৰগণী ইউৰোপীয় ঐতিহাসিকসকলে গভীৰভাৱে উপলব্ধি কৰিছিল। মাৰ্ক ব্লচৰ মতে দুৰ্বোধ্য নথি-পত্ৰবোৰৰ ব্যাখ্যা দিবলৈ অথবা ইতিহাসৰ সত্য উদ্ঘাটন কৰিবলৈ হ'লে আমাৰ চৌদিশৰ প্ৰাকৃতিক পৰিবেশ নিৰীক্ষণ আৰু বিশ্লেষণ কৰাটো নিতান্ত প্ৰয়োজন, কাৰণ ইতিহাস অধ্যয়নৰ এইটোৱেই হ'ল প্ৰথম সোপান।

ভাৰত বুৰঞ্জীৰ ক্ষেত্ৰতো কিছুমান ভৌগোলিক পৰিবেশ বিশেষকৈ গিৰিৰাজ হিমালয়ৰ প্ৰভাৱ মন কৰিবলগীয়া। হিমালয়ে ভাৰতৰ ৰাজনৈতিক বুৰঞ্জীকে নহয়, ভাৰতবাসীৰ ধৰ্মবিশ্বাস, দৰ্শন, জীৱন যাত্ৰাৰ প্ৰণালী—আটাইকে প্ৰভাৱান্বিত কৰিছিল। আৰ্যসকলে হিমালয়ৰ মানস সৰোবৰকে সৃষ্টিৰ আধাৰ জ্ঞান কৰিছিল আৰু দৰ্শনৰ লগত ভৌগোলিক পৰিবেশৰ অপূৰ্ব সংমিশ্ৰণ ঘটাইছিল। অসমবাসীৰ লোকায়ত দৰ্শনতো লুইত বা ব্ৰহ্মপুত্ৰ আৰু সুৱমা বা বৰাকক ধৰি বিভিন্ন নদ-নদী, পৰ্বত-পাহাৰ আৰু জীৱ-জন্তুৰ প্ৰভাৱ অধ্যয়ন কৰিবলগীয়া। ব্ৰহ্মপুত্ৰৰ দুই পাৰৰ সমতল ভূমি, ইয়াৰ উৰ্বৰতা আৰু সুচলতাৰ বাবেই অসমৰ প্ৰাচীন সভ্যতা ব্ৰহ্মপুত্ৰ উপত্যকাক কেন্দ্ৰ কৰিয়েই গঢ়ি উঠিছিল। আনহাতে পাহাৰীয়া অঞ্চলৰ অনুৰ্বৰতাই বহুদিনলৈ তাৰ বাসিন্দাসকলক জনজাতীয় স্তৰত থাকিবলৈ বাধ্য কৰিছিল।

ভৌগোলিক সুবিধাবোৰ ভোগ কৰিবলৈ মানুহ যেনেকৈ আগ্ৰহশীল, ইয়াৰ

প্ৰতিবন্ধকবোৰো অতিক্ৰম কৰি প্ৰগতিৰ সোপান গঢ়িবলৈ মানুহে তেনেকৈয়ে সৃষ্টিৰপৰাই সংগ্ৰাম কৰি আহিছে। নিজৰ বুদ্ধি আৰু শ্ৰম পটুৱাই মানুহে শিলাময় পাহাৰত গুৰমা নগৰ পাতিছে, নদীত বান্ধ দি শুকান পথাৰ শস্য শ্যামলা কৰিছে, অটব্য অৰণ্য ভাঙি খেতিৰ পথাৰ মুকলি কৰিছে আৰু বৰ্তমানৰ বৈজ্ঞানিক যুগত প্ৰযুক্তি বিদ্যাৰে কৃষি, শিল্প আটাইতে বৈপ্লবিক পৰিবৰ্তন আনি সৌৰজগতৰ অন্যান্য গ্ৰহ-উপগ্ৰহক বসবাসৰ উপযোগী কৰাৰ প্ৰচেষ্টা চলাইছে। পৰিবেশৰ লগত মানুহৰ এই সংগ্ৰামেই ইতিহাসৰ গতি নিৰ্ণয় কৰে। অনাদি কালৰেপৰা অসমৰ বাসিন্দাসকলেও একে সংগ্ৰামকে কৰি আহিছে আৰু ইয়াৰ মাজেদিয়েই তেওঁলোকৰ সাংস্কৃতিক-ৰাজনৈতিক বুৰঞ্জী ৰচনা কৰিছে। নদ-নদীৰ প্ৰাচুৰ্যৰ বাবে অসমত নাৱেৰে যাতায়াত আৰু বেহা-বেপাৰ কৰাৰ আৰু এটা শক্তিশালী নৌ-শক্তি গঠন হোৱাত সুবিধা হৈছিল আৰু এই নৌ-শক্তিৰ বলতেই আহোম সেনাই শৰাইঘাটৰ যুদ্ধত মোগলক চূড়ান্তভাৱে ঘটুৱাব পাৰিছিল। আনহাতে হাবি-জংঘল আৰু পাহাৰৰ অৱস্থিতিৰ কাৰণে গৰিলা যুদ্ধত অসমৰ সেনাৰ পাৰ্গতালি আছিল।

ভাৰতবৰ্ষৰ পূব সীমান্তত অৱস্থিত মানব প্ৰব্ৰজনৰ অন্যতম বৃহৎ দ্বাৰ হিচাপে অসমে ইতিহাসে চুকি নোপোৱা কালৰে পৰা নেগ্ৰিটো, অষ্ট্ৰলয়ড, মঙ্গোলীয় আদি বিভিন্ন মানৱ প্ৰব্ৰজন গ্ৰহণ কৰি আহিছে। অসমৰ বুকুৰেদিয়েই ভাৰতলৈ মঙ্গোলীয় প্ৰব্ৰজনৰ সোঁত বৈছিল, এইসকল অনাৰ্য লোকেই অসমত আদিম সভ্যতাৰ গুটি সিঁচি থলুৱা সংস্কৃতি গঢ়ি তুলিছিল। তেওঁলোকেই দেশখনক আৰু ইয়াৰ বিভিন্ন ঠাই আৰু নদ-নদীৰ নামকৰণ কৰিছিল। অসমৰ পুৰণি নাম 'প্ৰাগজ্যোতিষ' আৰু 'কামৰূপ' আৰু পৰৱৰ্তী মধ্যযুগৰপৰা প্ৰসিদ্ধি লাভ কৰা নাম 'অসম', অষ্ট্ৰিক, বড়ো, টাই আদি অনাৰ্য ভাষাৰ শব্দ 'পাগাৰ-জু-টিক' (ইয়াৰ অৰ্থ বহল পাহাৰীয়া অঞ্চল), 'কামৰু বা কামৰুৎ' (প্ৰেতাত্মা বা প্ৰেতাত্মা আহ্বান কৰা বিদ্যা) আৰু 'আচাম' (উত্তম বা অতুলনীয়) বা 'হাচোমৰ' (দ মাটি) সংস্কৃত-কৰণহে। বিষ্ণু ৰাভাই দৰ্শোৱাৰ দৰে বড়ো ভাষাৰ শব্দ 'ভুলুং বুথুৰ'ৰ (কল কল শব্দ কৰা নদী) পৰা 'ব্ৰহ্মপুত্ৰ' নামৰ উৎপত্তি আৰু কামাখ্যা দেৱীক বড়ো গোষ্ঠীৰ লোকসকলৰ আৰাধ্যা গোসানী 'কামজী' বা 'কামখীং' আৰ্যীকৃত ৰূপ বুলি ভাবিবৰ যথেষ্ট থল আছে। অসমত প্ৰতিটো মানৱ গোষ্ঠীৰে লোক থাকিলেও ইয়াৰ অধিবাসীসকলৰ মাজত মঙ্গোলীয় জনগোষ্ঠীৰ লোকেই সৰ্বাধিক। সেইকাৰণেই অসমৰ থলুৱা সংস্কৃতিত তুলনামূলকভাৱে মঙ্গোলীয়সকলৰ অৱদান

আছে আৰু ইয়াৰ ৰাজনৈতিক ক্ষমতাও যুগে যুগে তেওঁলোকৰ হাতত্তে ন্যস্ত থকা বুজিব পাৰি।

সীমান্তবৰ্তী ৰাজ্য হোৱা হেতুকে ভাৰতীয় ৰাজনীতিৰ মূল সুঁতিৰ পৰা অসম সচৰাচৰ বিচ্ছিন্ন হৈ আছিল। প্ৰাচীন ভাৰতৰ সম্ৰাটসকলৰ ৰাজনৈতিক আধিপত্য সাধাৰণতে গংগা উপত্যকাতে সীমিত আছিল। যি দুই-এজনে ব্ৰহ্মপুত্ৰ বা লৌহিত্যৰ পাৰলৈ ৰাজনৈতিক প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল, তেওঁলোকৰ খ্যাতিও পশ্চিমে বা নামনি ব্ৰহ্মপুত্ৰ উপত্যকাতে সীমিত আছিল বুলিব পাৰি। উনৈশ শতিকাৰ আগভাগতে অসম বৃটিছ শাসিত ভাৰতৰ অংগ হৈ পৰিছিল যদিও প্ৰকৃতপক্ষে গান্ধীজীৰ নেতৃত্বত কংগ্ৰেছে চলোৱা বৃটিছ বিৰোধী অসহযোগ আন্দোলনৰ পৰাহে সৰ্বভাৰতীয় ৰাজনীতিৰ লগত অসম ওতপ্ৰোতভাৱে জড়িত হৈ পৰে। গতিকে প্ৰাচীন আৰু মধ্যযুগত অসমৰ ৰাজনৈতিক বিবৰ্তন সৰ্ব-ভাৰতীয় ৰাজনীতিৰ পৰা মোটামুটি স্বাধীনভাৱে গঢ় লৈ উঠিছিল। প্ৰাচীন কালত কেৱল মাত্ৰ ভাস্কৰবৰ্মনেহে (আনুমানিক ৫৯৪-৬৫০ খৃঃ) সৰ্বভাৰতীয় ৰাজনীতিৰ এটা উল্লেখনীয়ভাৱে গভীৰ ভূমিকা ল'ব পাৰিছিল। মধ্যযুগত স্বৰ্গদেউ ৰুদ্ৰসিংহই কৰতোৱা গংগাত পাণ্ডা পথলাৰ মানাসৰ যোগল শাসিত বঙ্গদেশ অধিকাৰ কৰিবলৈ উত্তৰ ভাৰতৰ ৰজা-মহাৰজাসকলৰ লগত কূটনৈতিক যোগাযোগ কৰি যি প্ৰস্তুতি চলাইছিল, তেওঁৰ আকস্মিক মৃত্যুৰ বাবে সেই বৃহৎ পৰিকল্পনা বাস্তৱত ৰূপায়িত নহ'ল। গতিকে সৰ্বভাৰতীয় ৰাজনীতিত তেওঁৰ বঙ্গ আক্ৰমণৰ আয়োজনৰ কোনো প্ৰভাৱ নপৰিল।

কিন্তু সৰ্বভাৰতীয় সাংস্কৃতিক এনাজৰীৰ লগত অসম পুৰণি কালৰ পৰাই সাঙোৰ খাই পৰিছিল। পৰৱৰ্তী বৈদিক যুগত ইয়াত আৰ্য সংস্কৃতিৰ বিস্তাৰ আৰম্ভ হৈছিল আৰু সময়ত আৰ্য-অনাৰ্য সংস্কৃতিৰ সংঘাত আৰু সংমিশ্ৰণে ইয়াৰ সংস্কৃতিক নতুন ৰূপ দিছিল।

প্ৰাগজ্যোতিষ বা কামৰূপ ৰাজ্যৰ ভৌগোলিক চাৰিসীমা স্পষ্টভাৱে জনা নগ'লেও এই কথা ক'ব পাৰি যে ইয়াৰ ভৌগোলিক বিস্তৃতি আছিল যথেষ্ট বিশাল। মহাভাৰতত উল্লেখ আছে যে প্ৰাগজ্যোতিষৰ ৰজা ভগদত্তই তেওঁৰ চীনা আৰু কিৰাত সেনাবাহিনী লৈ কৌৰৱৰ সপক্ষে কুৰুক্ষেত্ৰৰ যুদ্ধত নামিছিল। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে মহাভাৰত যুগত প্ৰাগজ্যোতিষৰ উত্তৰ সীমাই বৰ্তমান অসমৰ উত্তৰ সীমাৰ পাহাৰীয়া অঞ্চল দক্ষিণ সীমাৰ তৎকালীন সাগৰৰ তীৰৱৰ্তী ঠাই চিলেট, ত্ৰিপুৰা, মৈমনসিং আদি অঞ্চললৈকে বিস্তৃত আছিল।

ৰামায়ণৰ কিষ্কিন্ধ্যা কাণ্ডত প্ৰাগজ্যোতিষৰ ৰাজ্য সাগৰৰ তীৰৱৰ্তী বৰাহ পৰ্বতৰ ওপৰত অৱস্থিত বুলি কোৱা হৈছে। ৰামায়ণৰ এই বৰাহ পৰ্বতেই অসমৰ পাৰ্বত্য অঞ্চল আৰু সাগৰখন হ'ল গংগা আৰু ব্ৰহ্মপুত্ৰৰ সংগমত সৃষ্টি হোৱা লৌহিত্য সাগৰ, যাৰ গৰ্ভত তেতিয়া আজিৰ বাংলাদেশ আৰু পশ্চিমবংগৰ বহুতো ঠাই লুকাই আছিল।

খ্ৰীষ্টীয় প্ৰথম কি দ্বিতীয় শতিকাৰ পিছৰে পৰা প্ৰাগজ্যোতিষ বা কামৰূপ ৰাজ্যৰ পশ্চিম সীমা কৰতোৱা নদীতে আবদ্ধ হৈ পৰে। এই নদীৰ পুণ্ড্ৰবৰ্দ্ধনৰ (উত্তৰ বংগ) পূব সীমাত অৱস্থিত আছিল। কিন্তু পূবৰ ফালে প্ৰাগজ্যোতিষ কামৰূপ ৰাজ্যৰ প্ৰাধান্য বেছি দূৰলৈ বিস্তাৰিত হোৱা নাছিল। মহাভাৰতৰ যুগত ব্ৰহ্মপুত্ৰৰ উত্তৰে বৰ্তমানৰ দৰং আৰু শোণিতপুৰ জিলা সামৰি বাণাসুৰৰ ৰাজ্য আৰু একেবাৰে পূবত ভীষ্মকৰ কুণ্ডিল ৰাজ্য অৱস্থিত আছিল। খ্ৰীষ্টীয় চতুৰ্থ শতিকাৰ মাজভাগত বৰ্তমানৰ নগাঁও অঞ্চলত অৱস্থিত যি ডবকা ৰাজ্যৰ উল্লেখ পোৱা যায়, সেই ৰাজ্য নিশ্চয় ইয়াৰ বহুকাল আগৰে পৰাই আছিল। খ্ৰীষ্টীয় দশম শতিকামানত ৰচিত কালিকা পুৰাণৰ মতে ত্ৰিভূজাকৃতিৰ এইখন ৰাজ্যৰ পশ্চিম সীমা আছিল দিকৰবাসিনী (দিকৰাই নদী)। খ্ৰীষ্টীয় ষোল শতিকা-মানত ৰচিত 'যোগিনীতন্ত্ৰ' আৰু 'হৰ-গৌৰী সম্বাদে' ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে কপিলী নদীলৈকে ৰাজ্যৰ বিস্তৃতিৰ আভাস দিয়ে। এইবোৰ বৰ্ণনাৰ পৰা ঠাৱৰ কৰিব পাৰি যে কালিকা পুৰাণৰ যুগৰ বহু আগৰে পৰাই কামৰূপ ৰাজ্যৰ বাহিৰত থকা ব্ৰহ্মপুত্ৰ উপত্যকাৰ পূৰ্বাঞ্চলত বড়ো গোষ্ঠীৰ চুতীয়া, কছাৰী, মৰাণ, বৰাহী আদি বিভিন্ন জনজাতিয়ে স্বাধীনভাৱে ৰাজত্ব কৰিছিল।

খ্ৰীষ্টীয় চতুৰ্থ শতিকাৰ মাজভাগত বৰ্মন বংশী ৰজাসকলৰ ৰাজত্বৰ আৰম্ভণিৰ পৰাহে অসমৰ ঐতিহাসিক যুগ আৰম্ভ হয় বুলি ক'ব পাৰি। ইতিমধ্যে ব্ৰহ্মপুত্ৰ উপত্যকাত নাঙলেৰে খেতি কৰাৰ পদ্ধতি আৰম্ভ হৈছিল। অৱশ্যে এই প্ৰণালীৰে কৃষিৰ পৰিসৰ আছিল সীমিত।

সৰহ সংখ্যক জনজাতীয় লোকে ঝুম খেতিহে কৰিছিল। এই প্ৰণালী বিশেষকৈ পাহাৰীয়া জনজাতিসকলৰ মাজত এতিয়াও চলি আছে। ঐতিহাসিক যুগৰ বৰ্মন, শালস্তম্ভ আৰু পালবংশী ৰজাসকলক কোনো কোনো পণ্ডিতে আৰ্য-বংশ সম্ভূত বুলি ব্যাখ্যা কৰিব খোজে যদিও তেওঁলোকক আৰ্যীকৃত বড়ো গোষ্ঠীৰ লোক বুলি ঠাৱৰ কৰাটোহে বেছি যুক্তিসম্মত হ'ব যেন বোধ হয়।

তেৰ শতিকাৰ তৃতীয় দশকত ব্ৰহ্মপুত্ৰ উপত্যকাত আহোমসকলৰ আগমনৰ

লগে লগে অসমৰ ৰাজনৈতিক ভৌগোলিক বুৰঞ্জীৰ সুদূৰ প্ৰসাৰী পৰিবৰ্ত্তনৰ প্ৰক্ৰিয়া আৰম্ভ হয়। ইতিমধ্যে পশ্চিমত কামৰূপ ৰাজ্য ভাঙি-ছিঙি নতুনকৈ কমতা ৰাজ্য গঠিত হ'ল। বোল শতিকাৰ আৰম্ভণিত এই কমতা ৰাজ্যৰ ধ্বংস-স্তূপতে মংগোলীয় গোষ্ঠীৰ কোচ জনজাতিসকলে কোচ ৰাজ্য প্ৰতিষ্ঠা কৰি পশ্চিমে উত্তৰ বংগৰ বৰ্তমানৰ কোচবিহাৰ আৰু উত্তৰত নেপাল ভূটানৰ সীমা পৰ্যন্ত ইয়াৰ ৰাজনৈতিক আধিপত্য বিস্তাৰ কৰে। মহাৰাজ নৰনাৰায়ণৰ দিনত (১৫৪০-১৫৮৭) তেওঁৰ সুযোগ্য ভ্ৰাতৃ তথা সেনাপতি বীৰ চিলাৰায়ৰ নেতৃত্বত উত্তৰ-পূৰ্বাঞ্চলৰ অধিকাংশ অঞ্চলতে কোচৰ ৰাজনৈতিক প্ৰাধান্য বিস্তাৰ হৈছিল যদিও তেওঁলোকৰ এই আধিপত্য স্থায়ী নহ'ল।

আহোমসকল আহিবৰ সময়ত ব্ৰহ্মপুত্ৰ উপত্যকাৰ পূৰভাগত চুতীয়া, মৰাণ, বৰাহী, কছাৰী আদি জনজাতিসকলেই ৰাজত্ব কৰিছিল। চুকাফাৰ দিনতে (১২২৮-১২৬৮) মৰাণ, বৰাহীৰ ৰাজ্যৰ অৱলুপ্তি ঘটিছিল। চুতীয়াসকলৰ সভ্যতা-সংস্কৃতি যথেষ্ট উন্নত আছিল যদিও তেওঁলোকেও অৱশেষত আহোমৰ হাতত পৰাজয় স্বীকাৰ কৰি ৰাজ্য হেৰুৱাইছিল। কছাৰীসকলেও আহোমৰ পৰাক্ৰমত তিষ্ঠিব নোৱাৰি লাহে লাহে হ'হকি আহি অৱশেষত মাইবঙত ৰাজধানী পাতি ৰাজত্ব কৰি আছিল। কমতা-চুতীয়া আৰু কছাৰী ৰাজ্যৰ অন্তৰ্ভুক্ত নোহোৱা বা স্বাতন্ত্ৰ্য বজাই ৰাখি নিজ নিজ এলেকা শাসন কৰি থকা ভূঞাসকলকো সোতৰ শতিকাৰ আগভাগত আহোমসকলে সম্পূৰ্ণ বশীভূত কৰিছিল। এনেকৈয়ে টাই-শান গোষ্ঠীৰ আহোমসকলে সাতৰাজ্য ৰাখি একেৰাজ্য কৰি অসমত ৰাজনৈতিক ঐক্য আৰু সংহতিৰ প্ৰক্ৰিয়া আৰম্ভ কৰিছিল।

ইতিমধ্যে তেৰ শতিকাৰ আৰম্ভণিৰ পৰাই মুছলমানসকলে কামৰূপ ৰাজ্য আক্ৰমণ কৰিছিল। পূব সীমান্তৰ এইখন ৰাজ্যৰ মাজেদি অভিযান চলাই তেওঁলোকে তিব্বত, চীন, ব্ৰহ্মদেশ আদি ৰাজ্য জয় কৰিবলৈ অভিলাষ কৰিছিল। দক্ষিণ-পূব এচিয়াৰ দেশসমূহৰ লগত সুচল বাণিজ্যিক পথ এটাৰ সন্ধানে তেওঁ-লোকৰ সামৰিক অভিযানবিলাকত ইন্ধন যোগাইছিল। অসমৰ প্ৰাকৃতিক সম্পদেও তেওঁলোকক আকৰ্ষিত কৰিছিল। তুৰ্কী-আফগানসকল আৰু মোগল-সকলৰ বাৰম্বাৰ আক্ৰমণ কামৰূপৰ বজা আৰু আহোম স্বৰ্গদেউসকলে প্ৰতিহত কৰিছিল। সোতৰ শতিকাৰ আগভাগত কোচ ৰাজ্য বিভাজনৰ পিছত কামৰূপত প্ৰতিষ্ঠা হোৱা মোগল শাসন ওফৰাই পেলাবলৈ সেই অঞ্চলৰ জনজাতীয় লোক-সকল একেমুঠ হৈছিল। মোগল আক্ৰমণৰ আকাঙ্খাই অসমৰ বাসিন্দাসকলৰ

মাজত ধীৰে ধীৰে গঢ়ি উঠা আঞ্চলিক ৰাজনৈতিক চেতনাপথত অবিহণা যোগাইছিল। জনজাতীয় যুৱৰীসকলে সুন্দৰকৈ উপলব্ধি কৰিছিল যে আহোম স্বৰ্গদেৱৰ নেতৃত্ব অবিহনে মোগল বিৰোধী সংগ্ৰাম সম্ভৱ নহয়। গতিকে তেওঁলোকে স্বইচ্ছাই স্বৰ্গদেউ প্ৰতাপসিংহক তেওঁলোকৰ নেতা বুলি গ্ৰহণ কৰিছিল আৰু সংঘৰ্ষৰ কালছোৱাত আহোম স্বৰ্গদেউক সগৌৰৱে 'আমাৰ অসমৰ ৰজা' বুলি কৈ তেওঁৰ ওচৰত নতশিৰ হ'বলৈ পৰাজিত মোগল বাহিনীক আহ্বান জনাইছিল। এই পটভূমিতে গঢ়ি উঠিছিল জনজাতীয় অ-জনজাতীয় বাসিন্দাৰ জন্মভূমি অসম নামৰ ৰাজ্যখনৰ এখন ৰাজনৈতিক ছবি—এটা চেতনাবোধ। অসমৰ বিভিন্ন জাতি-জনজাতি আৰু পাহাৰ-ভৈয়ামৰ সম্পৰ্কৰ বুৰঞ্জীত এই ঘটনা বিশেষভাৱে প্ৰণিধানযোগ্য। জনজাতীয় লোকসকলৰ লগত উভৈহতীয়া স্বাৰ্থৰ এনেকুৱা বুজাপৰা আৰু পাৰস্পৰিক সম্প্ৰীতি স্থায়ীভাৱে বজাই ৰাখিব পৰা হ'লে পৰৱৰ্ত্তী আৰু সাম্প্ৰতিক কালৰ বহুতো অসুস্থ ঘটনা সম্ভৱতঃ সংঘটিত নহ'লহেঁতেন।

ইতিমধ্যে শংকৰ-মাধৱৰ নব-বৈষ্ণৱ আন্দোলনে অসমৰ সাংস্কৃতিক সমন্বয়ৰ নতুন দুৱাৰ মুকলি কৰিছিল আৰু ধৰ্মৰ ভেটিত সকলো জনগোষ্ঠীৰ লোকক লৈ এখন সাৰ্বজনীন সমাজ গঠন কৰি এটা নতুন সংস্কৃতি গঢ়ি তুলিছিল। কালক্ৰমত আহোম স্বৰ্গদেউসকলে খেল বা পাইক প্ৰথাৰ জৰিয়তে ৰাজনৈতিক পটভূমিত গঢ়ি তোলা সংস্কৃতি আৰু বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰকসকলে ধৰ্মৰ ভিত্তিত গঢ়ি তোলা সংস্কৃতিৰ সমন্বয় ঘটি বৈশিষ্ট্যপূৰ্ণ অসমীয়া সংস্কৃতি গঢ়ি উঠিছিল। ইয়াৰ মাধ্যমিক জনজাতীয় জীৱনধাৰাৰ মূল চৰিত্ৰটোৰ সামন্তীয় ৰূপলৈ উত্তৰায়ন ঘটিছিল। আহোম স্বৰ্গদেউসকলে হিন্দু ধৰ্ম গ্ৰহণ কৰি এই প্ৰক্ৰিয়াত বিশেষ ইন্ধন যোগাইছিল, যাইকৈ স্বৰ্গদেউ ৰুদ্ৰসিংহৰ পৃষ্ঠপোষকতাত অসমৰ সংস্কৃতিৰ উল্লেখনীয় বিকাশ সাধন হৈছিল।

এইখিনিতে এইটোও মন কৰিবলগীয়া যে ৰাজনৈতিক কাৰণত যেতিয়া শাসক গোষ্ঠীয়ে এটা নিৰ্দিষ্ট অঞ্চলৰ ভিতৰতে নিজৰ ক্ষমতা আবদ্ধ ৰাখিছিল, শংকৰ, মাধৱ আৰু আনকি মায়ামৰ সত্ৰ প্ৰতিষ্ঠাতা অনিৰুদ্ধদেৱেও ভাৰতবৰ্ষক আগত ৰাখিহে নিজৰ কাৰ্য্যাৱলী আগবঢ়াই নিছিল। মাধৱদেৱে স্পষ্টভাৱেই 'ভাৰতে বেহাৰো হাট' বুলি ভক্তসকলক আহ্বান জনাইছিল। আন কথাত, আহোম-মোগলৰ সংঘৰ্ষৰ কালছোৱাতো অসমৰ বুদ্ধিজীৱীয়ে ভাৰতীয় মূল সাংস্কৃতিক ধাৰাৰ লগত সংযোগ বিচাৰিছিল। মোগল আক্ৰমণৰ শংকা দূৰীভূত

হোৱাৰ পিছত স্বৰ্গদেউ ৰুদ্ৰসিংহয়ো ভাৰতীয় সংস্কৃতিৰ লগত অসমৰ সংস্কৃতিৰ সমন্বয় বিচাৰিছিল।

আহোম-মোগলৰ সংঘৰ্ষৰ পিছত মানাহ নদীয়েই অসমৰ পশ্চিম সীমা নিৰ্দ্ধাৰিত হৈছিল আৰু আহোম ৰাজত্বৰ শেষ পৰ্য্যন্ত এই সীমা অব্যাহত আছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনতে আহোম ৰাজশক্তি গৌৰৱৰ উচ্চ শিখৰত উঠিছিল আৰু তাৰ পিছৰ পৰাই ধীৰে ধীৰে ই পতনমুখী হৈছিল। ইতিমধ্যে ৰজাঘৰ আৰু প্ৰজাঘৰৰ মাজত ফাট মেলিছিল। যিমানেই শাসক গোষ্ঠীয়ে শাসনৰ জৰী টানি ধৰি প্ৰজাক শোষণ কৰিছিল, সিমানেই প্ৰজাসকল ৰজাঘৰৰ পৰা আঁতৰি গৈছিল, প্ৰজা বিদ্ৰোহৰ প্ৰথম নিচান তৰিছিল মায়ামৰীয়াসকলে। কালক্ৰমত জৰৌবোৰা সকলো প্ৰজাই বিদ্ৰোহী মায়ামৰীয়াসকলৰ লগত যোগ দি ৰজাঘৰক চৰম বিপদত পেলাইছিল। অৱশেষত উপায় নেপাই শাসক গোষ্ঠীয়ে কোম্পানী চৰকাৰৰ সহায় বিচাৰিছিল। ইংৰাজ আহিছিল, দেশখনৰ প্ৰাকৃতিক সম্পদ আৰু বাণিজ্যিক সম্ভাৱনাৰ ভু লৈছিল আৰু কিছুদিন পিছত অসমৰ পৰা মানক খেদোৱাৰ ছলেৰে দেশখনৰ গৰাকী হৈ ৰহিছিল।

মায়ামৰীয়া বিদ্ৰোহ আৰু মানৰ আক্ৰমণত দীৰ্ঘকাল ধৰি জুৰুলা হৈ পৰা অসমবাসীয়ে পোনতে ইংৰাজক ভেঁওলোকৰ ত্ৰাণকৰ্তা বুলিয়ে আদৰি লৈছিল, কিন্তু কিছুদিনৰ পিছতে 'বগা বঙাল'ৰ সাম্ৰাজ্যবাদী ক'লা কন্দি বুজিব পাৰি এচাম আভিজাত্যই অসমৰ পৰা বৃটিছক খেদিবলৈ আয়োজন কৰি ব্যৰ্থ হৈছিল। লাহে লাহে সমগ্ৰ পূৰ্বাঞ্চল বৃটিছৰ ঔপনিবেশিক শাসন-শোষণৰ বলি হৈছিল। বিভিন্ন নতুন নতুন প্ৰক্ৰিয়াৰে বৃটিছৰ শোষণ কাৰ্য্য চলিছিল। ১৮৫৭ ইং বিদ্ৰোহৰ সময়ত বৃটিছক খেদিবলৈ চেষ্টা কৰি মণিৰাম দেৱান আৰু তেওঁৰ ঘাই সহযোগী পিয়লি বৰুৱাই ফাঁচী কাঠত মৃত্যু বৰণ কৰিছিল। কৰৰ বোজাত অতিষ্ঠ হৈ উনৈশ শতিকাৰ দ্বিতীয়াৰ্দ্ধত ফুলগুৰি, পাথৰু ঘাট, ৰঙ্গিয়া, লাচিমা আদি ঠাইৰ কৃষক প্ৰজাই বিদ্ৰোহ তুলি চৰকাৰক হাবু থুৰু খুৱাইছিল, কিন্তু ভাৰতৰ অন্যান্য ঠাইৰ দৰে অসমৰ কৃষক বিদ্ৰোহীবোৰো বিচ্ছিন্ন আছিল। সমগ্ৰ অসমৰ কৃষক সংগঠিত হৈ এটা ঐক্যবদ্ধ সংগ্ৰাম চলোৱাৰ প্ৰচেষ্টা তেতিয়া চলা নাছিল। গতিকে চৰকাৰে অচিৰেই বৰ্বৰ হাতেৰে এই বিদ্ৰোহবোৰ দমন কৰিছিল।

ইতিমধ্যে পৰ্বত আৰু ভৈয়ামৰ সম্প্ৰীতিৰ মাজত খাখাৰ প্ৰাচীৰ গঢ়িবলৈ চৰকাৰে ১৮৭৩ খৃঃত 'ইনাৰ লাইন ৰেগুলেচন' বা ভিতৰৰা সীমা আইন বলবৎ

কৰিছিল। ইয়াৰ পিছৰ বছৰতে বঙ্গদেশৰ পৰা জনবহুল চিলেট জিলাক কাঢ়ি আনি অসমৰ লগত লগ লগাই এজন মুখ্য আয়ুক্তৰ অধীনত অসমক সুকীয়া প্ৰশাসনীয় গোট কৰা হয়। এই নতুন প্ৰদেশখনৰ ৰাজধানী আছিল শিলঙত। এই ভৌগোলিক বিবৰ্তনৰ ফলশ্ৰুতিয়ে পৰৱৰ্তী কালত অসমৰ বিস্তৰ ক্ষতি সাধন কৰিছিল। ১৯০৫ খৃঃত হোৱা বঙ্গ বিভাজনত পূৰ্ববংগ অসমক লগ লগাই এজন এজন লেফটেনাণ্ট গৱৰ্ণৰৰ তলত সুকীয়া পূৰ্ববংগ আৰু অসম প্ৰদেশ গঠন কৰা হৈছিল। বঙ্গ ভংগৰ ফল স্বৰূপে সমগ্ৰ ভাৰত জুৰি সংঘটিত হোৱা স্বদেশী আন্দোলনৰ পৰিপ্ৰেক্ষিতত ১৯১১ খৃঃত এই ব্যৱস্থা বাতিল কৰা হয়। ১৯২১ খৃঃত অসমক গৱৰ্ণৰৰ শাসিত প্ৰদেশ কৰা হয়। তেতিয়াৰে পৰা দেশ স্বাধীন হোৱালৈকে অসম এজন গৱৰ্ণৰৰ অধীনত আছিল।

আধুনিক অসমৰ প্ৰথম ৰাজনৈতিক অনুষ্ঠান আছিল 'আসাম এচ'চিয়েশ্যন'। কিন্তু এই সভা শিক্ষাত মধ্যবিত্তৰহে আছিল। পিছলৈ আসাম এচ'চিয়েশ্যনে বায়তৰ কিছুমান সমস্যা হাতত লৈছিল যদিও ইয়াৰ গণভিত্তি নাছিল আৰু স্থানীয় সমস্যাৰ উৰ্দ্ধলৈও ই উঠিব পৰা নাছিল। গতিকে অসমত কংগ্ৰেছ গঠন হোৱাৰ পিছতহে অসমৰ ৰাজনৈতিক বিবৰ্তনৰ ধাৰা ভাৰতৰ ৰাজনৈতিক বিবৰ্তনৰ মূল সুঁতিৰ লগত প্ৰকৃতাৰ্থত সংযোগ হয়।

অসমত জাতীয়তাবাদৰ জন্ম আৰু বিকাশ আৰু স্বাধীনতা আন্দোলনত অসমৰ গৌৰৱময় ভূমিকাৰ কথা এই চমু ভাষণত কোৱাটো সম্ভৱ নহয়। বৃটিছৰ দ্বাৰা অসমৰ বিভিন্ন প্ৰাকৃতিক সম্পদ শোষণ, অসমত চাহ-খেতিৰ প্ৰচলন আৰু অসমৰ অৰ্থনীতি আৰু সমাজত তাৰ ফলশ্ৰুতি, চৰকাৰৰ পৃষ্ঠপোষকতাত পূৰ্ববংগৰ (বৰ্তমানৰ বাংলাদেশ) পৰা অসমলৈ অবিৰাম জনপ্ৰবাহ আৰু স্বাধীনোত্তৰ কালতো আজি পৰ্যন্ত তাৰ পুনৰাবৃত্তি, যি ঘটনাই অৱশেষত ছবছৰ জোৰা বিদেশী বিতাড়ন আন্দোলনৰ জন্ম দি অসমৰ ৰাজনৈতিক পটৰ পৰিবৰ্তন ঘটালে স্বাধীনোত্তৰ কালত বৃহত্তৰ অসমৰ ভাঙোন আৰু কোনো লোকৰ মাজত গঢ়ি উঠা বিচ্ছিন্নতাবাদী মনোভাব—ইত্যাদি ঘটনাৰ ঐতিহাসিক গুৰুত্ব আজিৰ আলোচনা চক্ৰৰ সন্মানিত সমালোচকসকলে তেওঁলোকসকলৰ ভাষণত আলোচনা কৰিব বুলি আশা ৰাখিছোঁ।

ভৌগোলিক ৰাজনৈতিক পটত বিয়েই বিবৰ্তন নহওক লাগিলে আমি সমূহ অসমবাসীৰ মাজত ঐক্য আৰু সংহতি, শান্তি আৰু মিলাপ্ৰীতি বিচাৰোঁ।

আমি অসমবাসীয়ে দুষ্কৃতিক বিনাশী সংস্কৃতিক স্থাপন কৰিব লাগিব আৰু সমন্বয়ৰ সেন্দুৰী পথেদি প্ৰগতিৰ পথত আগবাঢ়িব লাগিব।

এইখিনিকৈ কৈ মোৰ ভাষণৰ ঘটা-টুটা, ভুল-ক্ৰটীৰ বাবে মই পুনৰ আপোনা-লোকৰ মাৰ্জনা বিচাৰিছোঁ আৰু আপোনালোক আটাইলৈকে পুনৰবাৰ শলাগৰ শৰাই আগবঢ়াই আজিৰ আলোচনা চক্ৰ উদ্বোধন কৰিছোঁ।

জয় আই অসম।

## "ৰূপান্তৰৰ মাজেদি অসমৰ ভৌগোলিক আৰু ৰাজনৈতিক বুৰঞ্জী"

## আলোচনা চক্ৰৰ সঞ্চালকৰ ভাষণ

ড° যোগেন্দ্ৰনাথ ফুকন

সমবেত সুধীবৃন্দ,

অসম সাহিত্য সভাৰদ্বাৰা আয়োজিত আজিৰ এই আলোচনা চক্ৰৰ সঞ্চালকৰ দায়িত্ব সুকলমে পালন কৰাৰ ক্ষেত্ৰত আপোনাসকলৰ পূৰ্ণ সহযোগিতা আন্তৰিকতাৰে কামনা কৰিছোঁ। সঞ্চালকৰ উচিত কৰ্তব্য হ'ল আলোচনা চক্ৰখন নিয়াৰিকৈ পৰিচালনা কৰা আৰু শেষত সামৰণি মন্তব্য দিয়া। আলোচকসকলৰ আলোচনাৰ পূৰ্বে সঞ্চালকৰ নিজৰ চিন্তাধাৰা আৰু দৃষ্টিভংগীৰে ভাৰাক্ৰান্ত ভাষণ এখন পাঠ কৰাটো বৰ্তমানে পৰম্পৰাত পৰিণত হৈছে। প্ৰধান সম্পাদকৰ অনুৰোধৰ প্ৰতি সন্মান জনাই সঞ্চালকৰ দায়িত্ব গ্ৰহণ কৰিলেও মাত্ৰ দিনচেৰেকৰ ভিতৰতে "ৰূপান্তৰৰ মাজেদি অসমৰ ভৌগোলিক আৰু ৰাজনৈতিক বুৰঞ্জী" শীৰ্ষক আলোচনা চক্ৰৰ সঞ্চালকৰ অভিভাষণ প্ৰস্তুত কৰাটো সম্ভৱ হ'ব নোৱাৰে। তথাপি গ্ৰন্থপঞ্জী আৰু পাদটীকাৰে যেটমৰা বোজা সততে পৰিহাৰ কৰি আলোচনাৰ পাতনি হিচাপেহে আমাৰ বক্তব্য চমুকৈ দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে।

ৰাজনৈতিক বুৰঞ্জী ইতিহাসৰ পাঠ্যক্ৰমৰ এক প্ৰধান অংগ যাৰ লৈতে ভৌগোলিক বুৰঞ্জী (Geographical history) অংগাংগীভাৱে জড়িত। সেয়ে ৰাজনৈতিক ঘটনাক্ৰমৰ চৰ্চা আৰু গৱেষণাৰ সময়ত ঐতিহাসিক মানচিত্ৰখনো স্পষ্ট হ'ব লাগিব। পণ্ডিতসকলৰমতে ভূগোল হ'ল ইতিহাসৰ চৰ্ম চক্ষু। আধুনিক কালত অৱশ্যে ইতিহাসৰ আৰু গৱেষণাৰ পৰিসৰ আৰু দৃষ্টিভংগীৰ ইমান আমূল পৰিবৰ্তন ঘটিছে যে ইতিহাসৰ প্ৰকৃত স্বৰূপ জানিবলৈ হ'লে ভূগোলৰ বাহিৰেও অন্যান্য ওচৰ সম্পৰ্কীয় বিষয়, যেনে—নৃতত্ব, সমাজবিজ্ঞান, অৰ্থনীতি, ধৰ্ম, ভাষাবিজ্ঞান আদিৰ লৈতে পৰিচয় থকাটো একান্ত বাঞ্চনীয়,

আনকি প্ৰাণীবিজ্ঞান, উদ্ভিদবিজ্ঞান আৰু ভূতত্ত্ব আদি বিষয়ৰ লৈতেও সমন্বয়ৰ আৱশ্যক। নহ'লে একোখন দেশৰ একোখন সমাজৰ একোটা যুগৰ প্ৰকৃত পৰিচয় উদ্‌ঘাটন কৰিব পৰা নেযায়।

অসমৰ ৰাজনৈতিক বুৰঞ্জীৰ আদি কাললৈ ঘূৰি চালে আমি বিভিন্ন লেখমালা আৰু গ্ৰন্থত উত্তৰ-পুব ভাৰতৰ দুটি প্ৰাচীন ৰাজ্যৰ নাম পাওঁ, সেয়া হ'ল— প্ৰাগজ্যোতিষ আৰু কামৰূপ। মহাভাৰত আৰু ৰামায়ণত প্ৰাগজ্যোতিষপুৰ নামটো একাধিক বাৰ পোৱা যায়, কিন্তু কামৰূপ নামটো পোৱা নাযায়। কামৰূপ নামটোৰ প্ৰথম উল্লেখ পোৱা হয় খ্ৰীষ্টীয় চতুৰ্থ শতিকাৰ শেষছোৱাত গুপ্তসম্ৰাট সমুদ্ৰগুপ্তৰ প্ৰয়াগ প্ৰশস্তিত—য'ত সমতট-ডবাক-কামৰূপ-নেপাল-কৰ্তৃপুৰ এই পাঁচখনক গুপ্তসাম্ৰাজ্যৰ প্ৰত্যন্ত দেশ (Frontier States) বুলি কোৱা হৈছে। উক্ত লেখমতে এই ৰাজ্য পাঁচখনৰ ৰজাই স্বায়ত্ত শাসন ভোগ কৰিছিল যদিও সময়ে সময়ে গুপ্ত সম্ৰাটৰ ৰাজ দৰবাৰত স্বয়ং উপস্থিত থকাৰ উপৰিও কৰ দিব লগা হৈছিল আৰু গুপ্তসম্ৰাটৰ "গৰুড়" ছাপ মোহৰ নিজ ৰাজ্যত প্ৰচলন কৰিব লগা হৈছিল। প্ৰাচীন ডবাক এতিয়াৰ কপিলী-যমুনা উপত্যকাৰ ডবকা অঞ্চলত আছিল বুলি থিৰাং কৰা হৈছে। গতিকে কামৰূপ ৰাজ্যৰ সীমা কিমানখিনি আছিল? চন্দ্ৰগুপ্ত বিক্ৰমাদিত্য—কুমাৰ গুপ্তৰ সময়ত কালিদাসে ৰচনা কৰা "ৰঘুবংশ" কাব্যখনত সূৰ্যবংশীয় ৰঘুৰ ৰাজ্য জয় সম্পৰ্কত প্ৰাগজ্যোতিষ আৰু কামৰূপৰ উল্লেখ থকাৰ পৰা অনুমান হয় যেন এই দুখন পৃথক পৃথক ৰাজ্য আছিল আৰু প্ৰাগজ্যোতিষৰ পূৰ্বদিশত আছিল কামৰূপ ৰাজ্য। গুৱাহাটীৰ গাতে লাগি থকা নীলাচল পাহাৰৰ উত্তৰ-পূৱত পোৱা শিলালিপি এখনত মহাৰাজাধিৰাজ সুৰেন্দ্ৰ বৰ্মা নামটো পোৱা যায়। নিঃসন্দেহে বৃহৎ আকাৰৰ শিলভোখৰ যথাস্থানতে আছে। সাৰ্বভৌমত্ব সূচক "মহাৰাজাধিৰাজ" উপাধিৰ পৰা অনুমান হয় গুৱাহাটী অঞ্চলত চতুৰ্থ-পঞ্চম শতিকাত মহাৰাজাধিৰাজ সুৰেন্দ্ৰ বৰ্মাই ৰাজত্ব কৰিছিল। এই ৰাজ্যখনেই কামৰূপ ৰাজ্য আছিল বুলি কৰা অনুমান যুক্তি সঙ্গত। এইটোও অসম্ভৱ নহয় যে সুৰেন্দ্ৰ বৰ্মাৰ সময়ত ৰাজ্য হিচাপে প্ৰাগজ্যোতিষৰ স্বতন্ত্ৰ অস্তিত্ব কামৰূপৰ ভিতৰত সোমাই পৰিছিল।

খ্ৰীষ্টীয় সপ্তম শতিকাৰ পৰা দশম শতিকাৰ ভিতৰত ৰচিত কালিকাপুৰাণত পোৱা যায় যে ৰজা নৰকে কিৰাতৰাজ ঘটক আৰু তেওঁৰ কিৰাত সৈন্যবাহিনীক পৰাস্ত কৰি প্ৰাগজ্যোতিষ ৰাজ্য অধিকাৰ কৰে আৰু পিছত বাহিৰৰ পৰা ব্ৰাহ্মণ, মুনি, ঋষি আনি বহুৱায়; ফলত দেশখনে কামৰূপ ৰাজ্য নাম পায়। একেখন

পুৰাণতে কোৱামতে পশ্চিমত কৰতোৱা নদীৰ পৰা পূবে দিক্কৰ বাসিনীলৈকে বিস্তৃত ভূমিখণ্ডত নৰকৰ আধিপত্য প্ৰতিষ্ঠিত হয় যদিও ললিত কান্তাৰ পৰা দিক্কৰ বাসিনী পীঠ পৰ্যন্ত শৰণাৰ্থী কিৰাত মানুহক নৰকে ঠাই দিছিল। দিক্কৰ বাসিনী পীঠৰ অৱস্থান লৈ এতিয়া আৰু সন্দেহ নাই। শদিয়াৰ অদূৰৱৰ্তী পাৱাৰ ওচৰত পোৱা দ্বাদশ-ত্ৰয়োদশ শতিকাৰ লিপি এখনত দিক্কৰ বাসিনী দেৱীৰ মন্দিৰ সংস্কাৰ সম্পৰ্কত উল্লেখ কৰা প্ৰখ্যাত বুৰঞ্জীবিদ, লিপিবেত্তা দীনেশচন্দ্ৰ সৰকাৰদেৱে শদিয়াৰ অঞ্চলক পুৰাণোক্ত দিক্কৰ বাসিনী পীঠ বুলি সাব্যস্ত কৰিছে।

আনহাতে ডবকা ৰাজ্যৰ উল্লেখ প্ৰয়াগ প্ৰশস্তিৰ বাহিৰে অন্যত্ৰ নোপোৱাৰ কাৰণে আৰু সপ্তম শতিকাৰ কামৰূপৰ সাৰ্বভৌম সম্ৰাট ভাস্কৰ বৰ্মাৰ উপৰি পুৰুষ মহাভূতি বৰ্মাৰ বড়গঙ্গা লিপিয়ে প্ৰমাণ কৰে যে ডবকা অঞ্চলত মহাভূতি বৰ্মাৰ অধিকাৰ আছিল। অনুমান হয় ডবকাৰ স্বতন্ত্ৰ অস্তিত্ব কামৰূপ ৰাজ্যৰ ভিতৰত লুপ্ত হৈছিল। নিধানপুৰ তাম্ৰলিপিয়ে প্ৰমাণ কৰে যে শ্ৰীহট্ট জিলাৰ পঞ্চখণ্ড অঞ্চলত ভূতিবৰ্মাৰ অধিকাৰ সুপ্ৰতিষ্ঠিত আছিল আৰু ভাস্কৰ বৰ্মাই পশ্চিমবঙ্গৰ মুৰ্শিদাবাদ জিলাৰ কৰ্ণসুবৰ্ণ পৰ্যন্ত ভূমিখণ্ড নিজৰ অধীনলৈ আনিবলৈ সমৰ্থ হৈছিল। চৈনিক পৰিব্ৰাজক হিউৱেন চাঙৰ বৰ্ণনাত পোৱা মতে ভাস্কৰবৰ্মাই ৩০ হেজাৰ হাতী আৰু ২০ হেজাৰ নাও লৈ হৰ্ষবৰ্দ্ধনক লগ ধৰিবলৈ গৈছিল। এই বিশাল বাহিনীৰ গমনপথ চিন্তা কৰিলে অনুমান হয় গোৱালপাৰাৰ পৰা কৰ্ণসুবৰ্ণলৈকে বিস্তৃত সমগ্ৰ দক্ষিণ আৰু মধ্যবংগ ভাস্কৰৰ অধীনত আছিল। গৌড়ৰাজ শশাংকৰ মৃত্যু আৰু তাৰ পিছৰ কালছোৱাত পূৱবংগত শক্তিশালী ৰজাৰ অনুপস্থিতিয়ে ভাস্কৰৰ বিজয় যাত্ৰাক সুগম কৰি তুলিছিল বুলি অনুমান হয়।

ভাস্কৰ বৰ্মাৰ বংশৰ পাছত শালস্তম্ভ বংশই অষ্টম-নৱম-দশম শতিকাৰ কামৰূপত ৰাজত্ব কৰে। ইয়াৰ পাছত আহে ব্ৰহ্মপাল প্ৰতিষ্ঠিত পালবংশ। পালৰজা ইন্দ্ৰপাল আৰু ৰত্নপালে পূৱবঙ্গৰ চন্দ্ৰবংশীয় ৰজাসকলৰ বিৰুদ্ধে যুদ্ধ কৰিব লগীয়া হৈছিল। বিভিন্ন উপাদানৰ পৰা জনা যায় যে অষ্টম-নৱম-দশম শতিকাত পূৱবঙ্গত একাধিক স্বাধীন ৰাজবংশৰ উত্থান-পতন ঘটিছিল যদিও সেইখণ্ড কামৰূপ ৰাজ্যৰ ভিতৰত নাছিল। চন্দ্ৰবংশীয় ৰজাসকলৰ পিছত গৌড়ৰ পাল আৰু সেন বংশই পূৱবঙ্গত ৰাজত্ব কৰে। এইদৰে চালে দেখা যায় যে ভাস্কৰবৰ্মাৰ সময়তেই কামৰূপ ৰাজ্যৰ সীমা সৰ্বাধিক বিস্তৃত আছিল বুলি ক'ব পাৰি। ৰজৰ চন্দ্ৰপাল

সেন বংশীয় লিপিমালা আৰু প্ৰাচীন পুথিত কামৰূপ নামৰ সৰ্বাধিক উল্লেখ আছে।

সপ্তদশ শতিকাৰ যোগিনীতন্ত্ৰৰ বচনাকাৰে কামৰূপৰ বিস্তৃতি বৰ্ণনা কৰোঁতে প্ৰাচীন মত অনুসৰি যেতিয়া দিক্ৰৰ বাসিনী, পশ্চিমে কৰতোৱা, উত্তৰে কাঞ্চনজংঘা আৰু দক্ষিণত লাক্ষা-ব্ৰহ্মপুত্ৰ সংগমৰ উল্লেখ কৰে, অনুমান হয় যেন তেওঁ অষ্টম-নৱম শতিকাৰ কামৰূপ ৰাজ্যৰ সীমাহে বৰ্ণনা কৰিছে। একাদশ শতিকাৰ গৌড়ৰাজ ৰামপালৰ কামৰূপ আক্ৰমণৰ ফলত এই ৰাজ্য পালসাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হৈছিল বুলি অনুমান হয়। এইদৰে কামৰূপৰ স্বাধীনতাৰ পতন ঘটিছিল। অৱশ্যে ৰামপালৰ প্ৰতিভূ বৈদ্যদেৱ কামৰূপৰ শাসনকৰ্তা হৈ প্ৰায় স্বাধীন নৰপতি হিচাপে শাসনকাৰ্য পৰিচালনা কৰিছিল। সেনৰাজ লক্ষণসেনে কামৰূপ জয় কৰিছিল বুলি দাবী কৰিছে। অৱশ্যে উত্তৰবংগৰ পৰা গোৱালপাৰা অঞ্চল পৰ্যন্ত ঈশ্বৰ ঘোষ নামৰ এজন বজাই নিজকে প্ৰতিষ্ঠা কৰিছিল বুলি ৰামগঞ্জ তাম্ৰলিপিৰ পৰা জনা যায়। উত্তৰবংগৰ যি অঞ্চল বহু শতাব্দী ধৰি কামৰূপ ৰাজ্যৰ অবিচ্ছেদ্য অংশ ৰূপে পৰিগণিত আছিল তেতিয়াৰ পৰাই কামৰূপৰ বাহিৰলৈ যায়।

ত্ৰয়োদশ শতিকাৰ তৃতীয় দশকত ছ্যু-কা-ফাৰ নেতৃত্বত চীনৰ য়ুন্নান প্ৰদেশৰ দক্ষিণ-পশ্চিমৰ পৰা টাই জনগোষ্ঠীৰ আহোম নাম পোৱা লোকসকল আহি ব্ৰহ্মপুত্ৰ উপত্যকাৰ দক্ষিণ-পূব খণ্ডত ৰাজ্য প্ৰতিষ্ঠা কাৰ্যই পৰবৰ্তী কালত ইয়াৰ ৰাজনৈতিক ইতিহাসত এক আমূল পৰিবৰ্তনৰ সূচনা কৰে। দক্ষিণ-চীন আৰু উত্তৰ ম্যান্‌মা (বৰ্মা) দেশৰ প্ৰায় সকলোবোৰ জনজাতীয় লোকেই টাইসকলক "চাম্‌" বা "আচাম" বুলি কয়। এই "চাম্‌" বা "আচাম" নামৰ পৰাই "আচাম", "আসাম", "অসম" বা আহোম" হ'লগৈ। এই কথা আমি অন্যত্ৰ আলোচনা কৰিছোঁ। সি যি হওক, আহোমসকলৰ লিপিবদ্ধ বিবৰণৰ পৰা অসমৰ ৰাজনৈতিক বুৰঞ্জীৰ ছবি এখন আমাৰ চকুত লাহে লাহে স্পষ্টতৰ হৈ ধৰা দিয়ে।

আহোমসকলৰ আগমনৰ সময়ত শদিয়াক কেন্দ্ৰ কৰি তিও-বা (চুতীয়া) সকলৰ ৰাজ্য আছিল। খুব সম্ভৱ এই ৰাজ্যৰ পূব আৰু উত্তৰ সীমা মিচিমি পৰ্বত আৰু পশ্চিম সীমা সোৱণশিৰি নদী আছিল আৰু দক্ষিণ সীমা আছিল দিহিং নদী। দৰঙাপুৰী তাম্ৰলিপিত উল্লিখিত সত্যনাৰায়ণ, প্ৰত্যক্ষনাৰায়ণ আৰু লক্ষ্মীনাৰায়ণ নামৰ ৰজাকেইজনে চুতীয়া ৰজা বুলি অনুমান কৰা হয়; অৱশ্যে চুতীয়া ৰজাৰ বংশাৱলীত পোৱা ৰজাসকলৰ নামৰ তালিকাৰ লৈতে এওঁলোকৰ নামৰ অমিল

ঘটিছে। বুঢ়ী দিহিং আৰু দিখৌ নদীৰ মাজখণ্ডত বাং-জাও (বৰাহী) আৰু ম্যেন (মৰাণ) নামৰ দুটা সৰু জনগোষ্ঠীয়ে আধিপত্য বিস্তাৰ কৰি আছিল। সমসাময়িক মৰাণ ৰজাজনৰ নাম আছিল খাদৌ চা বা খা-দোৱা-চা আৰু বৰাহী ৰজাৰ নাম আছিল থাও-কুন্-থা বা থা-কুম-থা। এওঁলোকৰ ৰাজ্যখণ্ডতেই আহোমৰাজ চুকাফাই প্ৰথম ৰাজ্য প্ৰতিষ্ঠা কৰে। এওঁলোকৰ দক্ষিণ-পশ্চিমে ধনশিৰি উপত্যকা সামৰি লৈ তি-মা-ছা (কছাৰী) সকলৰ ৰাজ্য আছিল। কছাৰীসকলৰ ৰাজ্যৰ সীমাৰ বিৱৰণ পাবলৈ নাই যদিও অনুমান কৰা হয় যে সেই ৰাজ্যৰ পশ্চিম সীমাই কপিলী নৈ চুইছিলগৈ। মধ্য অসমৰ একখণ্ড জুৰি ভূঞাসকলে আধিপত্য বিস্তাৰ কৰি আছিল।

প্ৰায় ২৫০ বছৰ জুৰি দিহিং আৰু দিখৌ নৈৰ মাজৰ অঞ্চলত সীমাবদ্ধ থাকি ষোড়শ শতিকাৰ আৰম্ভণিতে এক দিগ্বিজয়ৰ পাতনি মেলি আহোমসকলে চুবুৰীয়া চুতীয়া আৰু কছাৰীসকলৰ ৰাজ্য জয় কৰে। ফলত কছাৰীসকল দক্ষিণলৈ গতি কৰি পাহাৰীয়া মাইবং অঞ্চলত ৰাজ্য প্ৰতিষ্ঠা কৰে। অষ্টাদশ শতিকাত তেওঁলোক আৰু দক্ষিণলৈ গৈ খাচপুৰত খোপনি পোতেগৈ। এইখন কছাৰী ৰাজ্য ইংৰাজৰ ৰাজত্ব কালতহে লোপ পায়। চুতীয়া ৰাজ্য অধিকাৰৰ ফলত আহোম ৰাজ্যৰ উত্তৰ সীমা মিচিমি পৰ্বতৰ নামনি অঞ্চল পায়গৈ। শদিয়াৰ অনতিদূৰত প্ৰাপ্ত বৰ্তমান অসম ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত শিলৰ খুটাৰ আহোম লিপিয়ে এই কথাৰ প্ৰমাণ দাঙি ধৰে। সাতসৰী অসম বুৰঞ্জীত উল্লেখ আছে যে আহোম ৰাজ ছ্যু-হুম্-মুঙৰ দিনতেই আহোমসকলৰ এক শক্তিশালী পশ্চিমমুখী অভিযান সুদূৰ কৰতোৱা নদী পাইছিলগৈ আৰু সেই সফল অভিযানৰ অন্তত কৰতোৱাৰ পানীত খাণ্ডা পখালি, তাৰ পাৰত পুখুৰী খান্দি, দোল বান্ধি এক শিলালিপিত এই বিজয় বাৰ্তা খোদিত কৰি ৰাখে। সেয়ে হ'লে, ছ্যু-হুম্-মুঙৰ দিনতেই আহোম ৰাজ্যৰ সীমাই পুৰণি কামৰূপ ৰাজ্যৰ পশ্চিম সীমা চুইছিলগৈ বুলি ক'ব পাৰি।

ত্ৰয়োদশ শতিকাৰ আৰম্ভণিতে পুৰণি কামৰূপ ৰাজ্যই পশ্চিম কালে অন্য এটা বিদেশী শক্তিৰ আক্ৰমণৰ সন্মুখীন হৈছিল বুলি বৰ্তমানৰ উত্তৰ গুৱাহাটীৰ কানাই বৰশী বোৱা শিলালিপিৰ পৰা জনা যায়। লিপিমতে "তুৰগ-যুগ্মেশে" (১১২৭) শকত কামৰূপ আক্ৰমণকাৰী তুৰ্কীসকল ৰাজনৈতিক প্ৰতিষ্ঠা লাভত সম্পূৰ্ণৰূপে ব্যৰ্থ হয়। মীন্‌হাজ্-উচ্-চিৰাজৰদ্বাৰা প্ৰণীত তবকৎ-নাচিৰী নামৰ গ্ৰন্থত বৰ্ণিত পৃথু বা বৰ্তুবেই আছিল সেই সময়ৰ কামৰূপৰ ৰজা। অৱশ্যে তেওঁৰ ৰাজ্যৰ

পৰিধি কিমানখিনিলৈকে বিস্তৃত আছিল তাৰ কোনো তথ্য পোৱা নাযায়। সমসাময়িক কামৰূপৰ পূব অঞ্চলৰ দৰেই পশ্চিম অঞ্চলতো কেইবাটাও ক্ষুদ্ৰ ক্ষুদ্ৰ গোষ্ঠীয়ে ৰাজনৈতিক প্ৰতিষ্ঠা লাভৰ যুঁজত ব্যস্ত হৈ পৰিছিল। তাৰে অন্যতম হ'ল খেন ৰাজবংশ। এই বংশৰ ৰাজ্যক্ষেত্ৰ উত্তৰে ভূটান পাহাৰ আৰু দক্ষিণে গাৰো পাহাৰ বুলি অনুমান কৰা হ'লেও ইয়াৰ পূব আৰু পশ্চিম সীমা নিৰ্দ্ধাৰণ কৰা সহজ নহয়।

ষোড়শ শতিকাত বিশ্বসিংহৰ নেতৃত্বত জন্ম লাভ কৰা আৰু তেওঁৰ উত্তৰাধিকাৰী ৰজা মল্লদেৱ নৰনাৰায়ণ আৰু তেওঁৰ ভায়েক শুক্লধ্বজ চিলাৰায়ে প্ৰতিষ্ঠা কৰা কোচ ৰাজ্যই পশ্চিম অঞ্চলৰ ৰাজনৈতিক অস্থিৰতাৰ অৱসান ঘটায়। পৰাক্ৰমী কোচসকলৰ সাৰ্বভৌমত্ব আনকি আহোম, কছাৰী, জয়ন্তীয়া, মণিপুৰ, ত্ৰিপুৰা আৰু পূব বংগৰ শ্ৰীহট্টৰ ৰজাসকলেও স্বীকাৰ কৰিবলগীয়া হৈছিল। অৱশ্যে অচিৰেই কোচ ৰাজশক্তিৰ পতন ঘটিল যদিও বিখণ্ডিত কোচ ৰাজ্য ইংৰাজ ৰাজত্ব পৰ্যন্ত বৰ্তি থাকিল।

পৰাক্ৰমী মোগল ৰাজশক্তিয়ে সাম্ৰাজ্যবাদী আৰু আগ্ৰাসী মনোভাৱেৰে পূবমুৱা অভিযান আৰম্ভ কৰাত ইতিমধ্যে প্ৰতিষ্ঠিত আহোম ৰাজশক্তিৰ সৈতে প্ৰায় চাৰিকুৰি বছৰ জুৰি মধ্য অঞ্চলত সক-বৰ ভালেমান সংঘৰ্ষৰ সৃষ্টি হয়। এনে এক সংঘৰ্ষৰ পৰিণতি স্বৰূপেই জয়ধ্বজ সিংহৰ ৰাজত্ব কালত মোগল সেনাই কিছুদিনৰ বাবে আহোম ৰাজ্য অধিকাৰ কৰিবলৈ সমৰ্থ হৈছিল।

অৱশেষত গদাধৰসিংহৰ দিনত হোৱা ইটাখুলী ৰণৰ অন্তত আহোম ৰাজ্যৰ পশ্চিম সীমা উত্তৰে মানাহ নদী আৰু দক্ষিণে নগৰবেৰা পাহাৰ স্থিৰ হয়। তেতিয়াৰ পৰা ইংৰাজ আগমনৰ সময়লৈকে অসমৰ সীমা ব্ৰহ্মপুত্ৰৰ দুয়োপাৰ জুৰি পাহাৰৰ পাদদেশ পৰ্যন্ত, পূব সীমা পাটকাই পৰ্বত আৰু পশ্চিম সীমা মানাহ আৰু নগৰবেৰা হৈ ৰয়। এয়া হ'ল স্বাধীন অসমৰ শেষ সীমা।

অত্যাচাৰী মানক অসমৰ পৰা খেদাখেদি কৰাৰ অজুহাতত ১৮২৪ চনত ইংৰাজসকলে অসমত প্ৰবেশ কৰি ইংৰাজ ৰাজত্বৰ পাতনি মেলে। ইংগ-বৰ্মী যুদ্ধৰ অন্তত হোৱা ১৮২৬ চনৰ য়াণ্ডাবু সন্ধিৰ চৰ্তমতে মান দেশৰ ৰজাই অসমৰ ওপৰত কৰা সকলো দাবী পৰিত্যাগ কৰিলেও আৰু সেই সন্ধিয়ে এখন সুকীয়া "আসাম ৰাজ্য" (Principality of Assam)ৰ স্বীকৃতি দিলেও ইংৰাজসকলে অসমৰ অধিকাৰ ত্যাগ নকৰিলে। এইদৰেই স্বাধীন অসমৰ পতন ঘটিল আৰু অসমৰ স্বাধীন ৰাজনৈতিক ইতিহাসৰ অন্ত পৰিল। ইয়াৰ পিছত ইংৰাজসকলে এখন

এখনকৈ সক-বৰ সকলো ৰাজ্য লুপ্ত কৰি লগতে পাহাৰীয়া জনজাতিসমূহৰ বসতি অঞ্চলো এটা কেন্দ্ৰীয় প্ৰশাসনীয় ব্যৱস্থাৰ অধীনলৈ অনাৰ ফলত তথাকথিত বৰ অসমৰ জন্ম হ'ল। তাৰ লগতে পূৰ্বে বঙ্গদেশৰ অন্তৰ্ভুক্ত গোৱালপাৰা জিলাকো লগ লগোৱাত অসমৰ অবয়ৱ আৰু ডাঙৰ হ'ল আৰু ই ইংৰাজ-ভাৰতৰ অংগ হৈ পৰিল। আপাত দৃষ্টিত ইংৰাজসকলৰ প্ৰশাসনীয় পুনৰ গঠনৰ ফলত এক বৃহত্তৰ অসমৰ জন্ম হ'ল বুলি ধাৰণা হ'লেও প্ৰকৃতপক্ষে অসমৰ স্বকীয়া ৰাজনৈতিক অস্তিত্ব বুলিবলৈ একো নাছিল।

দীঘলীয়া সংগ্ৰামৰ অন্তত বৃটিছ ভাৰতৰ অংগ হিচাপে অসমে স্বাধীনতা লাভ কৰাৰ কিছু বছৰৰ ভিতৰতেই এই বৰ অসমৰ পৰাই কেইবাখনো ৰাজ্যৰ জন্ম হ'ল। ফলত ইয়াৰ আয়তন সংকুচিত হৈ বৰ্তমানৰ অৱস্থাত বৈছেহি। এই কথা আপোনাসকলৰ অবিদিত নহয় আৰু ইয়াক বাহুল্য কৰাৰো বৰ্তমান নিষ্প্ৰয়োজন। উপৰোক্ত আলোচনাৰ পৰা দেখা যায় যে উত্থান-পতনৰ মাজেদি অসমৰ ৰাজনৈতিক বুৰঞ্জীয়ে তিনিটা প্ৰধান স্তৰ পাৰ হৈ বৰ্তমানৰ অৱস্থা পাইছেহি। প্ৰথম অৱস্থাত প্ৰাগজ্যোতিষ, দ্বিতীয় স্তৰত কামৰূপ আৰু আহোম-সকলৰ দিনৰে পৰা অসম। প্ৰাচীন প্ৰাগজ্যোতিষ ৰাজ্যৰ সীমা কম-বেছি পৰিমাণে কামৰূপ ৰাজ্যই ৰক্ষা কৰিছিল আৰু এক সংকুচিত ৰূপত অসম নামৰ ৰাজনৈতিক ভূখণ্ডই ক'বলৈ গ'লে আজিৰ অসমৰ ভৌগোলিক প্ৰকাশ।

আমাৰ আলোচনাৰ পৰা এইটোও স্পষ্ট হয় যে উত্থান-পতন ৰাজনৈতিক বুৰঞ্জীৰ এক স্বাভাৱিক নীতি। আৰু দেখা যায় যে ৰাজশক্তিৰ পৰিবৰ্তনৰ লগে লগে ৰাজনৈতিক মানচিত্ৰখনৰ ৰূপটোও সলনি হয়। সেয়ে হ'লেও, অতীতৰপৰা বৰ্তমানলৈকে ইতিহাসৰ এক অন্তৰ্নিহিত স্বকীয় ধাৰা বতি নপৰাকৈ নিৰবচ্ছিন্ন-ভাৱে বৈ থকা দেখা যায়।

# স্মৃতিগ্ৰন্থ উন্মোচনী ভাষণ

—নীলিমা দত্ত

অসম সাহিত্য সভাৰ মাননীয় সভাপতি মহোদয়, সভাৰ ৫৬তম অধিৱেশনৰ আদৰণী সমিতিৰ শ্ৰদ্ধেয় সভাপতি ডাঙৰীয়া, শ্ৰদ্ধাস্পদ মুখ্য অতিথি আৰু বিশিষ্ট অতিথিবৃন্দ, মাননীয় প্ৰতিনিধিবৰ্গ আৰু পৰম শ্ৰদ্ধাভাজন বাইজ !

জয়জয়তে, সশ্ৰদ্ধ প্ৰণামেৰে মূৰ দোঁৱাই আপোনালোকলৈ আমাৰ আন্তৰিক কৃতজ্ঞতাৰ শৰাই আগবঢ়াইছোঁ। অসমীয়া বাইজৰ এই মহামিলন-ক্ষেত্ৰ, বিশ্বনাথ চাৰিআলিৰ পবিত্ৰ ধামত অসম সাহিত্য সভাৰ ৫৬তম অধিৱেশনৰ স্মৃতিগ্ৰন্থ উন্মোচন কৰিবলৈ নিমন্ত্ৰণ পাই নিজকে ধন্য মানিছোঁ। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ গীতৰ কলিৰে ক'বৰ মন গৈছে,

"জগতে আনন্দযজ্ঞে আমাৰ নিমন্ত্ৰণ
ধন্য হলো ধন্য হলো মানব জীবন।"

অসম সাহিত্য সভাৰ কাৰ্যকৰী সমিতিৰ মাননীয় সদস্যবৰ্গলৈ এনে সহানুভূতিপূৰ্ণ বিবেচনাৰ বাবে এইখিনিতে আমি মুকলি মনেৰে আন্তৰিক ধন্যবাদ যাচিছোঁ।

অসমীয়াৰ বৃহত্তৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভা জন্মৰেপৰা আজিলৈকে অসমীয়া ভাষা, সাহিত্য, সংস্কৃতিৰ সৰ্বাংগীণ উন্নতিৰ হকে উৎসৰ্গিত হৈ আহিছে। সেই মহৎ উদ্দেশ্য-সাধনত সময়ে সময়ে সভাই বহু সমস্যাৰো সন্মুখীন হৈছে। তেনে গুৰুতৰ সমস্যাৰ আশু সমাধানৰ কাৰণে অসম সাহিত্য সভাই সকলো শক্তি প্ৰয়োগ কৰাৰ সমুজ্জ্বল দৃষ্টান্ত ইতিহাসৰ পাতত জিলিকি আছে। অসমৰ জাতীয় জীৱনৰ এক সন্ধিক্ষণত ১৯১৭ চনত অসম সাহিত্য সভাৰ জন্ম হয়। সেই জন্ম-লগ্নৰে পৰা সভাই বহু বিপদ-বিঘিনি পাৰ হৈ বৰ্তমান অৱস্থা পাইছেহি। কিন্তু এতিয়াও আকাশ ৰঙকাল হোৱা নাই। অসমৰ জাতীয় সত্তাৰ নিৰাপত্তাৰ কাৰণে অসম সাহিত্য সভা নিৰ্ভীক প্ৰহৰীৰ দৰে সকলো সময়তে সজাগ আৰু সতৰ্ক হৈ থাকিব লগাত পৰিছে। এনে উৎকণ্ঠাৰ ক্ষণত অসমীয়াৰ জাতীয়

মানস ক'ব নোৱাৰাকৈ ক্ষতিগ্ৰস্তও হৈছে যে সেই কথাটো আজি গভীৰ চিন্তাৰ বিষয় হৈ পৰিছেহি। দুৰ্যোগ আৰু বিপৰ্যয়ে মানুহৰ মানসিকতা বলিষ্ঠ নকৰা নহয়, কিন্তু দীঘলীয়া সময়ৰ অস্থিৰতা আৰু অশান্তিয়ে প্ৰগতিৰ পথত নতুন নতুন সৃষ্টিৰ বাবে প্ৰয়োজনীয় ধাউতি লোপ কৰি একোটা জাতিক জুকলা কৰাৰ নিদৰ্শন আছে। সৰ্বাংগীণ জাতীয় উন্নতিৰ কাৰণে একালত হোৱাৰ দৰে বৰ্তমানতো অসমীয়া সাহিত্য-সংস্কৃতিৰ সমস্যা শীঘ্ৰে সমাধান হোৱাৰ প্ৰয়োজন। তাৰবাবে অসম সাহিত্য সভাই কঠোৰ নীতি গ্ৰহণ কৰিব লগাও হ'ব পাৰে। সভাৰ এই নীতিত নিশ্চয় নিহিত হৈ থাকিব জাতিৰ সৰ্বোদয়ৰ দূৰদৃষ্টি আৰু অফুৰন্ত কৰ্মপ্ৰেৰণা। লগতে থাকিব লাগিব অসমৰ জনগণক সামৰি লোৱা ফলপ্ৰসূ ব্যাপক আঁচনি আৰু সুনিয়ন্ত্ৰিত কৰ্মপদ্ধতি যাতে পৰিকল্পনাসমূহ একোখন আলোচনা সভাতে 'গালোঁ বালোঁ খোলাকটিৰ তাল'ত পৰিণত নহয়।

এনেক্ষেত্ৰত কেতিয়াবা অলপ অসুবিধাতে ক্ষমতাৱন্তসকলৰ ওচৰ চাপিলে অৰ্থ আৰু আন আন অনুদানৰ বিনিময়ত বলৱন্তসকলৰ লগত সহজে আপোচ কৰিলে অসমৰ ভাষা, সাহিত্য, সংস্কৃতিৰ সৃষ্টিমূলক পৰিস্থিতি সুবিধাজনক নহৈ আৰু বেছি অসুবিধাজনক হৈ পৰিব। দেশৰ ৰাজনৈতিক দলীয় স্বাৰ্থত জড়িত হৈ থকা ৰৰমুৰীয়াসকলৰ লগত অসমীয়া সৃজনী প্ৰতিভাক সাঙোৰ খুৱাব লগা হ'লে জাতিৰ ভৱিষ্যৎ অন্ধকাৰ হোৱাৰ আশংকা আছে। কোনো কালতে মানৱ-সমাজত মহৎ সাহিত্য-সংস্কৃতি ৰাজনীতিৰ কুটিল কৌশলৰ ওপৰত গঢ় লোৱা নাই। সৃজনী প্ৰতিভা এডাল লতাৰ দৰে মানৱতাৰ পোহৰত বগাই যায়।

অসমীয়া এটা চহকী ভাষা। এই ভাষাত ৰচিত সাহিত্য বৰ্তমান কালজয়ী নহ'লেও দেশে-বিদেশে সুবিখ্যাত হৈ উঠিছে। প্ৰাচীন কালতে অসমীয়া ভাষা-সাহিত্যই মানৱীয় মূল্যবোধৰ ওপৰতে ঠন ধৰি উঠিছিল। আজিও আমাৰ সাহিত্য-সংস্কৃতিৰ লক্ষ্য হ'ব লাগিব—সমাজৰ শান্তি আৰু প্ৰগতি। এই আদৰ্শক বাস্তৱত পৰিণত কৰিবলৈ সাহিত্যিকসকলৰ বুদ্ধিৰ কৌশলতকৈ হৃদয়ানুভূতিৰ প্ৰয়োজন বেছি। কাৰণ, সৰ্বসাধাৰণক সাহিত্যৰ সোৱাদৰ পৰা বঞ্চিত কৰি সাহিত্যিকসকলে সৃজনীমূলক সাৰ্থকতা লাভ কৰিব নোৱাৰিব। সাৰ্থক সাহিত্যিকে পাঠকক সামাজিক চেতনা লাভ কৰাত সহায় কৰে। শুদ্ধ সাহিত্যৰ যোগেদি এটা উৰ্দ্ধ স্তৰলৈ সমাজৰ উত্তৰণ ঘটে।

বৰ্তমান অসমৰ দলগত আৰু গোষ্ঠীয় ৰাজনীতিৰ লগতে ভাষা-সাহিত্যৰ তীব্ৰ বৈষম্যই মূৰ দাঙি উঠিছে। ফলত, অসমীয়া ৰাইজৰ মাজত সন্ত্ৰাস আৰু

নৃশংসতাই কৰাল মূৰ্তি ধাৰণ কৰা দেখা গৈছে। ইতিহাসৰ বাবীত উপজাতি, জনজাতি, জনগোষ্ঠীসমূহে নিজৰ নিজৰ সামাজিক বিকাশৰ ক্ষেত্ৰত বিবিধ পৰিকল্পনা গ্ৰহণ কৰা আৰু প্ৰচেষ্টা চলোৱাৰ ওপৰত পৃথিৱীৰ কোনো জাতি আৰু মহাজাতিয়ে বাধ্যবাধকতাৰ দমন নীতি আজি প্ৰয়োগ কৰিব নোৱাৰে। একোখন সমাজত বিকাশৰ বিশেষ বিশেষ ধাৰা বিনষ্ট নকৰাকৈও বৈষম্যৰ মাজত ঐক্য সাধন কৰিব পৰা যায়। আনহাতে, বিভিন্ন ধাৰাৰ মাজত পাৰস্পৰিক শ্ৰদ্ধা আৰু সংঘৰ্ষবিহীন মিলন ভাব থাকিলেহে বৃহত্তৰ উত্তৰণৰ ক্ষেত্ৰত সাৰ্থকতা লাভ কৰাৰ সম্ভাৱনা থাকে। অসমৰ বাবেৰবৰণীয়া সংস্কৃতিৰ ঐক্য সাধনৰ ক্ষেত্ৰত আমাৰ অসম সাহিত্য সভাই অসমৰ দহোটা ভাষা সাহিত্যৰ অনুষ্ঠানৰ সহযোগত একে লেথাৰিয়ে সম্প্ৰীতিৰ বিবিধ আঁচনি লৈ গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছে। এইটো এটা শুভ আৰম্ভণি। আন আন প্ৰতিষ্ঠানেও এই আদৰ্শ গ্ৰহণ কৰিব লাগে। আজি কুৰি শতিকাৰ শেষভাগৰ সম্প্ৰীতিৰ ধাৰা সামাজিক চেতনাৰ অভ্যুদয়েৰে ইতিহাসে সলনি কৰি পেলাইছে। দৈনন্দিন চলন-ফুৰণ, কথোপকথন আৰু গ্ৰন্থ প্ৰণয়নত ব্যৱহৃত হোৱা সাধাৰণ ভাষা, বিশেষ শব্দ, বাক্য, শিক্ষাপদ্ধতি, আইন প্ৰয়োগ, সামাজিক ৰীতি-নীতি, পূজা-পাৰ্বণ, উৎসৱ পালন, বিবাহাদিত সময়োপযোগী পৰিবৰ্তন সাধন কৰাৰ প্ৰয়োজন হৈছে। এনে পৰিবৰ্তনৰ বাবে মানসিক প্ৰস্তুতিয়ে সম্প্ৰীতিৰ ভেটি টনকিয়াল কৰিব বুলি ভাবিব পাৰি।

অসম সাহিত্য সভাৰ এখন সংবিধান আছে। সংবিধানৰ ধাৰা মতেই অসম সাহিত্য সভাৰ যোগেদি কোনো সভ্য বা ব্যক্তিৰ ৰাজনৈতিক ৰেহৰ মাজত সোমাই যোৱাৰ আচলতে এক্তিয়াৰ নাই। ৰাজনৈতিক ক্ষমতাই যাতে সাহিত্যিকৰ স্বাধীনতাৰ অধিকাৰ খৰ্ব নকৰে, সেই ক্ষেত্ৰত অসম সাহিত্য সভাই সতৰ্কতা অৱলম্বন কৰি আহিছে বুলি ভাবি থকা হয়। এইখিনিতে আৰু এটা কথা মনত পৰিছে—নিয়ম মনাৰ লগতে নিয়ম ভঙাৰ প্ৰশ্নও উঠিছে। অসমৰ সাহিত্যপ্ৰেমীসকলৰ বৃহত্তৰ স্বাৰ্থত অসম সাহিত্য সভাই কিছুমান গোপনীয় নিয়ম সলনি কৰাৰ প্ৰয়োজন হৈছে। এটা সময়ত মানুহে কৰা নিয়ম সময়ৰ বাবীত মানুহেই ভাঙিব পাৰিব লাগিব। সাধাৰণ নিয়মৰ কিছুমান বিশেষকৈ সভাৰ পুথি-প্ৰকাশন, বঁটা-বিতৰণ, সভাৰ বিভিন্ন পদৰ নিৰ্বাচন, নিৰ্বাচনৰ ফলাফল প্ৰকাশৰ গোপনীয় নীতি পৰিবৰ্তন কৰাৰ সময় হৈছে। এনে ক্ষেত্ৰত গোপনীয়তাৰ দোহাই দি নাইবা বহুসময়ত লেহুকা নিয়মৰ নৈতিকতাৰ কথা কৈ

সাহিত্যিকসকলক আভুৱা ভাঁৱিলে অসম সাহিত্য সভাই ৰাইজৰ আস্থা সময়ত গৈ হেৰুৱাব লগা হ'ব পাৰে।

অকল ব্যৱসায় নহৈ গ্ৰন্থ-ৰচনা লেখক-লেখিকাৰ অনুপ্ৰেৰণা হোৱাত অসম সাহিত্য সভাই উৎসাহ দিলে জাতিৰ মংগল। সভাৰ স্মৃতিগ্ৰন্থখনে বছৰেকীয়া অধিবেশনত সমবেত হোৱা অসংখ্য ৰাইজক অনুপ্ৰেৰণা যোগাই আহিছে। এই বছৰৰ স্মৃতিগ্ৰন্থখনতো প্ৰকাশিত হোৱা ভাষা-সাহিত্যৰ মনত ৰাখিবলগীয়া বাৰ্তাসমূহ ৰাইজে নিশ্চয় সাদৰেৰে কঢ়িয়াই নিব। অধিবেশনৰ কেইদিনত বিশ্বনাথমুখী ৰাইজৰ মহামিলন সাৰ্থক হোৱাৰ কামনাৰে আজিৰ এই পবিত্ৰ স্মৃতিগ্ৰন্থখনি উন্মোচন কৰিলোঁ।

জয় আই অসম

# গ্ৰন্থ উন্মোচনী ভাষণ

শ্ৰীহিতেশ ডেকা

সন্মানিত বিশিষ্ট অতিথিবৃন্দ সমন্বিতে প্ৰতিনিধিবৰ্গ, শ্ৰদ্ধেয় সাহিত্যিকবৃন্দ সহিতে সাহিত্যপ্ৰেমী বন্ধু-বান্ধৱীসকল আৰু মোৰ চিৰনমস্য ৰাইজ। অন্তৰতে আপোনাসৱলৈ মোৰ আন্তৰিক শ্ৰদ্ধা আৰু সম্ভাষণ জ্ঞাপন কৰিছোঁ।

আজি এই পৱিত্ৰক্ষণত অসম সাহিত্য সভাৰ ষট্‌পঞ্চাশত্তম অধিৱেশনৰ লগতে গ্ৰন্থ উন্মোচন অনুষ্ঠানৰ আয়োজন কৰি উন্মোচকৰ ভাৰ এই অভাজনৰ ওপৰত অৰ্পণ কৰাত আমি আনন্দিত আৰু লজ্জিত হৈ পৰিছোঁ। ঐতিহ্যমণ্ডিত শোণিতপুৰ জিলাৰ বুৰঞ্জীপ্ৰসিদ্ধ বিশ্বনাথ চাৰি-আলিত আজি আনন্দ-উল্লাহৰ হেন্দোলদোপ লাগি পৰিছে। নৰৰূপী নাৰায়ণৰ পদধূলিৰে এই স্থান আজি পৰম পৱিত্ৰ হৈ পৰিছে। এনেহেন লোকাৰণ্য অসম সাহিত্য সভাৰ নিচিনা অসমীয়া জাতিৰ ভাষা-সাহিত্যৰ জাতীয় অনুষ্ঠানৰ গ্ৰন্থ উন্মোচনী সভাত আমাৰ দৰে সাধাৰণ সাহিত্যসেৱক এজনক উন্মোচক হিচাপে নিয়োগ কৰি সাহিত্য সভাৰ কৰ্মকৰ্তাসকলে যি উদাৰতা আৰু মহানুভৱতাৰ পৰিচয় দিছে সিয়ে কিন্তু আমাৰ লেখীয়া সামান্য লেখকৰ ভয় আৰু কিংকৰ্তব্য-বিমূঢ়তাৰহে উদ্ৰেক কৰিছে। এই মহান সাহিত্যযজ্ঞত গুণী-জ্ঞানী বিদ্বানমণ্ডলীৰ ওচৰত আমাৰ ক'বলগীয়াই বা কি আছে, কৰিবলগীয়াই বা কি আছে তাকে ভাবি আমি বিপাঙত পৰিছোঁ। থোৰতে এই কথাষাৰ কৈ থওঁ যে আমাৰ দৰে সাধাৰণ মানুহৰ পৰা বিদ্বানমণ্ডলীয়ে কিবা সাৰগৰ্ভপূৰ্ণ বক্তৃতা বিচাৰিলে নিশ্চয় হতাশ হ'ব লাগিব; টিপচীৰ পৰা গৰুড়ৰ পাখাৰ বল বিচৰাতো নিৰাশজনক কথা। তথাপি দায়িত্ব এটা যি আমাক নিৰুপায়ত পেলাইছে যেতিয়া আমি তাক ইন্দ্ৰৰ সভাত কেচাৰ কুকুৰৰ নিচিনা ভুআবাবমান সাধাৰণ কথা ক'বলৈ আগবাঢ়িলোঁ; দায়বোৰ প্ৰভুসকলে মাৰ্জনা কৰে যেন।

পোনপ্ৰথমেই আমাৰ মনত এটি প্ৰশ্ন উদয় হৈছে—কি কাৰণেনো গ্ৰন্থ উন্মোচন কৰিব লাগে? গ্ৰন্থ এখন লিখি তাক প্ৰকাশ কৰি উলিওৱাৰ পিছত

আকৌ উন্মোচন কিহৰ? গ্ৰন্থ প্ৰকাশ পালে যেতিয়া আপোনা-আপুনি সি জনসমাজত প্ৰচাৰিত হ'ব; তাত আকৌ উন্মোচনী অনুষ্ঠান পাতি বিৰাট জন-সভাৰ আয়োজন কৰাৰ প্ৰয়োজন কি? এই প্ৰশ্নৰ সঁচাকৈ সঠিক উত্তৰ কিবা আছে নে? আমাৰ বোধেৰে উন্মোচন নিষ্প্ৰয়োজন। তথাপি এই আড়ম্বৰপূৰ্ণ অনুষ্ঠানৰ কিয় মানুহে আয়োজন কৰে? ইয়াৰ উত্তৰ হয়তো আওপকীয়াভাৱে দিব পাৰি। ডেকা-গাভৰুৰ মিলন হ'লেইতো বিবাহ কাৰ্য্যৰ প্ৰয়োজনীয়তা নাইকিয়া হয়, তথাপি মানুহে আড়ম্বৰপূৰ্ণভাৱে বিবাহকাৰ্য্যৰ পাতনি মেলে কিয়? আত্মীয়-স্বজনক নিমন্ত্ৰণ কৰি ডেকা-গাভৰুক অৰ্থাৎ দৰা-কইনাক আশীৰ্বাদ দিবৰ বাবে বৈবাহিক অনুষ্ঠান পাতে। বিপুল ধন খৰচ কৰি বিবাহোৎসৱ নাপাতি চৰকাৰী ঘৰত (আদালতত) গৈ "ৰেজেষ্ট্ৰি" কৰিলেও বিবাহকাৰ্য্য সম্পন্ন হয়; তথাপি লোকে সমাজ মাতি বিবাহ পাতে—দৰা-কন্যাক সজাই হোম-যজ্ঞ কৰি নাইবা নিকাহ কৰি এই মিলন অনুষ্ঠান পাতে—এক অনাবিল আনন্দ উপভোগ কৰিবৰ বাবে। ঠিক তেনেদৰে গ্ৰন্থ উন্মোচনৰ দৰে এক আড়ম্বৰপূৰ্ণ অনুষ্ঠানৰ আয়োজন কৰে বাজহুৱা আনন্দ আৰু স্বীকৃতিৰ কাৰণে। আড়ম্বৰপূৰ্ণ বৈবাহিক প্ৰক্ৰিয়াই ৰাজহুৱা জাননীৰ কাম কৰে আৰু মিলনক সামাজিকভাৱে বৈধতাৰ স্বীকৃতি দি জনসমাজত সামাজিক মৰ্যাদা দান কৰে। তাৰ অন্যথা কৰিলে সামাজিক অপৰাধ বুলি ধৰা হয়। গ্ৰন্থৰ ক্ষেত্ৰতো একেই কথা। প্ৰকাশিত গ্ৰন্থখনিৰ প্ৰকাশৰ সামাজিক জাননী জাৰি কৰি জনসমাজৰ পৰা অনুকম্পা বিচৰা হয় লগতে জনগণৰ আশীৰ্বাদ বিচৰা হয়। সেয়ে বোধহয় ইয়াৰ উদ্দেশ্য আৰু এই অনুষ্ঠানৰো আকাংক্ষা বুলি আমাৰ ধাৰণা হয়। এই উদ্দেশ্য আগত ৰাখিয়ে কৰ্মকৰ্তাসকলে এই অনুষ্ঠানৰ আয়োজন কৰিছে। ইয়াত গ্ৰন্থ উন্মোচন মুখ্য আৰু আমাৰ লেখীয়া লোকৰ উপস্থিতি গৌণ।

এটা জাতিক প্ৰাণৱন্ত কৰি ৰাখিবলৈ সেই জাতিৰ ভাষা-সাহিত্য সংস্কৃতিৰ গ্ৰন্থৰাজিয়ে অগ্ৰণী ভূমিকা লয়। জাতি এটাৰ জাতীয় জীৱনৰ লিপিবদ্ধ দলিল ৰূপে পৰিগণিত হয় তাৰ প্ৰকাশিত গ্ৰন্থৰাজি। গ্ৰন্থ জ্ঞান-বিজ্ঞানৰ ভঁৰাল আৰু এই ভঁৰালৈ জ্ঞানৰ মুকুতা কঢ়িয়াই আনে প্ৰজ্ঞাবান লিখক-লিখিকাসকলে। আজিৰ এই বৰেণ্য সভাত উপস্থিত থকা সাহিত্যিক সকলেই জ্ঞান ভাণ্ডাৰৰ কাণ্ডাৰী। এই কাণ্ডাৰীসকলেই মানৱ জাতিক তেওঁলোকৰ অমূল্য গ্ৰন্থৰ জৰিয়তে জ্ঞান-বিজ্ঞানৰ সন্ধান দি যুগে যুগে প্ৰগতিৰ পথত আগবঢ়াই লৈ গৈ আছে। গ্ৰন্থকাৰ মৰে কিন্তু গ্ৰন্থ নমৰে বৰং অধিক বিস্তৃতহে হয়। সেই অমৰ

গ্ৰন্থত লিপিবদ্ধ জ্ঞানে ভাবীকালৰ অনাগত দিনৰ উত্তৰ পুৰুষক যোগাই থাকে প্ৰেৰণা আৰু বিশ্বজগতৰ প্ৰকৃতিৰ বুকুত থকা অদৃশ্য ৰহস্যৰ সন্ধান দি থাকে যুগে যুগে। গ্ৰন্থ এবিধ জড়পদাৰ্থ সঁচা, কিন্তু মানৱ মনে এই জড় পদাৰ্থৰ পৰাই প্ৰেৰণ, লাভ কৰে আৰু তাৰে আলমত আত্মচৈতন্য লাভ কৰিবলৈ সক্ষম হয়। গ্ৰন্থই আমাক নিশিকায়, আমিহে গ্ৰন্থৰ পৰা শিকোঁ।

১৯১৭ চনত এদল উদাৰ মনোভাৱ অসমপ্ৰেমী লোকৰ আপ্ৰাণ প্ৰচেষ্টাত অসম সাহিত্য সভাৰ জন্ম হয়। তেতিয়াসৰে অসমীয়া সাহিত্য সভা নাম নাৰাখি এই সাহিত্য সম্মিলনীখনৰ নাম ৰাখিলে অসম সাহিত্য সভা। ইয়াৰ এটা নিগূঢ় অৰ্থ আছে বুলি ধাৰণা হয়। তেতিয়াসৰে হয়তো ভাবিছিল যে অসম ৰাজ্যত জনজাতি আৰু অজনজাতি একেলগে বাস কৰে আৰু জনজাতিৰ আৰ্য্যমূলীয় পূৰ্বমাগধী ঠালৰ পৰা কামৰূপী ভাষাৰ জন্ম। ইয়াৰ লগত মঙ্গোলীয় গোষ্ঠীৰ জনজাতীয় ভিন ভিন উপজাতিৰ ভিন ভিন ভাষা আছে। ভৱিষ্যৎ জনজাতিৰ একাধিক ভাষাই উন্নত সাহিত্যৰ সৃষ্টি কৰি সময়ত এই ভাষা-সাহিত্যৰ লগতে একে শাৰীতে থিয় দি অসমৰ ভাষা-সাহিত্যৰ সৰ্বৰ্দ্ধনত সহায় কৰিব। তেতিয়া যাতে নামৰ কোনো আহুকাল নহয় তেনে আশা মনত পুহিয়ে উদ্যোক্তাসকলে অসম সাহিত্য সভা নাম দিছিল। দেশখনৰ নামেৰে সাহিত্য সভাৰ নাম নহয় ধৰং ভাষাৰ নামেৰেহে সাহিত্য সভাৰ নাম হয়। অসম এখন প্ৰদেশৰহে (বৰ্ত্তমান ৰাজ্য) নাম—ভাষাৰ নাম নহয়; ভাষাৰ নাম অসমীয়াহে। এই ক্ষেত্ৰত জনজাতীয় বিভিন্ন ভাষাই বিকাশ লাভ কৰি সাহিত্য সৃষ্টি কৰি একত্ৰিত কৰিলে অসম সাহিত্য সভাই বা অসমৰ সাহিত্য সভাই হ'ব। আজি জনজাতি ভাই-সকলৰ নিজ নিজ ভাষাসমূহে সাহিত্য সৃষ্টি কৰিব ধৰিছে। সাপৰ সৰু-ডাঙৰ নাই; গুৰুৰ সৰু-ডাঙৰ নাই আৰু আমি কওঁ ভাষাৰো কোনো সৰু-ডাঙৰ নাই। ভাষা মানুহৰ মনৰ ভাব প্ৰকাশৰ মাধ্যমহে। কোনো ভাষা-ভাষী লোকৰ সংখ্যা কম হ'ব পাৰে নাইবা ভাব প্ৰকাশৰ বাবে শব্দ সম্ভাৰ কম থাকিব পাৰে, কিন্তু সিয়ে কোনো ভাষাৰ হীনত্ব প্ৰকাশ নকৰে। শব্দভঁৰাল চহকী কৰিব পাৰি আন ভাষাৰ শব্দ ধাৰ কৰি আৰু ভাষা কোৱা মানুহৰ সংখ্যা বঢ়াব পাৰি মধুৰ সাহিত্য ৰচনা কৰি। সেইবাবে এই আটাইবোৰ জনজাতীয় ভাষাৰ সাহিত্য সভাক একত্ৰিত কৰি উমৈহতীয়া পতাকাৰ তলত থিয় কৰাই বহুৰ মাজত এক সাম্য কৰাৰ সুযোগ কৰি দিব পাৰি আৰু তেতিয়া আজিৰ অসম সাহিত্য সভাই অসমৰ সকলো ভাষা-সাহিত্যৰ উমৈহতীয়া অনুষ্ঠানৰূপে পৰিগণিত হ'ব। ই হ'ব

ৰাজনৈতিক ভাষাত এক "ফেডাৰেচন"। অৱশ্যে সেই সময়ত ফেডাৰেচন"ৰ অংশীদাৰ দল হিচাপে "অসমীয়া সাহিত্য সভা" নামেৰে এটা সুকীয়া গোটৰ সাহিত্য সভাৰ জন্ম হ'ব পাৰে। তেতিয়া আজিৰ অসম সাহিত্য সভা হৈ পৰিব সমন্বয়ৰক্ষী সাহিত্য সভাৰ নিচিনা। অজনজাতিৰ ভাষাৰ সাহিত্য সভা আৰু জনজাতিৰ ভাষাৰ সাহিত্য সভা দুটা খলপ থাকিব। অজনজাতি খলপত অসমীয়া সাহিত্য সভা আৰু জনজাতিৰ ভাষাৰ সাহিত্য সভাত—বড়ো সাহিত্য সভা, তিৱা সাহিত্য সভা, ৰাভা সাহিত্য সভা, মিচিং সাহিত্য সভা, ডিমাচা সাহিত্য সভা, কাৰ্বি সাহিত্য সভা আদি সকলো জনজাতীয় সাহিত্য সভাই একত্ৰিত হৈ অসম সাহিত্য সভাৰ কলেবৰ বৃদ্ধি কৰিব পাৰিব। তেতিয়াহে বৃহত্তৰ অসমীয়া জাতিৰ সাহিত্য সভাৰ সৃষ্টি হৈ বিভিন্নতাৰ মাজত ঐক্য স্থাপন হ'ব আৰু আমি অসমবাসী আটায়ে একজাতি হিচাপে মিলি থাকিব পাৰিম। তেতিয়া অসম সাহিত্য সভাৰ মঞ্চত আজিৰ দৰে কেৱল অসমীয়া ভাষাৰ সাহিত্যকহে উন্মোচন কৰা নহ'ব বৰং জনজাতিৰ ভিন ভিন ভাষাৰ ভিন ভিন গ্ৰন্থকো একেলগে উন্মোচন কৰি একত্ৰে মিলন হ'ব পাৰিম অসম সাহিত্য সভাৰ পতাকাৰ তলত। সেই দিন ক্ৰমাগতভাৱে আগবাঢ়ি আহি আছে। অজনজাতি, জনজাতিৰ প্ৰতিজনে এই অসম ৰাজ্যখনক আপোন জ্ঞান কৰিবলৈ বিশেষ ধৰণৰ প্ৰেৰণা পাব আৰু ভাৰতৰ পূব-প্ৰান্তত এটা শক্তিশালী জাতি সৃষ্টি কৰিব পাৰিব। সেই সময় সমাগত প্ৰায়। বাইজ অলপ সজাগ হ'লেই হ'ল। মুখেৰে সমন্বয় সংহতিৰ গান গাই শ্লোগান আওৰালে সংহতি নহয়। আহক বাইজ! আমি এই মহান ভাৰতৰাৰা মহান অসমীয়া জাতিৰ একতাৰ দ্বাৰ উন্মোচন কৰোঁ; আমাৰ জাতীয় চেতনাৰ উদ্বোধন কৰোঁ। আমাৰ ভিতৰৰ ভেদাভেদ ভাব পৰিহাৰ কৰি অসম সাহিত্য সভাৰ পবিত্ৰ পতাকাৰ তলত সমবেত হৈ সগৌৰৱে ঘোষণা কৰোঁ আহক—

আমাৰ অসমৰ এক মাটি
আমি অসমবাসী এক জাতি
আমাৰ অসম সাহিত্য সভা
অসমীয়া জাতিৰ বাচক পোতা

জনজাতি আৰু অজনজাতি লগ হৈ সৃষ্টি হৈছে অসমীয়া জাতি। এই জাতি বিভিন্ন জাতিৰ মিলনৰ ফল। অসমীয়া এটা সংমিশ্ৰিত জাতি। জনজাতিৰ দীঘ আৰু অজনজাতিৰ বাণিৰে নিৰ্মিত হৈছে "অসমীয়া" যোৰা কাপোৰখন।

তাতে আকৌ ভাৰতৰ বিভিন্ন ৰাজ্যৰ পৰা অহা কুলাম জাতি সূতাবোৰে আহি বিভিন্ন ৰঙৰ সূতাৰে বিচিত্ৰ পাৰি হৈ ধুনীয়া 'অসমীয়া জাতি কাপোৰখন' জিলিকাব ধৰিছে। সংহতিৰ সোঁতত আমি মিলি যাম লাহে লাহে এক মহামিলনত। স্ৰোতস্বিনী তটিনীৰ বিশাল বুকুত বিভিন্ন মৎস্যবাজি একত্ৰে বাস কৰাৰ দৰে তেজস্বিনী অসমী আইৰ উদাৰ কোলাত মিলি হ'ম আমি সমস্ত অসমবাসী। গণদেৱতাৰ পদপ্ৰান্তত শিৰ নত কৰি প্ৰত্যেকে সংকীৰ্ণ জাত্যা-ভিমান জলাঞ্জলি দি জাতি, ধৰ্ম, বৰ্ণৰ অহংকাৰ চূৰ্ণ কৰি সকলোৱে একভাই হৈ দেশমাতৃৰ কোলাত স্বচ্ছন্দে বাস কৰি আগুৱাই যাওঁ আহক অনাগত দিনৰ এক মহামিলনৰ জ্যোতি পথলৈ। হীনতা, নীচতা, দুৰ্বলতা ত্যাগ কৰি এই আলোক পথত আমি ৰচনা কৰিম মঙ্গলময় সাহিত্য ক্ষেত্ৰ—য'ত বৈচিত্ৰ্যময় সাহিত্যৰ বৰ্ণাঢ্য ৰূপত উদ্‌ভাৱিত হৈ উঠিব অসমীয়া জাতিৰ জাতীয় চৈতন্যৰ স্বৰূপ। আলোড়িত হৈ উঠিব ৰূপে, ৰসে, গানে, গন্ধে অসমীয়াৰ প্ৰাণ; আমাৰ মহা-মিলনৰ মধু-মূৰ্চ্ছনাত বাজি উঠিব ভাৰতমাতাৰ চৰণ নুপুৰ। আমি অসমীয়া—আমি ভাৰতীয়—আমি হ'ম বিশ্বমানৱৰ হৃদয় স্পন্দন। আজি এই অসম সাহিত্য সভাৰ মিলন ক্ষেত্ৰত সমবেত সাহিত্য সাধকসকলৰ পদস্পৰ্শত এই ভূমি পবিত্ৰ হৈছে—বিশ্বনাথ চাৰি আলিৰ ধূলি-বালি, মাটি, পানী, বায়ু সকলো যেন আনন্দ পথৰ নন্দন তত্ত্বৰ প্ৰয়াসী হৈ উঠিছে।

গ্ৰন্থ উন্মোচনৰ শুভ মুহূৰ্তত আমি এটি কথাকে মাথো উনুকিয়াই থওঁ—জাতীয় চেতনাৰে উদ্‌বুদ্ধ হৈ সাহিত্য সৃষ্টি কৰি আমাৰ উত্তৰ পুৰুষক জাতীয় ভাৱত অনুপ্ৰাণিত কৰিব পৰা গ্ৰন্থইহে দেশ আৰু জাতি তথা ব্যক্তিৰ মঙ্গল সাধন কৰিব পাৰিব আৰু তাৰে ৰচনাত প্ৰবৃত্ত হ'বলৈ নতুন পুৰুষক আমি আহ্বান জনালোঁ। দেশৰ হিত সাধনতহে জাতিৰ হিত, জাতিৰ হিত সাধনতহে ব্যক্তিৰ হিত সাধিত হয়। ব্যক্তিৰ হিত সাধনাৰ্থেই শ্ৰেয়ৰ মাজেৰে শ্ৰেয়ৰ সন্ধান দিয়াই সাহিত্যৰ উদ্দেশ্য। ভাবীকালৰ উত্তৰ পুৰুষক নৈতিক প্ৰমূল্যবোধৰ গ্ৰন্থইহে শ্ৰেয়ৰ সন্ধান দি উত্তম সংস্কৃতিবান লোক কৰি গঢ়ি তুলিব পাৰিব।

গ্ৰন্থ বুলিলে কেৱল সৃষ্টিধৰ্মী সাহিত্যৰ গল্প, উপন্যাস, নাটক, কবিতাকে নুবুজায়; ইয়াৰ বাহিৰেও অৰ্থাৎ বলসাহিত্যৰ বাহিৰেও বিবিধ বিষয়ৰ গ্ৰন্থ আছে; বিশেষকৈ ধৰ্ম-গ্ৰন্থ, দৰ্শন, বিজ্ঞান, প্ৰযুক্তিবিদ্যা, স্থাপত্য, শিল্প আদৰ্শ্য বিষয়ৰ গ্ৰন্থ, চিকিৎসা শাস্ত্ৰ, গণিত, জ্যোতিষ, ব্যাকৰণ, অভিধান, বিশ্বকোষ, শব্দকোষ, তন্ত্ৰমন্ত্ৰৰ পুথি, ৰুকুৱা-বোজলা, গীত, ভূগোল, বুৰঞ্জী, পুৰাতত্ত্ব, ৰাজনীতি,

সমাজনীতি, অৰ্থনীতি, শিক্ষা, নৃতত্ব আদি বিভিন্ন বিষয়ৰ গ্ৰন্থকে বুজায়; আনকি ঔষধৰ বিজ্ঞাপন আৰু ৰূপসজ্জাৰ পুথিও ইয়াৰ অন্তৰ্গত। এই আটাইবোৰ গ্ৰন্থৰে মানুহৰ প্ৰয়োজন আছে। মানুহৰ প্ৰয়োজনীয় বিষয়ৰ ওপৰত লিখা সকলোবিধ গ্ৰন্থই আমাৰ অপৰিহাৰ্য্য।

গভীৰ জ্ঞানৰ গ্ৰন্থই আমাৰ নিচেষ্ট মনক সচেষ্ট কৰি হৃদয়ত ভাবৰ হেন্দোলনি তুলি অশান্ত অস্থিৰ মনক শান্ত সমাহিত কৰি উপলব্ধিত সহায় কৰে। একোখন আদৰ্শযুক্ত মৌলিক গ্ৰন্থই মানুহৰ হৃদয়ত এনেকুৱা আদৰ্শৰ চাপ বহুৱাব পাৰে— যাৰ আদৰ্শই ব্যক্তিৰ জীৱনৰ গতিধাৰাকে সলনি কৰি দিব পাৰে।

গ্ৰন্থ দুবিধ—সৎ আৰু অসৎ। সৎ গ্ৰন্থ পাঠে মানুহক মহত্বৰ ফালে লৈ যায় আৰু অসৎ গ্ৰন্থপাঠে মানুহক নীচত্বৰ পিনে গতি কৰায়। গ্ৰন্থ ৰচনা কৰাৰ আচল উদ্দেশ্যই হৈছে মানুহক সৎপথৰ নিৰ্দ্দেশ দি মহত্বৰ ফালে আগবঢ়াই নিয়া। অসৎ আৰু ইন্দ্ৰিয় তৃপ্তিৰ বাবে মন ধাৱিত কৰা গ্ৰন্থই মানৱ মন কলুষিত কৰে। এনে গ্ৰন্থৰ ৰচনাৰ পৰা লিখকসকল বিৰত থকাই মানৱ জাতিৰ কাৰণে কল্যাণকৰ। এখন মৌলিক হ'লেও অসৎ গ্ৰন্থ প্ৰকাশ কৰাতকৈ এখন বিদেশী সৎ গ্ৰন্থৰ অনুবাদ প্ৰকাশ কৰাও জাতিৰ বাবে মঙ্গলজনক। বুদ্ধিদীপ্ত সমালোচনাৰে নিৰপেক্ষ সমালোচক সকলে তেনে অনূদিত গ্ৰন্থৰ প্ৰচাৰ আৰু প্ৰসাৰত সহায় কৰা উচিত। তাকে নকৰি পক্ষপাত দোষদুষ্ট সমালোচকে আদৰ্শহীন গ্ৰন্থ প্ৰকাশকৰ অৰ্থলাভৰ আশাত উৎসাহ যোগাই নিকৃষ্ট গ্ৰন্থকো উৎকৃষ্ট বুলি যুক্তিৰ জালেৰে প্ৰতীয়মান কৰি জনগণৰ মাজত প্ৰচাৰৰ যি চাতুৰি খেলে সেই চাতুৰি অতি গৰ্হিত আৰু সেই স্বাৰ্থান্বেষী সমালোচক সৰ্বদায় জনগণৰ গৰিহণাৰ পাত্ৰ হোৱা উচিত। জনগণৰ মানসিক দুৰ্বলতাৰ সুযোগ লৈ ইন্দ্ৰিয়াশক্তিৰ উত্তেজনা উৎপাদক গ্ৰন্থ ৰচনা কৰি দুৰ্বল পাঠকক মনোৰঞ্জনৰ সহজ মাধ্যমেৰে সন্তুষ্ট কৰি অৰ্থ উপাৰ্জনৰ পথ লোৱা দৃষ্টিগোচৰ হৈছে। অপৰাধমূলক ঘটনাক আলম কৰি নগ্নচিত্ৰ সন্নিবিষ্ট কৰি বিবিধাক গ্ৰন্থ নাইবা আলোচনী সৃষ্টি কৰা হৈছে সেইবোৰে আমাৰ চেমনীয়া চামক বিপথে পৰিচালিত কৰিছে। ফলস্বৰূপে অপৰাধমূলক ঘটনাবোৰ সমাজত ঘটিবলৈ আৰম্ভ কৰিছে। চুৰি-ডকাইতিৰ অপৰাধক উদ্দেশ্যপ্ৰণোদিত-ভাৱে সমৰ্থন কৰি লিখা বহু কিতাপে চুৰি-ডকাইতিক যেন সামাজিক অপৰাধৰ উৰ্দ্ধত নি সামাজিক ন্যায়ৰ স্বীকৃতি প্ৰদান কৰিছে। এইবোৰ গ্ৰন্থ সমাজে বৰ্জন কৰিব লাগে আৰু চৰকাৰেও তাৰ প্ৰকাশত বাধা আৰোপ কৰিব লাগে।

গ্রন্থ প্রকাশৰ স্বাধীনতাৰ নামত যথেচ্ছাচাৰ হ'ব নোৱাৰে।

গভীৰ জীৱনবোধৰ পৰা নিগৰি ওলোৱা সাহিত্যই এটা জাতিৰ জাতীয় সাহিত্যত চিৰশাশ্বত হৈ ৰয়। এই সাহিত্যই হৈছে ধ্রুপদী সাহিত্য। ই কালজয়ী গ্রন্থ। জনকল্যাণমুখী গ্রন্থইহে জাতিক শক্তিশালী কৰিবলৈ সক্ষম হয়। অসমৰ গাঁৱে-ভূঞে সিঁচৰতি হৈ থকা জনজাতি অজনজাতিৰ সংস্কৃতিৰ উপাদান-সমূহৰ সমন্বয় সাধন কৰি মৌলিক গ্রন্থ ৰচনা কৰিব পাৰিলে আমাৰ জাতীয় একতাৰ ভেটি সুদৃঢ় হ'ব। নতুন চাম লিখকে এনে কামত প্রবৃত্ত হ'লে আমাৰ জাতীয় জীৱনৰ গভীৰ স্ফূৰ্তি খৰস্রোতী হ'ব আৰু বিশাল অসমীয়া সংস্কৃতিৰ প্লাৱনৰ সৃষ্টি হ'ব। এইবোৰ সমন্বয় সাধন কৰি নীৰৱ সাধনাৰে একনিষ্ঠ হৈ উঠি অহা চামে আগবাঢ়িলে আমাৰ জাতীয় সাহিত্যৰ আয়তন বৃদ্ধি হ'ব আৰু নতুন প্রতিভাৰ আলোকত আলোকিত হৈ জাতীয় সাহিত্য আলোকময় হ'ব। আশা কৰোঁ নবীন লিখক-লিখিকাসকলে এইফালে দৃষ্টি দিব। প্রতিভাবান লিখকৰ সংবেদনশীল হৃদয়ৰ লিখনীয়ে পাঠকক হৃদয়-সংবাদী কৰি তুলিব পাৰে। প্রেৰণাই প্রতিভাৰ উন্মেষ কৰে আৰু প্রতিভাই স্বৰ্ণকাৰৰ দৰে বিক্ষিপ্ত সংস্কৃতিৰ উপাদানবোৰ আহৰণ কৰি হৃদয় আবেগৰ অগ্নিত জ্বলাই গলিত সুবৰ্ণসদৃশ সংস্কৃতিৰ পৰা মহৎ গ্রন্থৰ সুসৃষ্টি কৰিব পাৰে; লাগে সাধো চেষ্টা, ঐকান্তিকতা কঠোৰ অধ্যৱসায়।

আমাৰ ভাষাত ৰস সাহিত্যৰ চাৰিটা ভাগৰ বাহিৰে অন্য দিশত কোনো গ্রন্থ নাই বুলিলেই হয়। সমালোচনা আৰু জীৱনী সাহিত্যও আঙুলিৰ মূৰত লেখিব পৰা বিধৰ। শিশুসাহিত্য আৰু বিশ্বকোষৰ ক্ষেত্রতো অতি দুখ লগা অৱস্থা। পাঠ্যপুথি কেইখনৰ বাহিৰে বিজ্ঞান, দৰ্শন, কলাবিষয়ৰ কিতাপ, চিকিৎসা বিষয়ক আৰু প্রযুক্তিবিদ্যাৰ পুথি আমাৰ ভাষাত আজিও নাই। জন-সাধাৰণৰ পাঠ্যৰূপে জ্ঞান আহৰণৰ গ্রন্থ নাথাকিলে সৰ্বসাধাৰণলোকে জ্ঞানগধুৰ গ্রন্থ অধ্যয়ন কৰিবলৈ সময় আৰু সুবিধা নাপায়। নতুনচাম লিখকে এইবোৰ গ্রন্থৰ সহায় সংগ্রহণ উলিয়াবৰ যত্ন কৰা উচিত। অসম ভাষা বিজ্ঞান সমিতি, অসম বিজ্ঞান সমিতি আদি মহৎ অনুষ্ঠানে নিজৰ নিজৰ বিষয়ত একাগ্রতাৰে দৃষ্টি দিলে ভবিষ্যতে নিশ্চয় এনেবোৰ অভাৱ পূৰণৰ গ্রন্থৰ সৃষ্টি হ'ব আৰু অসমীয়া গ্রন্থৰ সীমিত পৰিসৰ বৃদ্ধি হৈ অপৰিসীম গতিৰে গতি কৰিব। আমি ওপৰোক্ত মহান অনুষ্ঠান দুটিক অনুৰোধ কৰিলোঁ যাতে আমাৰ জাতীয় উত্তৰণত অসম সাহিত্য সভাৰ দৰে এই দুটি সুকীয়া অনুষ্ঠানেও প্রকৃত গ্রন্থ প্রণয়ন কৰি জাতিৰ অংগক

সবল কবি বিশ্ব দৰবাৰত গ্ৰন্থকৃষ্টি প্ৰদৰ্শনত বিশিষ্ট স্থান গ্ৰহণ কৰে, তেতিয়াহে আমাৰ শক্তিহীন জাতি শক্তিমন্ত হ'ব।

অসমীয়া সাহিত্যৰ প্ৰচাৰ আৰু প্ৰসাৰৰ ক্ষেত্ৰত আদি বৰ অমনোযোগী। আমাৰ ছপোৱা গ্ৰন্থবোৰৰ গ্ৰন্থপঞ্জীয়ে এতিয়ালৈ সঠিক নহয়। কলিকতাত অৱস্থিত জাতীয় গ্ৰন্থাগাৰত ভাৰতৰ প্ৰাদেশিক ভাষাৰ প্ৰত্যেক বছৰে প্ৰকাশ হোৱা গ্ৰন্থবোৰৰ তালিকা যুগুত কৰা আছে। এই তালিকা জাতীয় গ্ৰন্থপঞ্জীৰ অন্তৰ্ভুক্ত। কিন্তু অসমীয়া কিতাপৰ গ্ৰন্থপঞ্জী আজিলৈ নাই আৰু ইয়াৰ বছৰি হিচাপো সঠিক নহয় কাৰণ আমাৰ লিখক আৰু প্ৰকাশকে তালৈ কিতাপ নপঠায়। এই বিষয়ত চৰকাৰো সচেষ্ট হোৱা উচিত। আন আন প্ৰাদেশিক ভাষাত প্ৰকাশিত গ্ৰন্থৰাজিৰ সংখ্যাগত আৰু গুণগত তুলনামূলক আলোচনাত আমাৰ অলমৰ পৰিচয় অতি দুখ লগা। অসমৰ লিখক-প্ৰকাশকসকলে তেওঁলোকৰ কিতাপৰ দুই কপিকৈ জাতীয় গ্ৰন্থাগাৰলৈ পঠাবৰ বাবে অনুৰোধ জনালোঁ।

আজিকালি গ্ৰন্থ প্ৰকাশন এটা উদ্যোগ হৈ পৰিছে। কি দুখৰ বিষয়, এই বিষয়ৰ প্ৰশিক্ষণপ্ৰাপ্ত লোক নাই। ছপা, বন্ধা, অলংকৰণ, মুদ্ৰণ আদিত প্ৰযুক্তি-বিদ্যাৰ আধুনিক যন্ত্ৰপাতিৰ প্ৰয়োগ, কৌশলত আজি বহু অগ্ৰগতি লাভ কৰিছে। ইয়াৰ উপৰি গ্ৰন্থৰ বজাৰখন সংগঠন কৰিবলৈ আৰু বিতৰণ ব্যৱস্থা ব্যাপক কৰিবলৈ লগতে পৰিচালনা কৰিবলৈ অভিজ্ঞলোকৰ প্ৰয়োজন হৈছে। এই বিষয়ত প্ৰশিক্ষণপ্ৰাপ্ত শিক্ষিত ডেকা লোকৰ আৰ্হভাৱ ওপৰত এই উদ্যোগ বহু পৰিমাণে নিৰ্ভৰ কৰে। গ্ৰন্থ উদ্যোগ গঢ়ি তুলিবলৈ চৰকাৰেও মন দিয়া দৰ্কাৰ হৈ পৰিছে আৰু প্ৰশিক্ষণ দি নতুন এচাম লোক উলিয়াই আনিব লগা হৈছে। এটা প্ৰশিক্ষণ কেন্দ্ৰ গঢ়ি তুলিব লাগিব আৰু গ্ৰন্থাগাৰৰ আয়তন বঢ়াব লাগিব। বিক্ৰিৰ ক্ষেত্ৰত গ্ৰন্থমেলাৰ নেখীয়া মেলা প্ৰত্যেক জিলাই জিলাই পাতিব লাগে। বৰ্তমান চৰকাৰে প্ৰকাশন পৰিষদৰ জৰিয়তে গ্ৰন্থমেলা প্ৰতিবছৰে অনুষ্ঠিত কৰিবলৈ আগবঢ়াতো বৰ আনন্দৰ বিষয়। দূৰদৃষ্টি সম্পন্ন ব্যক্তিক চৰকাৰে প্ৰকাশন পৰিষদত নিয়োগ কৰি ইয়াৰ কৰ্মক্ষেত্ৰ আৰু ব্যাপক আৰু কাৰ্য্যক্ৰম কৰাৰ বহুত সুবিধা আছে। গ্ৰন্থ উদ্যোগ এটা আন্দোলনত পৰিণত কৰি জন-সাধাৰণৰ মাজত তাক সৰৱৰহী কৰি তুলিব লাগিব। এটা কথা বাইজে আৰু চৰকাৰে মনত ৰখা উচিত যে পৃথিৱীৰ ডাঙৰ ব্যৱসায় দুটা—অস্ত্ৰ ব্যৱসায় আৰু গ্ৰন্থ ব্যৱসায়। কোটি কোটি টকাৰ লেনদেন এই গ্ৰন্থ ব্যৱসায়ত। এই উদ্যোগত হাজাৰ হাজাৰ শিক্ষিত-অশিক্ষিত নিবনুৱাৰ সংস্থাপন হ'ব আৰু জ্ঞান-বিজ্ঞানৰ

নতুন দিশ উন্মোচন হ'ব। অন্ন ব্যৱসায় চৰকাৰী উদ্যোগ আৰু গ্ৰন্থ ব্যৱসায় প্ৰধানকৈ বেচৰকাৰী উদ্যোগ।

দেশত নতুন মানসিক বাতাৱৰণ সৃষ্টি কৰিবলৈ চাৰুকলা আৰু কাৰুকলা বিষয়ৰ গ্ৰন্থ প্ৰকাশ কৰি আমাৰ অন্তৰত "সুন্দৰৰ খেল" প্ৰবাহিত কৰিবলৈ আমাৰ গ্ৰন্থকাৰসকল আগবাঢ়ি আহক, প্ৰকাশকসকলে সেইবোৰ গ্ৰন্থ প্ৰকাশ কৰি পাঠকসকলৰ অন্তৰত কৃষ্টিৰ চৈতন্য জাগ্ৰত কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হওক আৰু অসম সাহিত্য সভাই এওঁলোকৰ প্ৰেৰণাদায়ক অনুষ্ঠান হিচাপে প্ৰেৰণা যোগাওক এয়ে আমাৰ কামনা। আমাৰ, জাতীয় মিলনৰ চৈতন্য উদয় হওক, জাতিৰ নৱজাগৰণ হওক সৃষ্টিৰ নতুন পদক্ষেপেৰে।

গ্ৰন্থ যেতিয়া ৰচনা কৰা হয় তেতিয়া গ্ৰন্থাকাৰে মানুহৰ সমাগমৰ পৰা আঁতৰত থাকি নিৰ্জনত বাস কৰে আৰু গ্ৰন্থ প্ৰণয়ন কৰি উন্মোচনৰ সময়ত সেই গ্ৰন্থকাৰে মানুহৰ সমাগম বাঞ্ছা কৰে। লিখোঁতে নিৰ্জন-মানৱ বৰ্জন; উন্মোচনত কোলাহল আৰু মানৱ আহ্বান। সেইবাবে আহক বাইজ, আমি সমবেত হৈ গ্ৰন্থকাৰৰ মনৰ অভিলাষ পূৰণ কৰোঁ। ৰাইজক আহ্বান কৰি সমবেত সুধীবৃন্দলৈ সভক্তিৰে নমস্কাৰ জনাই আমি ঘোষণা কৰিলোঁ—এই গ্ৰন্থসমূহ উন্মোচিত হ'ল।

জয়তু অসম সাহিত্য সভা! জয়তু বিশ্বনাথ চাৰিআলি। জয় আই অসম। জয় আই ভাৰত।

# প্ৰতিনিধি শিবিৰৰ দুৱাৰ মুকলি ভাষণ

শ্ৰীকুঞ্জ হাজৰিকা

অসম সাহিত্য সভাৰ ষট্‌পঞ্চাশত্তম্ বিশ্বনাথ চাৰিআলি অধিবেশনৰ সাহিত্য অনুৰাগী শ্ৰদ্ধেয় প্ৰতিনিধিবৰ্গ—জয় জয়ন্তে আপোনাসকললৈ বিশ্বনাথ চাৰিআলি তথা শোণিতপুৰ জিলাৰ ৰাইজৰ হৈ স্বাগতম্ জনাইছোঁ। ঐতিহাসিক হৰি-হৰৰ যুদ্ধক্ষেত্ৰ, ২৭ খন দেৱালয়ৰে পৰিপূৰ্ণ লুপ্তকাশী বা গুপ্তকাশী বিশ্বনাথ মহাপ্ৰভুৰ এই পবিত্ৰ ভূমিত অসম সাহিত্য সভাৰ অধিবেশন পাতিবলৈ পাই আমি গৌৰৱান্বিত।

অতীতত এই সাহিত্য সভাৰ গুৰি ধৰোঁতা অগ্নি কবি কমলাকান্ত ভট্টাচাৰ্য্য, দেশপ্ৰাণ লক্ষীধৰ শৰ্মা, সমাজসেৱী আৰু মুক্তি সংগ্ৰামৰ পূজাৰী হেমচন্দ্ৰ হাজৰিকা, সাহিত্যিক দীননাথ শৰ্মাৰ জন্মস্থান বিশ্বনাথ চাৰিআলিৰ কাৰণে আজিৰ এই শুভ দিনটো চিৰস্মৰণীয় হৈ থাকিব। এই শুভ দিনত অতিতত অসম সাহিত্য আৰু সংস্কৃতিৰ গুৰি ধৰোঁতা নিধিৰাম কেওঁট ওৰফে নিধিলেভি ফাৰওৱেল, সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা, বাণীকান্ত কাকতী, পদ্মধৰ চলিহা, জ্ঞাননাথ বৰা, পদ্মনাথ গোহাঞিবৰুৱা, দণ্ডীনাথ কলিতা, ৰঘুনাথ চৌধাৰী, জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুপ্ৰসাদ ৰাভা, লম্বোদৰ বৰা, চন্দ্ৰকুমাৰ আগৰৱালা, অতুল হাজৰিকা, অম্বিকাগিৰি ৰায়চৌধুৰী, নিলমণি ফুকন, আনন্দৰাম ঢেকীয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা আদি মহান ব্যক্তিসকলক স্মৰণ কৰিছোঁ।

৫৪১ বছৰৰ কথা—মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱে এই পুণ্যভূমি অসমত জন্ম গ্ৰহণ কৰি অসমৰ ভাষা, কৃষ্টি, সমাজ আৰু সাহিত্যৰ গঢ় দি সত্ৰ-সমাজ, ভাওনা সবাহ, গীত, মাত, সাহিত্য, সংস্কৃতিৰ সৃষ্টি কৰি অসমীয়া জাতিৰ বলিষ্ঠ ভেটি নিৰ্মাণ কৰি গৈছে। বিভিন্ন সময়ত বিভিন্ন ধৰণে এই ভেটিৰ ওপৰেদি বহু ধুমুহা, বহু দুৰ্যোগ পাৰ হৈ গৈছে যদিও, অতীতত অসমীয়া ভাষা কৃষ্টি আৰু সাহিত্যৰ গুৰি ধৰোঁতা মহান ব্যক্তিসকলৰ অক্লান্ত পৰিশ্ৰমৰ কাৰণে সেই ভেটি কোনেও লৰাব নোৱাৰিলে।

হে সজ্জনসকল!

মোৰ আশা আৰু ভৰষা, বৰ্তমান যুগৰ যুৱক-যুৱতী আৰু আপোনাসকলৰ যত্নত অসমীয়া ভাষা, কৃষ্টি, সাহিত্য আৰু সংস্কৃতিৰ যুগমীয়া সৌধ নিৰ্মিত হ'ব। এই আশা বুকুত বান্ধি অসম সাহিত্য সভাৰ ষট্‌পঞ্চাশত্তম্ বিশ্বনাথ চাৰিআলি অধিবেশনৰ প্ৰতিনিধি শিবিৰৰ দুৱাৰ মুকলি কৰিলোঁ।

চিৰ চেনেহী মোৰ ভাষা জননী

# স্মৃতি তৰ্পণ : মুখ্য তৰ্পকৰ ভাষণ

**শ্ৰীমোক্ষদা দেৱী**

পৰম শ্ৰদ্ধাভাজন মূল সভাৰ সভাপতি প্ৰমুখ্যে মাননীয় কাৰ্য্য নিৰ্বাহকৰ সদস্য-সকল, অভ্যৰ্থনা সমিতিৰ শ্ৰদ্ধাভাজন সভাপতি প্ৰমুখ্যে মাননীয় বিষয় ববীয়া-সকল, বিভিন্ন প্ৰান্তৰ পৰা অহা সাম্মানিত অতিথিবৃন্দ তথা প্ৰতিনিধিবৰ্গ, বিশ্বনাথ চাৰিআলি অঞ্চলৰ সমবেত ৰাইজ, আই, বাই, ভাই, ভনীসকল।

আজিৰ এই শুভক্ষণত বিশ্বনাথ চাৰিআলিত অনুষ্ঠিত ৫৬তম সাহিত্য সভাৰ অধিবেশনৰ কমলা কান্ত ক্ষেত্ৰত পবিত্ৰ শহীদ স্মৃতিৰ অৰ্পণ অনুষ্ঠানত থিয় হৈ মই নিজকে ধন্য মানিছোঁ। লগতে সমবেত চিৰ চেনেহী ভাষা জননীৰ সেৱক-সকলৰ আশীষ শিৰত লৈ সন্মিলনৰ প্ৰথম দিনৰ অন্যতম কাৰ্য্যসূচী স্মৃতি তৰ্পণৰ বাবে সভক্তিৰে আগবাঢ়িছোঁ। অসমীয়া ভাষা সাহিত্যৰ পূৰ্বগামীসকলৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি নিবেদন কৰিবলৈ ওলাইছোঁ।

জন্ম জন্মতে যিসকল ভাষা জননীৰ সেৱকৰ আশাশুধীয়া প্ৰচেষ্টাৰ ফল স্বৰূপে ১৯১৭ চনতে স্থাপিত অসম সাহিত্য সভাই নানা আলৈ-আহুকাল, ঘাত-প্ৰতিঘাতকো অতিক্ৰম কৰি বৰ্তমান অৱস্থাত উপনিত হৈছে, সেইসকল স্বনাম ধন্য, সুদক্ষ সংগঠক, সাহিত্যিক আৰু সাহিত্যানুৰাগী ব্যক্তিৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি নিবেদন কৰিলোঁ। লগতে অসম সাহিত্য সভাৰ প্ৰয়াত সভাপতিসকলৰ স্মৃতিতো প্ৰণিপাত জনালোঁ। দ্বিতীয়তে, আমাৰ শোণিতপুৰ জিলাৰ ৺চন্দ্ৰ কুমাৰ আগৰৱালা, ৺পদ্মনাথ গোহাঁই বৰুৱা, ৺জযোদৰ বৰা, ৺হেম বৰুৱা, ৺দণ্ডিনাথ কলিতা, ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা, কলাগুৰু বিষ্ণুৰাভা আমাৰ বিশ্বনাথ চাৰিআলি অঞ্চলৰ ৺কমলাকান্ত ভট্টাচাৰ্য্য, ৺লক্ষ্মীধৰ শৰ্মা, ৺দীননাথ শৰ্মা, ৺পদ্মনাথ শৰ্মা পঞ্চানন প্ৰমুখ্যে জ্ঞাত, অজ্ঞাত সাহিত্যানুৰাগী-সকলকো শ্ৰদ্ধাৰে সুঁৱৰিছোঁ, প্ৰণিপাত জনাইছোঁ।

অসমীয়া সাহিত্য অতি প্ৰাচীন, উদাহৰণস্বৰূপে, প্ৰাক্ শংকৰী যুগৰ হেম সৰস্বতী ৰচিত কাব্যৰ কথাকে উল্লেখ কৰিব পাৰি। লগতে মাধৱ কন্দলী, ৰাম সৰস্বতী, শংকৰদেৱ, ভট্টদেৱ, ৰঘুনাথ মহন্ত আদিৰ ৰচনাই অসমীয়া সাহিত্যৰ ঐতিহ্যক সুঁৱৰি থাকি, ভৱিষ্যতৰ বাটৰ টীয়া ৰূপে ভাষা জননীৰ সেৱা কৰাৰ প্ৰেৰণা যোগাই আহিছে। তাৰোপৰি উত্তৰ বৈষ্ণৱ যুগৰ প্ৰেমাখ্যান কাব্যত ইচলামীয় সাহিত্যৰ প্ৰভাৱ পৰিস্ফুট.হয়। এই যুগৰ নাটক, কাব্য গীত আদিৰে

আমাৰ সাহিত্য ভঁৰাল চহকী হৈ আছে। বৈষ্ণবোত্তৰ যুগত খৃষ্টান মিচনেৰীসকলৰ প্ৰযত্নত প্ৰথম বাৰ্তালোচনী 'অৰুনোদই' কাকতৰ জন্মই অসমীয়া সাহিত্যলৈ নতুন আশাৰ বেঙণি কঢ়িয়াই আনিলে। ইয়াৰ পিছত জোনাকী যুগতেই প্ৰকৃততে অসমীয়া সাহিত্যত পাশ্চাত্যৰ বেঙণি প্ৰতিফলিত হয়। বাঁহী, উষা, জয়ন্তী, আৱাহন, ৰামধেনু আদি আলোচনীসমূহে অসমীয়া সাহিত্যৰ প্ৰসাৰ আৰু প্ৰচাৰৰ সবল ভূমিকা লৈ অসমীয়া সাহিত্যক প্ৰগতিৰ প্ৰথম বাট বুলাত ইন্ধন যোগালে।

সাম্প্ৰতিক কালত আমাৰ দেশৰ সন্তানে তিনিটা ক্ষেত্ৰত শ্বহীদ বৰণ কৰিব লগীয়া হৈছে। প্ৰথমতে, ভাৰতৰ স্বাধীনতা আন্দোলনৰ ক্ষেত্ৰত শ্বহীদ বৰণ কৰিব-লগীয়া হৈছে, মণিৰাম দেৱান, পিয়লী ফুকন, কুশল কোঁৱৰ, কণকলতা আদি বীৰ, বীৰাঙ্গণাসকলে। দ্বিতীয়তে, ভাষা জননীৰ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত ৰঞ্জিত বৰপূজাৰী, অনিল বৰা, মোজাম্মিল হক আদি ফুলকুমলীয়া ছাত্ৰ-ছাত্ৰীসকলে। তৃতীয়তে, অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ ক্ষেত্ৰত খৰ্গেশ্বৰ তালুকদাৰ, ভূপেন ডেকা, দিলীপ চক্ৰবৰ্ত্তী, মুকুন্দী ৰাজা ৰায় প্ৰভৃতি ভালে সংখ্যক ছাত্ৰ-ছাত্ৰী, যুৱক-যুৱতী, পুৰুষ-মহিলাই আত্মা বলিদান দি শ্বহীদ বৰণ কৰিব লগা হ'ল। সেইসকলৰ পৱিত্ৰ স্মৃতিত শ্ৰদ্ধাৰ্ঘ্য নিবেদন কৰিলোঁ।

আজিৰ এই পৱিত্ৰ ক্ষণত দেশৰ সাহিত্যপ্ৰেমীসকলৰ সন্মুখত আমাৰ দেশৰ শ্বহীদসকলক কৃতজ্ঞভাৱে ভক্তি অৰ্ঘ্য যাচিবলৈ পাই মই আনন্দিত হোৱাৰ লগতে কৃতাৰ্থ মানিছোঁ। শ্বহীদসকলৰ পৱিত্ৰ অমৰ আত্মাৰ প্ৰতি মোৰ আন্তৰিক শ্ৰদ্ধা ভক্তিৰে পুষ্পাঞ্জলি অৰ্পণ কৰিলোঁ। লগতে এই পৱিত্ৰ কমলাকান্ত ক্ষেত্ৰৰ সমবেত সুধীজনলৈকো পুনৰ প্ৰণিপাত জনাই শ্ৰদ্ধাঞ্জলি অনুষ্ঠান মুকলি কৰিলোঁ।

এইখিনিতে সাহিত্যৰথী বেজবৰুৱাৰ ভাষাৰেই ক'ব খুজিছোঁ, "স্বদেশ আৰু স্বজাতিৰ মঙ্গল মন্দিৰৰ সিংহ দুৱাৰ হৈছে, মাতৃভাষা।" অসমীয়া সাহিত্যই শ্ৰেষ্ঠতা লাভ কৰক, অসমীয়া ভাষা চিৰঞ্জীৱী হওক মঙ্গলময়ৰ ওচৰত তাকে কামনা কৰিলোঁ। অসম সাহিত্য সভাৰ স্মৰণীয়, যোগোপযোগী, প্ৰয়াত সাহিত্যিক-সকলৰ সৌৰৱণে আমাক শক্তি আৰু প্ৰেৰণা দিয়ক।

"জয় আই অসম"

কমলা কান্ত ক্ষেত্ৰ — শ্ৰীমোক্ষদা দেৱী

বিশ্বনাথ চাৰিআলি

১০ ফেব্ৰুৱাৰী, ১৯৯০ চন

# আদৰণি সমিতিৰ সভাপতিৰ ভাষণ

ডা° কোৰেশ্বৰ বৰা

পৰম শ্ৰদ্ধাভাজন সভাপতি মহোদয়, মাননীয় উদ্বোধক মহোদয়, বিশিষ্ট অতিথিবৰ্গ, পৃষ্ঠপোষকবৃন্দ, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু সম্পাদকসকল, কাৰ্য্যনিৰ্বাহকৰ সদস্যসকল, সন্মানীয় প্ৰতিনিধিসকল, আমন্ত্ৰিত অতিথিবৃন্দ, উপস্থিত সাহিত্যপ্ৰেমী ৰাইজ, আইসকল আৰু দেশৰ ভৱিষ্যৎ আশাৰথলী যুৱক-যুৱতী আৰু ছাত্ৰ-ছাত্ৰীসকল !

আজিৰ এই পবিত্ৰ দিনত কমলাকান্ত ক্ষেত্ৰত শতসহস্ৰ নৰৰূপী নাৰায়ণৰ পদধূলা দানে বিশ্বনাথ তীৰ্থক্ষেত্ৰক মহীয়ান কৰি তুলিছে। ইয়াতকৈ বিশ্বনাথবাসীৰ কি গৌৰৱৰ কথা হ'ব পাৰে ?

হে চিৰপূজ্য সাহিত্যপ্ৰেমীসকল, পৰম ভক্তিৰে মোৰ আন্তৰিক সেৱা আপোনালোকলৈ আগবঢ়ালোঁ।

বিশ্বনাথ চাৰিআলি ঐতিহ্যমণ্ডিত এখনি ক্ষুদ্ৰ ঠাই। মনৰ বল থাকিলেও যুগ সাপেক্ষে সুবিধা আৰু সুযোগৰ অভাৱত আৰ্থিক, সাংস্কৃতিক, শিল্প উদ্যোগৰ দিশত এই অঞ্চল আগবাঢ়িব পৰা নাই। তথাপিতো সমগ্ৰ অসমৰ ৰাইজৰ মৰম-চেনেহক মূলধন হিচাপে লৈ অসমৰ শ্ৰেষ্ঠতম অনুষ্ঠান 'অসম সাহিত্য সভা'ৰ ৫৬ তম অধিবেশনখনি অনুষ্ঠিত কৰিবৰ নিমিত্তে দুৰ্বাৰ আশা বুকুত বান্ধি সৰো শোণিতপুৰ জিলাক সামৰি আদৰণি সমিতি এখন গঠন কৰি আন্তৰিক প্ৰচেষ্টাৰে আজিৰ এই শুভক্ষণত আপোনালোকক আদৰণি জনোৱাত আমি যি আনন্দ উপলব্ধি কৰিছোঁ, সেয়া প্ৰকৃততে আপোনালোকৰ মৰম-চেনেহৰ দানহে। বিশ্বনাথ চাৰিআলিৰ দৰে ক্ষুদ্ৰ ঠাইখিনিত আজিৰ এই মহাসভা অনুষ্ঠিত কৰিবলৈ সুবিধা দিয়াত 'অসম সাহিত্য সভা'ৰ ওচৰত আমি চিৰকৃতজ্ঞ।

মহাবাহু ব্ৰহ্মপুত্ৰৰ পাৰত অৱস্থিত বিশ্বনাথ অসমৰ এখন প্ৰাচীন ঠাই। ইয়াত থকা মঠ-মন্দিৰ আৰু সিঁচৰতি হৈ থকা ভগ্নাৱশেষে মাথোন আহোম যুগৰেই নহয়, তাৰো বহু আগৰ যুগৰ ঐতিহ্য আজিও বহন কৰি আছে। এই ঐতিহ্যৰ

মাজত আমি পাওঁ পূৰ্বপুৰুষসকলৰ সাংস্কৃতিক মনীষা যাক লৈ উত্তৰপুৰুষ গৌৰৱান্বিত।

পূজ্য সাহিত্যপ্ৰেমী সুধীবৃন্দ, মই আপোনালোকৰ আগত বিশ্বনাথৰ বুৰঞ্জী দাঙি ধৰি সময়ৰ অপব্যয় বা আমনি দিবলৈ প্ৰয়াস কৰা নাই। তথাপিতো এনে এটা শুভদিনত পূৰ্বপুৰুষসকলক আৰু ঐতিহ্যক স্মৰণ কৰিবলৈ মন যায়। তদুপৰি অতীতৰ স্মৃতি আৰু উপলব্ধিয়ে বৰ্তমানক গতিশীল কৰাত নিশ্চয় প্ৰেৰণা দিয়ে।

আৰ্য্যপূৰ্ব বিশ্বনাথৰ মহান সংস্কৃতিৰ ৰূপকাৰসকলক ইতিহাসে চুকি নাপালেও কালিকাপুৰাণ, যোগিনীতন্ত্ৰ, হৰগৌৰীৰ সংবাদ, পীঠমালাতন্ত্ৰ আদি সংস্কৃত পুথিত উল্লেখ পোৱা যায়। ১১২ খৃঃত বিশ্বনাথ মন্দিৰ স্থাপনৰ এক আনুমানিক সময়ৰ সন্তেদ আমি পীঠমালাতন্ত্ৰত পাওঁ। আহোম ৰজা প্ৰতাপ সিংহৰ ৰাজত্ব কালত ১৬২১ চনত প্ৰাকৃতিক দুৰ্য্যোগত বিশ্বনাথ মন্দিৰৰ ধ্বংসস্তূপলৈ পৰিণত হোৱাৰ কথা আহোম বুৰঞ্জীত উল্লেখ আছে। এই ধ্বংসস্তূপত পৰিণত হোৱা বিশ্বনাথ মন্দিৰৰ ভগ্নাৱশেষ আজিও ব্ৰহ্মপুত্ৰৰ মাজত দেখিবলৈ পোৱা যায়। খৰালি কালত ব্ৰহ্মপুত্ৰ শুকাই যোৱাৰ লগে লগেই ভগ্নমন্দিৰ ওলাই পৰে আৰু বিগ্ৰহত ছমাহমান পূজা-পাৰ্বণ চলি থাকে।

গুপ্তকাশী বিশ্বনাথৰ অন্য নাম বাণবাৰাণসী, বাণকাশী, বিশ্বশৈল্য। এই বিশ্বনাথ ধামৰ পূবে নাংগলেশ্বৰ, পছিমে কালভৈৰৱ, উত্তৰে বীৰভদ্ৰ আৰু দক্ষিণে মাহাবাহু ব্ৰহ্মপুত্ৰ। গদাধৰ সিংহৰ ৰাজত্ব কালত বৰ্তমানৰ মন্দিৰ নিৰ্মাণ কৰাই পণ্ডিত গোবিন্দ চক্ৰৱৰ্তীক পূজাৰী নিযুক্তি দিয়ে আৰু তেতিয়াৰেপৰা মন্দিৰৰ পূজা নিয়মিতভাৱে চলি আছে। মাটি-বাৰী দান কৰা, দেৱালয়ৰ শাসন পদ্ধতি আদিৰ উল্লেখ থকা ৰজাদিনীয়া তামৰ ফলি বৰ্তমানো ঠাকুৰ পৰিয়ালৰ হাতত আছে।

কালিকা পুৰাণমতে 'উমাবন'ত উমাই শিৱক স্বামীৰূপে পাবলৈ তপস্যা কৰিছিল আৰু যি ঠাইত শিৱ সন্তুষ্ট হৈ উমাক দৰ্শন দিলে, সেই স্থানেই বিশ্বনাথ। বিষ্ণুৱে সতীৰ দেহ চক্ৰৰ দ্বাৰা খণ্ড-বিখণ্ডিত কৰাত সতীৰ এটি স্তন চণ্ডী দেৱালয়ত আৰু আনটি উমাদেৱালয়ৰ স্থানত পৰিছিল। সেয়ে এই স্থান মহাপীঠ স্থান। বিশ্বনাথৰ আন এটি নাম গুপ্তকাশী। কথিত আছে বাণাসুৰে দ্বিতীয় কাশী নিৰ্মাণৰ হেতু বিশ্বনাথত এককোটি শিৱলিংগ প্ৰতিষ্ঠা কৰে। এই কথা দেৱতাসকলে সহ্য কৰিব নোৱাৰিলে। সেয়ে ইন্দ্ৰই এটি লিংগ চুৰ কৰি বাণাসুৰৰ পৰিকল্পনা ভংগ কৰে। কুমুদ আৰু কৌস্তভ মুনিৰ

অভিশাপৰ ফলতো বাণাসুৰৰ আশা ভংগ হয় বুলি কাহিনী আছে।

যি কি নহওক. ইতিহাসে ঢুকি নোপোৱা কালৰে পৰা বিশ্বনাথৰ মাহাত্ম্য একেদৰেই আছে। বিভিন্ন প্ৰান্তৰ পৰা আজিও ভক্তসকল গুপ্তকাশী বিশ্বনাথলৈ ভক্তি অৰ্ঘ্য দিবলৈ আহে।

পবিত্ৰ বিশ্বনাথত অংগাংগীভাৱে ২৯ খন দেৱালয় আছে বুলি জনা যায়। ইয়াৰে কেইখনমান দেৱালয় বিশ্বনাথৰ পৰা ভালেমান দূৰত অৱস্থিত। ইয়াৰ ভিতৰত প্ৰতাপগড় চাহবাগিচাৰ কাষত থকা 'বুঢ়ামাধৱ' বিশ্বনাথৰ ১৭ কিঃ মিঃৰ পছিমে অৱস্থিত নাগশংকৰ দেৱালয় আৰু জামুগুৰিৰ নন্দিকেশ্বৰ উল্লেখযোগ্য।

বৰলুইতৰ পাৰত অৱস্থিত প্ৰাকৃতিক সৌন্দৰ্য্যৰে পৰিবেষ্টিত দেৱালয়সমূহ আটক-ধুনীয়াকৈ ৰাখিব পাৰিলে ভাৰতৰ বিভিন্ন ঠাইৰ তীৰ্থস্থানবোৰৰ দৰেই পৰ্য্যটকৰ আকৰ্ষণীয় মনোৰম ঠাইলৈ ৰূপান্তৰিত হ'ব। বিশেষকৈ ব্ৰহ্মপুত্ৰৰ মাজৰ বিতোপন 'উমাবন' মাজুলিটো চৰকাৰে সু-পৰিকল্পিতভাৱে এটি পৰ্য্যটক কেন্দ্ৰলৈ বা স্বাস্থ্য নিবাসলৈ ৰূপান্তৰিত কৰিব পাৰে। এই সুযোগতে অৱহেলিত প্ৰায় ঐতিহ্যমণ্ডিত জাগ্ৰত দেৱালয়সমূহ আৰু মঠবোৰৰ ৰক্ষণাবেক্ষণ আৰু উন্নয়নৰ কাৰণে চৰকাৰ তথা ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰিলোঁ।

বিশ্বনাথ চাৰিআলিৰ প্ৰতাপগড়ে আজিও ৰজা নাগাক্ষ আৰু আৰিমত্তৰ কীৰ্তি জিলিকাই আছে। চাৰিআলি নগৰৰ নিচেই কাষতে অৱস্থিত দগাঁৱৰ 'চাৰিকৃষ্ণ' থানে জগতগুৰু শংকৰদেৱে বিশ্বনাথলৈ আহি বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰি এই অঞ্চলৰ ৰাইজৰ মাজত ভক্তিভাৱৰ চেতনা জগাই তোলাৰ সাক্ষ্য আজিও বহন কৰি আছে।

এই বিশ্বনাথতেই আহোম ৰজা ৰুদ্ৰ সিংহই কছাৰী আৰু জয়ন্তীয়া ৰজাৰ বিচাৰ কৰি উভয়ৰে মাজত মিত্ৰতা স্থাপন কৰাৰ উপৰিও পৰ্বত-ভৈয়ামৰ সম্প্ৰীতিৰ এনাজৰীৰে বান্ধিছিল।

ইতিহাসে গৰকা অলেখ স্মৃতি-চিহ্নৰ উপৰিও বিশ্বনাথ অঞ্চলত কিম্বদন্তীৰে ভৰা প্ৰাচীন ছুশৰো অধিক জলপূৰ্ণ আৰু জলহীন পুখুৰী সিঁচৰতি হৈ আছে। কিম্বদন্তীয়েও ইতিহাসৰ দুৱাৰ মুকলি কৰে। সেয়ে অনুসন্ধিৎসু উত্তৰ পুৰুষে ইতিহাসৰ পম খেদিলে নিশ্চয় বিশ্বনাথত লুকাই থকা অ-কথিত ঐতিহ্য উদ্ধাৰ হ'ব আৰু অসমৰ ঐতিহ্যৰ বিগত সম্প্ৰসাৰিত হ'ব।

সময়ৰ পৰিবৰ্তন আহিল। ৬০০ বছৰীয়া আহোম ৰাজত্বৰ কালৰ কুটিল

গতিত অন্ত পৰিল। ১৮২৬ চনত ইয়াণ্ডাবু সন্ধি হ'ল। অসমৰ ভাগ্য নিয়ন্তা হ'ল ইংৰাজ। বিশ্বনাথৰ পৰিবৰ্তন ঘটিল। ইংৰাজ নিউভিলে বিশ্বনাথত প্ৰশাসনীয় কেন্দ্ৰ পাতিলে। পছিমীয়া জীৱন ধাৰাৰ প্ৰভাৱ পৰিল।

বেহাবেপাৰ আৰম্ভ হ'ল ভাৰতবৰ্ষত। বিভিন্ন অংশৰ বেপাৰী আহিল। ইংৰাজে চাহ খেতি আৰম্ভ কৰিলে। হাজাৰ হাজাৰ বনুৱা ভাৰতবৰ্ষৰ বিভিন্ন প্ৰদেশৰপৰা আহিল, বিশ্বনাথত চাহ শিল্প গঢ়ি উঠিল; কোম্পানীৰ ধনৰ ভঁৰাল টনকিয়াল কৰিলে। বিশ্বনাথ বেভিনিউ নগৰ হ'ল। সুদূৰৰপৰা অহা বনুৱাসকল চাহ শিল্পৰ মাজতে আৱদ্ধ নাথাকি তেওঁলোকে অসমীয়া সমাজক সাৱটি ল'লে, তেওঁলোক বৃহত্তৰ অসমীয়া জাতিৰ অবিচ্ছেদ্য অংগ হৈ পৰিল। তেওঁলোকৰ অৱদানেৰে অসমীয়া ভাষা-সংস্কৃতিৰ ৰূপত ৰহণ চৰালে। মাদলৰ ছেৱে সমন্বয়ৰ সুৰেৰে ব্ৰহ্মপুত্ৰ উন্মনা কৰি তুলিলে। বিশ্বনাথৰ কেঁচা মাটিৰ গোন্ধে পূৰ্ববংগৰ, নেপালৰ কৃষকক আকৰ্ষি কৰিলে। হাজাৰ হাজাৰ কৃষক আহিল বিশ্বনাথলৈ। ব্ৰহ্মপুত্ৰৰ চুৰোপাৰ শ্যামলী কৰি তুলিলে। চৰ অঞ্চল লক্ষ্মী ভাণ্ডাৰলৈ ৰূপান্তৰিত হ'ল। এইসকল কৃষকে অসমৰ কৃষিৰ উৎপাদনেৰে কেৱল জীৱিকা নিৰ্বাহতে আৱদ্ধ নাথাকি অসমৰ ভাষা গোষ্ঠীক আঁকোৱালি লৈ বৃহত্তৰ অসমীয়া জাতি গঠনত আত্ম নিয়োগ কৰি জীৱন যাত্ৰা আৰম্ভ কৰিলে।

বিশ্বনাথ ব্যৱসায় কেন্দ্ৰ হৈ পৰিল। জাহাজ চলাচল হ'ল, বিশ্বনাথ এটি প্ৰধান জাহাজঘাটলৈ ৰূপান্তৰ হ'ল। প্ৰায় ১০০ বছৰৰো অধিক কাল বিশ্বনাথ এই অঞ্চলৰ প্ৰাণকেন্দ্ৰ হৈ থাকিল।

কালক্ৰমত বিশ্বনাথৰ প্ৰাধান্য কমি আহিল। পাছে বিশ্বনাথ আৰু উত্তৰ যাত্ৰীয় পথ য'ত বিভক্ত হ'ল তাতে চাৰিআলিৰ সৃষ্টি হ'ল। এই চাৰিআলিয়েই বেপাৰ-বাণিজ্য, শিক্ষা-সংস্কৃতিৰ কেন্দ্ৰ হৈ এখন নগৰৰ ৰূপ ল'লে। এয়েই হ'ল বৰ্তমানৰ বিশ্বনাথ চাৰিআলি নগৰ। বৰ্তমান বিশ্বনাথ মহকুমাৰ সদৰ ঠাই এই নগৰখনিৰ পৰিচালনাৰ দায়িত্ব ১৯৭০ চনৰ নগৰ সমিতিৰ হাতত পৰে। আধুনিক চাৰিআলিক নৱ-ৰূপত গঢ় দিওঁতাসকলৰ ভিতৰত ৺নবীন ভট্টাচাৰ্য্য, ৺চেনীৰাম দাস, ৺হেমচন্দ্ৰ হাজৰিকা, ৺বুদ্ধিন্দ্ৰনাথ গোস্বামী, ৺চন্দ্ৰকান্ত বৰুৱা, ৺তৰুণ ভট্টাচাৰ্য্য আদিৰ নাম স্মৰণীয়।

অসমৰ প্ৰাতঃস্মৰণীয় ব্যক্তি অসমৰ জাতীয় অস্তিত্ব ৰক্ষাৰ পৱিত্ৰ যজ্ঞৰ হোতা অগ্নিকবি মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য্য দেৱৰ জন্মস্থান বিশ্বনাথ চাৰিআলিৰ গড়েহাগী

গাঁও। এই গৰাকী কবিৰ কথা আৰু অগ্নিময়ী কবিতাই প্ৰতিজন অসমীয়াৰ হৃদয়ত ঢেকা প্ৰেমৰ অনল প্ৰজ্বলিত কৰিছিল। ১৯২৯ চনত অসম সাহিত্য সভাৰ যোৰহাট অধিবেশনৰ সভাপতিৰ আসন অলংকৃত কৰা এই মহান ব্যক্তি-গৰাকীয়ে অসমীয়া ভাষা-সাহিত্যলৈ, অসমবাসীলৈ বি অতুলনীয় অৱদান দি থৈ গ'ল, তাক প্ৰতিজন অসমবাসীয়ে জানে।

মুক্তি যুঁজৰ পাঞ্চজন্যৰে অসম নিনাদিত কৰোঁতা মেধাবী ছাত্ৰ, সু-সাহিত্যিক, সমন্বয়ৰ প্ৰতীক দেশপ্ৰাণ লক্ষীধৰ শৰ্মা বিশ্বনাথ চাৰিআলিৰ সু-সন্তান; যিজনাই অসমীয়া সাহিত্যলৈ প্ৰগতিশীল চিন্তাধাৰা যোগাই তাৰ জননীক উজ্জ্বল কৰি তুলিছিল। প্ৰথম একাংক নাটক লিখোঁতা শৰ্মাদেৱে ভাষা জননীক গল্প-কবিতা নাটকেৰে অবিহণা যোগাই আৰু দেশৰ মুক্তিৰ বাবে জাতীয় চেতনা জগাই মাথোন বিশ্বনাথকেই নহয় গোটেই অসমক গৌৰৱান্বিত কৰি গৈছে। ইয়াৰ উপৰিও 'ইয়ং ইণ্ডিয়া' বাতৰি কাকতৰ যোগেদি শুকজনাৰ কালজয়ী কৃতি প্ৰকাশ কৰি শৰ্মাদেৱে বহিৰ্জগতত মহাপুৰুষগৰাকীৰ প্ৰতিভা প্ৰচাৰ কৰিছিল।

অন্য এগৰাকী আমাৰ সু-সন্তান, সাহিত্যিক পেন্সনাৰ ৺দীন নাথ শৰ্মাদেৱে গল্প, উপন্যাস, জীৱনী, নাটক আৰু শিশু সাহিত্যৰে ভাষা জননীক উজ্জ্বল কৰি থৈ গৈছে। বৰ্তমানো সাহিত্য চৰ্চাত ব্ৰতী হৈ থকা শিশু-সাহিত্যৰ বাবে পুৰস্কৃত শ্ৰীজীৱনচন্দ্ৰ বৰুৱাও এগৰাকী এই অঞ্চলৰ সাহিত্যিক।

অসমৰ সংবাদ সাহিত্যলৈ বিশ্বনাথ চাৰিআলিৰ কেইবাগৰাকী সন্তানেও অবিহণা যোগাই থৈ গৈছে। আজিৰ এই শুভক্ষণত তেখেতসকলক স্মৰণ নকৰি নোৱাৰিলোঁ। সেইসকলৰ ভিতৰত ৺লক্ষ্মীকান্ত বৰকাকতী অন্যতম। এখেতে ১৮৭৪ চনত বিশ্বনাথৰ পৰা 'অসম দৰ্পণ' নামে বাৰ্তালোচনীখনি প্ৰকাশ কৰিছিল। সাহিত্যিক গুণাভিৰাম শৰ্মা আৰু সুৰেশচন্দ্ৰ ভট্টাচাৰ্যদেৱে 'দি বেংগুন মেইল' নামৰ বাতৰি কাকতৰ সম্পাদনা কৰি বাৰ্তালোচনীৰ সম্পাদনাৰ কাৰ্যত অসমীয়া মানুহৰ দক্ষতাৰ পৰিচয় দিছিল।

১৯৩৪ চনত বিশ্বনাথ সাহিত্য সন্মিলন অনুষ্ঠিত হৈছিল। এই সন্মিলনৰ উদ্যোক্তাসকলৰ ভিতৰত ৺দীননাথ শৰ্মা, ৺ৰামপ্ৰসাদ আগৰৱালা, ৺ত্ৰিলোচন ফুকন, ৺যতীন্দ্ৰনাথ বৰঠাকুৰ, ৺জ্বালাপ্ৰসাদ আগৰৱালা, চৈয়দ হামিদ আলি, শ্ৰীজীৱন বৰুৱা, শ্ৰীপদ্মকান্ত শইকীয়া, শ্ৰীচন্দ্ৰলাল জৈনৰ নাম উল্লেখযোগ্য। এই সন্মিলনত বাগ্মীবৰ ৺নীলমণি ফুকনদেৱে সভাপতিত্ব কৰিছিল আৰু ৺মাধব বেজবৰুৱাদেৱে বিশিষ্ট অতিথি হিচাপে সভাৰ সৌষ্ঠৱ বঢ়াইছিল।

বৰ্তমান সাহিত্যৰ ক্ষেত্ৰত বিশ্বনাথ চাৰিআলি শাখা সাহিত্য সভা, কবিচক্ৰ, নতুন সাহিত্য পৰিষদ, লেখিকা সমাৰোহৰ শাখা, কুশলী সাহিত্য পৰিষদ আদি অনুষ্ঠানৰ সক্ৰিয়তাত ভালেমান উদীয়মান ন লেখাকৰে সাহিত্য চৰ্চাত মনোনিবেশ কৰিছে। আমি আশা ৰাখিছোঁ ভাষা জননীক বিশ্বনাথ চাৰিআলিৰ অৱদানেৰে ভবিষ্যতে গৌৰৱান্বিত কৰি তুলিব।

হে সাহিত্যপ্ৰেমী সুধীবৃন্দ,

আজিৰ এই পৱিত্ৰ দিনত শোণিতপুৰ জিলাৰ স্বনামধন্য যিসকল ব্যক্তিয়ে অসমৰ ভাষা-সাহিত্যক মহীয়ান কৰি গৈছে; আমাৰ স্মৃতিত থকাসকলক পৰম ভক্তিৰে স্মৰণ কৰোঁ; সেইকেইজন হ'ল—হৰিবিলাস আগৰৱালা, নিধিলেভি ফাৰওৱেল, লম্বোধৰ বৰা, চন্দ্ৰকুমাৰ আগৰৱালা, চন্দ্ৰ শৰ্মা, আনন্দকুমাৰ আগৰৱালা, পৰমানন্দ আগৰৱালা, জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুপ্ৰসাদ ৰাভা, দণ্ডিনাথ কলিতা, তুলসী, হাতীবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা, কেপ্টেইন হেম বৰুৱা, বসন্তকুমাৰ বৰুৱা, ৰজনী পদ্মাপতি, মহাদেৱ শৰ্মা, পুষ্পলাল উপাধ্যায় আদি।

বিশ্বনাথ চাৰিআলিৰ শিক্ষাজগতৰ ইতিহাসলৈ দৃষ্টিপাত কৰিলে দেখা যায় যে ১৮২৬ চনত প্ৰথম প্ৰাথমিক বিদ্যালয়খন বিশ্বনাথত স্থাপন হৈছিল। ইয়াৰ পিছত লাহে লাহে অঞ্চলটিত প্ৰাথমিক বিদ্যালয় সম্প্ৰসাৰিত হয়। ১৯১৪ চনত ৰায়ত সভাৰ উদ্যোগত এখনি এম. ই বিদ্যালয় স্থাপন হয়। এই বিদ্যালয়খনি ৺লক্ষীধৰ শৰ্মা, ৺হেম হাজৰিকা, ফেনী চাহাব, ৺নব শৰ্মা, ৺মোহন শৰ্মা, ৺কমল শৰ্মাৰ নাম স্মৰণীয়। ১৯৪২ চনত স্বাধীনতা আন্দোলনৰ ভৰপকত ৰাইজৰ চেষ্টাত চাৰিআলি উচ্চ ইংৰাজী বিদ্যালয় স্থাপন হয়। পিছত এই বিদ্যালয়খনি উচ্চতৰ মাধ্যমিক বহুমুখী বিদ্যালয়লৈ উন্নীত হয়। বিশ্বনাথ চাৰিআলিৰ উচ্চ শিক্ষাৰ দুৱাৰ এই বিদ্যালয়খনিয়ে মুকলি কৰে।

১৯৬০ চনত শিক্ষানুৰাগী ৰাইজৰ চেষ্টাত বিশ্বনাথ মহাবিদ্যালয় স্থাপন হয়। বৰ্তমান মহাবিদ্যালয়খনিয়ে কলা আৰু বিজ্ঞান শাখাৰে এখনি পূৰ্ণপৰ্যায়ৰ মহাবিদ্যালয়লৈ ৰূপান্তৰিত হোৱাত এই অঞ্চলৰ ছাত্ৰ-ছাত্ৰীসকলৰ উচ্চ শিক্ষা লাভৰ পথ সুগম হৈ উঠিল। স্থানীয় সদাশয় ব্যক্তিসকলৰ উপৰিও এই মহাবিদ্যালয় স্থাপনত মঃ নজিবুৰ ৰহমানদেৱে যি অৱদান দি গ'ল সি ৰাইজৰ মাজত

'চৰস্মৰণীয় হৈ থাকিব। ১৯৮৯ চনত ৰাইজৰ চেষ্টাত বিশ্বনাথ চাৰিআলিত এখনি বাণিজ্য মহাবিদ্যালয় স্থাপন হোৱাত এই অঞ্চলৰ বহুদিনীয়া অভাৱ এটি পূৰণ হয়।

বিশ্বনাথ চাৰিআলিত শিক্ষানুষ্ঠান আৰু শিক্ষা সম্প্ৰসাৰণৰ ক্ষেত্ৰত অৰিহণা যোগোৱা ব্যক্তিসকলৰ ভিতৰত ৺ৰমাকান্ত বৰুৱা, ৺চন্দুলাল আগৰৱালা, ৺জগন্নাথ বৰঠাকুৰ, ৰামপ্ৰসাদ আগৰৱালা, ৺ৰাজাপ্ৰসাদ আগৰৱালা, ৺মিত্ৰধৰ বৰুৱা, ৺লক্ষীধৰ শৰ্মা, ৺হেম হাজৰিকা, ৺ধানেশ্বৰ ভাগৱতী, ৺নৰ বৰঠাকুৰ, ৺মোহন শৰ্মা, কমলা শৰ্মা, মিনাই পণ্ডিত, নাহৰ পণ্ডিত, অক্ষয় পণ্ডিত, ৺আনন্দিৰাম শইকীয়া, ৺বেণু বৰা, কমিনাথ শইকীয়া, ৺চেনিৰাম দাস, ৺নবীন ভট্টাচাৰ্য্য, ৺গোলক দাস, মঃ আহিৰ আহমেদ, হৰিলাল উপাধ্যায়, ৺যজ্ঞেশ্বৰ বৰঠাকুৰ, ৺ত্ৰিলোচন ফুকন, ৺ভূধৰ ফুকন, সুগুৰাম মহাদেউ, ৺চন্দ্ৰ বৰুৱা আদিৰ নাম উল্লেখ কৰিব পাৰি। ইয়াৰ উপৰি বৰ্ত্তমান বহুকেইজন নবীন প্ৰবীণ ব্যক্তিয়েই এই ক্ষেত্ৰত আত্মনিয়োগ কৰি আছে।

বিশ্বনাথ অঞ্চলত বৰ্তমান এখন ছোৱালী উচ্চ ইংৰাজী বিদ্যালয়, এখন হিন্দী মাধ্যমৰ উচ্চ ইংৰাজী বিদ্যালয়, এখন বঙলা উচ্চ ইংৰাজী বিদ্যালয়, এখন আৰবীক কলেজ, এখন ইংৰাজী মাধ্যমৰ উচ্চ ইংৰাজী বিদ্যালয়ৰ উপৰিও ১৪ খন উচ্চ ইংৰাজী বিদ্যালয় আছে।

অসম চৰকাৰে বিশ্বনাথ চাৰিআলি নগৰত ১৯৮৫ চনত এখন কৃষি মহা-বিদ্যালয় স্থাপন কৰে আৰু পূৰ্বৰ চৰকাৰী বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰক এই বছৰ জিলা শিক্ষা প্ৰশিক্ষণ কেন্দ্ৰলৈ ['ডায়েট', DIET] ৰূপান্তৰ কৰি শিক্ষাৰ সম্প্ৰসাৰণ কৰিছে।

বিশ্বনাথ চাৰিআলিৰ সামাজিক-ৰাজনৈতিক, সাংস্কৃতিক, শিক্ষা আৰু ধৰ্মীয় দিশৰ পম খেদিলে আমি এই অঞ্চলৰ দুটি অনুষ্ঠানৰ নাম উল্লেখ কৰিবই লাগিব—'ৰাবেচহৰ' আৰু 'ৰায়ত সভা'। ৰাবেচহৰৰ স্থায়ী ৰূপ দিয়া হয় ১৮৯৭ চনত আৰু ইয়াৰ উদ্যোক্তাসকল আছিল ৺বলাকান্ত হাজৰিকা, ৺কাশীনাথ পাটগিৰি ৺টাঙুৰাম বৰা, ৺মণি বায়ন, ৺সাধন দাস, ৺ৰমাকান্ত বৰুৱা, ৺বাহু খুক্তিয়াৰ, ৺বলো পাটগিৰি, ৺অক্ষয় পণ্ডিত, ৺ভাদি গাঁওবুঢ়া, ৺লকী কলিতা, ৺নাহৰ পণ্ডিত, ৺মিনাই পণ্ডিত, ৺ধীৰনাথ মেধি, ৺ত্ৰিলোচন ফুকন, ৺গুণাৰাম কন্দলি, জগন্নাথ বৰঠাকুৰ, ৺যজ্ঞেশ্বৰ বৰঠাকুৰ, চণ্ডুলাল আগৰৱালা আদি। ১৮৯৭ চনত ৰাবেচহৰীয়া যেতিয়া এই অঞ্চলত এই মাট্য মন্দিৰ নিৰ্মাণৰ পৰি-

কল্পনা নয় যদিও ই বাস্তৱত ৰূপায়িত হয় কেইজনমান কৰ্মী-উদ্যোক্তাৰ অক্লান্ত চেষ্টাৰ ফলত বিংশ শতাব্দীৰ তৃতীয় দশকৰ আৰম্ভণিত। ১৯২৪ চনত বিশ্বনাথত বিশ্বনাথ নাট্য মন্দিৰ স্থাপন কৰি আধুনিক নাট্য কলা চৰ্চা আৰু বিকাশৰ পাতনি মেলা হয়।

১৯৩১ চনত বৰ্তমানৰ বিশ্বনাথ চাৰিআলি নগৰত কলামোদী ৰাইজৰ চেষ্টাত এই অঞ্চলৰ দ্বিতীয় নাট্য মন্দিৰ 'বীণাপাণি নাট্য মন্দিৰ' প্ৰতিষ্ঠা কৰা হয়। পিছলৈ এই ৰংগমঞ্চ অসমৰ দ্বিতীয় ঘূৰণ ৰংগমঞ্চলৈ উন্নীত হয়। বিশ্বনাথ চাৰিআলিৰ তৃতীয় ৰংগমঞ্চটি পানীভঁৰালত স্থাপন কৰা হয়। বীণাপাণি নাট্য-মন্দিৰে অকল নাট্য চৰ্চাতে সীমিত নাথাকি এই অঞ্চলৰ শিক্ষা, ব্যৱসায়, বাণিজ্য, সাংস্কৃতিক চিন্তা-চৰ্চা আৰু সম্প্ৰসাৰণতো অৰিহণা যোগালে। ফলস্বৰূপে বীণাপাণি নাট্য মন্দিৰ আধুনিক বিশ্বনাথ চাৰিআলিৰ স্নায়ুকেন্দ্ৰ হৈ পৰিল। ইয়াৰ যোগেদিয়েই বীণাপাণি কো-অপাৰেটিভ ষ্টোৰচ লিঃ আৰু লক্ষীধৰ পুথি-ভঁৰালৰ জন্ম হয়। বীণাপাণি নাট্য মন্দিৰে ভালেমান খ্যাতনামা অভিনেতা আৰু নাট্যকাৰৰ জন্ম দি অসমৰ নাট্য জগতলৈ অৰিহণা যোগাই বিশ্বনাথ চাৰি-আলিক গৌৰৱমণ্ডিত কৰি তুলিছে। বিশ্বনাথ চাৰিআলিত নট্য কলা বিকাশ আৰু অভিনয়ৰ ক্ষেত্ৰত যিসকলে অবদান দিলে সেইসকলৰ ভিতৰত ৺গংগাধৰ বৰকটকী, ৰজনী বৰুৱা, ৺ৰামপ্ৰসাদ আগৰৱালা, ৺তুলসী ভট্টাচাৰ্য, ৺ৰামচন্দ্ৰ শৰ্মা, ৺নবীনচন্দ্ৰ ভট্টাচাৰ্য, ৺চেনিৰাম দাস, ৺ভূধৰ ফুকন, ৺উমাকান্ত গোস্বামী, ৺কৃপানাথ মালাকৰ, ৺যজ্ঞেশ্বৰ বৰঠাকুৰ, ৺ৰামপ্ৰসাদ শৰ্মা, ৺হৰেন শৰ্মা, ৺দোলন শৰ্মা, ৺ভৱ হাজৰিকা, ৺ভুবন শৰ্মা, ৺কমলা ভূঞা, ৺নবীন শইকীয়া, ৺গোলক দাস, ৺ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, ৺দেৱেশ্বৰ দাস, ৺চন্দ্ৰ বৰুৱা, ৺কৃষ্ণমোহন ফুকন, ৺চন্দ্ৰ বৰুৱা (যোজাদাৰ), ৺থানেশ্বৰ ভাগৱতী আদি।

বিশ্বনাথ চাৰিআলিৰ সদৌ অসম সূৰ্য্য ৰবা সৌৰৱণী একাংক নাট প্ৰতি-যোগিতা সমিতি অনুষ্ঠানটি অসমৰ এটি অন্যতম অনুষ্ঠান। অসমৰ নাট্য আন্দোলনত এই অনুষ্ঠানৰ অৰিহণা প্ৰশংসনীয়। এই অনুষ্ঠানটিয়ে সদৌ অসম ভিত্তিত প্ৰতিযোগিতা অনুষ্ঠিত কৰাই নহয় নাট সম্পৰ্কে গভীৰ চিন্তা-চৰ্চা কৰি আহিছে আৰু ইয়াৰ ফলশ্ৰুতি হিচাপে ন-ন নাট্যকাৰ, অভিনেতা, অভিনেত্ৰীৰ সৃষ্টি কৰিছে। এইখিনিতে উল্লেখ কৰিব পাৰি যে বিশ্বনাথ চাৰিআলিৰ নাট্যকাৰ শ্ৰীঅৰুণ শইকীয়াই অনাতাঁৰ নাট সৃষ্টিত সৰ্বভাৰতীয় খ্যাতি অৰ্জন কৰি অসমীয়া নাট জগতলৈ বিশেষ অৰিহণা যোগাইছে।

এই অনুষ্ঠানটিৰ উপৰিও বিশ্বনাথ চাৰিআলিত তুৰংগম, কল্লোল, ত্ৰিমূৰ্তি ৰসৰাজ নাট্য গোষ্ঠী, অসম কবি সন্মিলনৰ বিশ্বনাথ চাৰিআলি শাখাকে ধৰি কেইবাটাও নাট্য সংগঠনে অসমৰ বিভিন্ন স্থানত নাট্য প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি, শ্ৰেষ্ঠ অভিনেতা, শ্ৰেষ্ঠ নাট্যকাৰ আৰু শ্ৰেষ্ঠ পৰিচালকৰ খ্যাতি অৰ্জন কৰি বিশ্বনাথ চাৰিআলিৰ গৌৰৱউজ্জ্বল কৰি তুলিছে। উল্লেখ কৰিব পাৰি যে চাৰিআলি কেন্দ্ৰীয় মহিলা সমিতিৰ যোগেদি এই অঞ্চলৰ বিভিন্ন নাট্যানুষ্ঠানত নাট অনুষ্ঠিত কৰি ৰাইজৰ সমাদৰ লাভ কৰিছে।

অসমৰ চলচ্চিত্ৰ জগতলৈও বিশ্বনাথ চাৰিআলিয়ে কিঞ্চিৎ হ'লেও অৰিহণা যোগাই এই অঞ্চলৰ গৌৰৱ বৃদ্ধি কৰিছে। এই ক্ষেত্ৰত উল্লেখযোগ্য বিশ্বনাথ চাৰিআলিৰ বিষ্ণুজ্যোতি চলচ্চিত্ৰ সমবায়ে সৰ্বপ্ৰথম চলচ্চিত্ৰ 'অভিযান' মুক্তি দিয়াৰ পাছত ব্যক্তিগত খণ্ডত 'অনুতাপ', 'উপপথ', 'প্ৰতিদান' আদি একাধিক ছবি মুক্তি দি অসমৰ চলচ্চিত্ৰ জগতৰ পৰিসৰ বঢ়োৱাই নহয়, কেইবাগৰাকীও যশস্বী অভিনেতা-অভিনেত্ৰীৰ সৃষ্টি কৰিছে। বিশ্বনাথ চাৰিআলিৰ কেইজনমান যুৱকৰ চেষ্টাতে অসমৰ প্ৰথম ভিডিঅ' নাটকৰ কেচেটে মুক্তি লাভ কৰে।

সংগীত আৰু নৃত্যৰ ক্ষেত্ৰত নাট্যমঞ্চৰ যোগেদি আংশিকভাৱে চিন্তা-চৰ্চা হ'লেও বহু পলমকৈহে এই বিষয়ত আনুষ্ঠানিক শিক্ষা আৰম্ভ হয়। বৰ্তমান সংগীত আৰু নৃত্য বিষয়ত 'চাৰিআলি সংগীত বিদ্যালয়' আৰু 'শংকৰী কলা কৃষ্টি বিকাশ কেন্দ্ৰ' এই অনুষ্ঠান দুটিয়ে শিক্ষা দি আহিছে। এই প্ৰতিষ্ঠানসমূহৰ পৰা প্ৰতি বছৰে ভালেমান ছাত্ৰ-ছাত্ৰী সংগীত শিক্ষাত উত্তীৰ্ণ হৈ ওলাই আহিছে।

শ্ৰদ্ধেয় সাহিত্যপ্ৰেমী ৰাইজ,

আজিৰ এই শুভক্ষণত শোণিতপুৰ জিলাৰ যিসকল কৃতী সন্তানে অসমৰ সাংস্কৃতিক জগতলৈ অৰিহণা যোগাই জননীৰ মুখ উজ্জ্বল কৰি গৈছে সেইসকলক পৰম শ্ৰদ্ধাৰে সুঁৱৰিছোঁ আৰু আমাৰ স্মৰণত থকাসকলক উল্লেখ কৰিছোঁ। এইসকল—৺হৰিবিলাস আগৰৱালা, ৺পৰমানন্দ আগৰৱালা, ৺সোমনাথ শইকীয়া, ৺অমলা পদ্মাৱতী, ৺জ্যোতিপ্ৰসাদ আগৰৱালা, ৺বিষ্ণুপ্ৰসাদ ৰাভা, ৺ফণী শৰ্মা, ৺গহনচন্দ্ৰ গোস্বামী, ৺চন্দ্ৰধৰ গোস্বামী, ৺গজেন বৰুৱা, ৺শিৱ ভট্টাচাৰ্য।

শিল্প, উদ্যোগ, ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰত বিশ্বনাথ চাৰিআলিয়ে যিমান অগ্ৰগতি লাভ কৰিব লাগিছিল তেনেভাৱে এতিয়াও কৰিব পৰা নাই। চাহ শিল্পৰ বাহিৰে অন্য বৃহৎ উদ্যোগ আজিকোপতি গঢ়ি উঠা নাই। ১৯৬০ চনৰ পৰা

ব্যৱসায়-বাণিজ্য, দোকান-পোহাৰ আদি বৃদ্ধি হৈছে আৰু বিশ্বনাথ মহকুমাৰ সদৰ ঠাই হোৱাৰ লগে লগে এই বিষয়ত দ্ৰুত গতিৰে আগবাঢ়িছে।

বিশ্বনাথ চাৰিআলিৰ বিশেষ বৈশিষ্ট্য হ'ল সমবায় পথুৰ ব্যৱসায়-বাণিজ্য গঢ়ি তুলি অসমৰ সমবায় আন্দোলনৰ ইতিহাসত অভিলেখ সৃষ্টি কৰি বিশ্বনাথ চাৰিআলিক এখন নগৰলৈ ৰূপান্তৰ কৰাত। শ্ৰদ্ধেয় ৰাইজ, এই ছেগতে আমি কেইখনমান সফল সমবায় সমিতিৰ নাম আপোনালোকৰ আগত দাঙি ধৰিলোঁ— বীণাপাণি কোঃ অঃ ষ্টোৰ্চ লিমিটেড, পাভৈ সমবায় সমিতি, বিশ্বনাথ মৌজা সমবায়, বিশ্বনাথ পাইকাৰী গ্ৰাহক সমবায় সমিতি, বিশ্বনাথ চাৰিআলি সমবায় ভাণ্ডাৰ, বহুমুখী সমবায়, হিমালয় ইণ্ডাষ্ট্ৰিজ প্ৰাইভেট লিমিটেড আদি। ইয়াৰ উপৰিও ভালেকেইখন ব্যৱসায় সমবায় আৰু মীন সমবায়ে নিজক সুপ্ৰতিষ্ঠিত কৰি অসমৰ সমবায় আন্দোলনত অৰিহণা যোগাই আছে। উল্লেখনীয় যে পাভৈ সমবায় সমিতিয়ে নিৰ্মাণ কৰা ছবিঘৰ 'পাভৈ টকীজ' অসমৰ দ্বিতীয় সমবায় ছবিঘৰ।

১৯২৪ চনত প্ৰথম মহাসমৰ হোৱাৰ সময়ত বিশ্বনাথ বাবেচহৰৰ উপৰিও বিশ্বনাথ ৰায়ত সভা স্থাপিত হয়। তেতিয়াৰ পৰাই এই ৰায়ত সভাই অঞ্চলটোৰ সামাজিক, ৰাজনৈতিক, ধৰ্মীয় আৰু শিক্ষা, স্বাস্থ্য আদি সৰ্বাংগীণ উন্নতিৰ কাৰণে আগবাঢ়ি আহে। চতিয়া, জামুগুৰিৰ ৰাইজেও সহযোগ কৰাত ইয়াৰ পৰিসৰ বঢ়াই ন-দুৱাৰ ৰায়ত সভা নামে গঠন কৰে।

ইতিপূৰ্বে ভাৰতীয় জাতীয় কংগ্ৰেছৰ সোঁত অসমলৈ বিয়পাত তেতিয়াৰ অসম এছোচিয়েছনৰ ডিব্ৰুগড়ত বহা অধিবেশনত ইয়াক জাতীয় কংগ্ৰেছলৈ ৰূপান্তৰিত কৰি দেশদেশকৈ অসমতো ভাৰতীয় জাতীয় কংগ্ৰেছৰ শাখা হিচাপে কাম কৰিবলৈ লয়। উক্ত অধিবেশনত অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যই ন-দুৱাৰ ৰায়ত সভাৰ হৈ প্ৰতিনিধিত্ব কৰে। তেতিয়াৰপৰা ন-দুৱাৰ ৰায়ত সভায়ো কংগ্ৰেছ হিচাপে মুকলিভাৱে কাম কৰিবলৈ উঠিপৰি লাগে আৰু দেশপ্ৰাণ লক্ষীধৰ শৰ্মাৰ নেতৃত্বত ৺হেম হাজৰিকা, ৺নবীনচন্দ্ৰ ভট্টাচাৰ্য, ৺চেনিৰাম দাস, ৺লক্ষী ভূঞা, ৺হৰনাথ হাজৰিকা প্ৰভৃতিয়ে ৰায়ত সভা আৰু কংগ্ৰেছৰ যোগেদি ১৯২১ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি এই অঞ্চলত ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ঢৌ তুলি নিজকে ধন্য কৰি অঞ্চলটোৰ গৌৰৱ বঢ়ায়। ১৯২৬ চনত পাণ্ডুত হোৱা জাতীয় কংগ্ৰেছৰ অধিবেশনত ৺লক্ষীধৰ শৰ্মাৰ নেতৃত্বত ৫০ জনীয়া স্বেচ্ছাসেৱকৰ দল এটাই নিষ্ঠাৰে সেৱা আগবঢ়াই নবীনচন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন প্ৰভৃতিৰ ভূয়সী প্ৰশংসা লাভ কৰি ক্ৰমান্বয়ে ১৯২৯, ১৯৩১ আৰু ১৯৪২ৰ মহাত্মাজীৰ

ভাৰত ত্যাগ আন্দোলনলৈকে এক উল্লেখযোগ্য অৰিহণা আগবঢ়ায়। এই বিশ্বনাথ চাৰিআলি অঞ্চল ১৯৪২ৰ ভাৰত ত্যাগ আন্দোলনৰ ঘাই কেন্দ্ৰ হৈ পৰে। ৺জ্যোতিপ্ৰসাদ আগৰৱালা, ৺গহনচন্দ্ৰ গোস্বামী, ৺অমিয়কুমাৰ দাস প্ৰভৃতিয়ে ইয়াৰ তীৰ গাঁৱত জিলা কাৰ্যালয় পাতি অঞ্চলৰ বাহিৰৰ জগতে সমগ্ৰ পূৱ ভৰলী অঞ্চলৰ নেতৃত্ব দিয়ে।

বিশ্বনাথ চাৰিআলি বিভিন্ন থলুৱা জনগোষ্ঠী, হিন্দু, মুছলমান, শিখ, বঙালী, হিন্দুস্থানী, ৰাজস্থানী, চাহ-জনজাতিৰে অধ্যুষিত অঞ্চল। অতি গৌৰৱৰ বিষয় আমি আটায়ে ঐক্য আৰু স্নেহৰ এনাজৰীৰে বান্ধখাই এটি মাত্ৰ পৰিয়ালৰ দৰে আছোঁ আৰু বিশ্বনাথ চাৰিআলিৰ প্ৰগতিৰ পথত মাউখে আগবাঢ়ি আহিছোঁ।

আমি সগৌৰৱে জনাও যে যোৱা ৬ বছৰীয়া জাতীয় অস্তিত্ব ৰক্ষাৰ আন্দোলনত এই অঞ্চলত জাতি, বৰ্ণ, ভাষা, ধৰ্ম নিৰ্বিশেষে সকলো ৰাইজে অহিংসভাৱে শান্তি-সম্প্ৰীতি ৰক্ষা কৰি ঐক্যবদ্ধভাৱে যোগদান দি অভিলেখ সৃষ্টি কৰি সমন্বয়ৰ আদৰ্শ দাঙি ধৰিছে।

ইয়াৰ উপৰিও বিভিন্ন ধৰ্মৰ লোকসকলে নিজ নিজ ধৰ্মীয় বৈশিষ্ট্য ৰক্ষা কৰি মঠ-মন্দিৰ, গীৰ্জা গুৰুদ্বাৰ, নামঘৰ, মচ্জিদত মুক্তমনে উপাসনা কৰি প্ৰকৃত ধৰ্মনিৰপেক্ষতাৰ আদৰ্শ দাঙি ধৰিছে।

ই নিশ্চিত যে আমাৰ আদৰ অভ্যৰ্থনাত কোনোবাখিনিত ভুলত্ৰুটি নোহোৱাকৈ থকা নাই। তাৰ বাবে আপোনালোক সকলোৰে ওচৰত কৰযোৰে ক্ষমা বিচাৰিছোঁ। তথাপি সমগ্ৰ শোণিতপুৰ জিলাৰ সহৃদয় ৰাইজ আৰু আপোনালোকৰ সহায় সহযোগিতাৰে আপোনালোকক যথাসম্ভৱ সেৱা কৰাৰ আমি চেষ্টা কৰিছোঁ। এই সুযোগতে আদৰণি সমিতি, সমূহ ৰাইজ, বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান, আমাৰ আটাইৰে মৰমৰ আৰু প্ৰিয় অসম চৰকাৰৰ সমূহ বিভাগীয় বিষয়ববীয়া, কৰ্মচাৰী, শ্ৰমিক, বন্ধু-বান্ধৱলৈ স্বেচ্ছাসেৱকসকলৰ উদাৰ সহায়-সহানুভূতিৰ বাবে শলাগ জনাই কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

সদৌ শেষত আপোনালোকৰ প্ৰচেষ্টাত অসম সাহিত্য সভাই যাতে ভৱিষ্যতলৈও সকলো জাতি, উপজাতি, জনজাতি ভাই-ভনীৰ স্বকীয় ভাষা-সাহিত্য, কলা-কৃষ্টি সামৰি বৃহৎ অসমীয়া জাতি গঠন কৰাত ঐক্য আৰু সম্প্ৰীতিৰ বলিষ্ঠ পদক্ষেপ ল'ব পাৰে তাৰ কাৰণে আশা ৰাখি ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ।

পৰম শ্ৰদ্ধাভাজন ৰাইজ,

সামৰণিত এষাৰ কথা উল্লেখ কৰিব খুজিছোঁ—সেয়া হ'ল, আমাৰ এই

মহামেলামুখী সাহিত্য সভাৰ এনে ধৰণৰ এবছৰীয়া কাল দুবছৰীয়া কৰিব পাৰি নেকি তাৰ কাৰণে আপোনালোক সমূহ প্ৰতিনিধিবৃন্দক পৰ্যালোচনা কৰিবলৈ অনুৰোধ জনালোঁ। কাৰণ বিগত কেইবাখনো অধিবেশনত বাইজৰ মুখে এনে ধৰণৰ মুকলি মেলামুখী ব্যয়বহুল অধিবেশন দুবছৰৰ মূৰে মূৰে পতাৰ কাৰণে গাইগুটীয়াভাৱে চিন্তা-চৰ্চা কৰাৰ কথা আমি আটাইয়ে নজনা নহয়। তেনে কৰিলে বিষয়ববীয়াসকলে দুবছৰীয়া কালত সুচিন্তিতভাৱে বিভিন্ন আঁচনি ৰূপায়ণ কৰাৰ ক্ষেত্ৰত এবছৰীয়া কালতকৈ অধিক সময় আৰু সুযোগ পাব। এবছৰৰ অন্তত সমূহ কাৰ্যনিৰ্বাহক সদস্যৰ লগতে প্ৰত্যেক জিলাৰ বা শাখা সাহিত্য পৰিষদৰ বিষয়ববীয়াসকলৰ উপস্থিতিত বছৰটোত কৰা কামৰ পৰ্য্যালোচনা কৰি পৰৱৰ্তী বছৰত যথাযথভাৱে আধৰুৱা কামসমূহ ৰূপায়ণ কৰিবলৈ খুউব বেছি সাধাৰণ সভা এখন পাতিলে সুবিধা হ'ব নেকি বুলি মনে ধৰে। এয়া আপোনালোকৰ ওচৰত মোৰ নিজস্ব পৰামৰ্শ বুলি নধৰি বাইজৰ মনৰ ভাব প্ৰকাশ কৰা বুলিহে যেন ধৰি লয় তাৰ বাবে বিনম্ৰ অনুৰোধ জনালোঁ।

সাহিত্য সম্পৰ্কে মাত মতাৰ আমাৰ কিঞ্চিৎমানো জ্ঞান নাই। অত্যন্ত দুখৰ বিষয় যে আমাৰ বহুমূলীয়া সাহিত্য-সংস্কৃতি সম্বন্ধে অধ্যয়ন আৰু বিশ্লেষণ কৰাৰ বাবে মোৰ প্ৰবল হেপাহ থাকিলেও ব্যক্তিগত দায়িত্ব পালনত অহৰহ ব্যস্ত থাকিব লগা হোৱাত কিঞ্চিৎমানো আজৰি নাপাওঁ। সেয়ে এই দিশত নিজকে অতিশয় নিঃকিন হিচাপে আপোনালোকৰ ওচৰত ক্ষমা বিচাৰিছোঁ।

আশা ৰাখিছোঁ অসম সাহিত্য সভাই আত্মবিশ্লেষণাত্মক জীৱনৰ সঁচা কাহিনীৰে সাহিত্য-জীৱনৰ অভিব্যক্তি বুলি ক'ব পৰা বাস্তৱবাদী সাহিত্যৰ সৃষ্টি কৰিব পৰা ন ন লিখক-লিখিকাক জন্ম দিয়ক, লগতে সাহিত্য-কলা-সংস্কৃতিৰ উপৰিও শিক্ষা, ধৰ্ম, বিজ্ঞান আদি দিশতো নিকা আৰু নিৰ্ভেজাল ভূমিকা গ্ৰহণ কৰি বৃহৎ অসমীয়া জাতিক বিশ্ব-দৰবাৰত সুপ্ৰতিষ্ঠিত কৰক।

'জয়তু চিৰ চেনেহী মোৰ ভাষা জননী'।

"জয় আই অসম"

# আদৰণি সমিতিৰ কাৰ্যকৰী সভাপতিৰ ভাষণ

শ্ৰীঅপূৰ্ব কুমাৰ দাস

পৰম শ্ৰদ্ধাভাজন অসম সাহিত্য সভাৰ সভাপতি মহোদয়, প্ৰধান সম্পাদক মহোদয়, কাৰ্য্য-নিৰ্বাহক সমিতিৰ সদস্যবৃন্দ আৰু আমন্ত্ৰিত অতিথিবৃন্দ।

জয়জয়তে আপোনালোক সকলোৰে প্ৰতি আমাৰ স্বাগত সম্ভাষণ জনাইছোঁ। আজিৰ এই শুভক্ষণত আপোনালোক সকলোকে ওলগ জনাবলৈ পাই মই নথৈ আনন্দিত হৈছোঁ। আমাৰ অকৃত্ৰিম স্নেহ আৰু আন্তৰিক মৰম অঞ্জলিতে গ্ৰহণ কৰি আমাক কৃতাৰ্থ কৰক। ঐশ্বৰ্য্য সম্পদ আৰু প্ৰয়োজনীয় সা-সুবিধাৰ ক্ষেত্ৰত পৰা এই ক্ষুদ্ৰ ঠাই বিশ্বনাথ একেবাৰেই অকিঞ্চন। এনে অৱস্থাত আপোনালোকৰ পৰিচৰ্য্যাত আমাৰ প্ৰতি খোজতে আসোঁৱাহ হৈ যোৱা স্বাভাৱিক। কিন্তু আপোনালোকৰ প্ৰতি আমাৰ নিভাঁজ আন্তৰিকতা চিৰ বিদ্যমান আৰু তাকেই প্ৰধান সম্বল হিচাপে লৈ আপোনালোকক আদৰণি জনাবলৈ আগবাঢ়িছোঁ। কুলাই ধূলি-পতান আদি উৰাই দি ধানখিনি বথাৰ দৰে আমাৰ ত্ৰুটি-বিচ্যুতিসমূহ নিজৰ মহানুভৱতাৰে মৰিষণ কৰে যেন।

ঐতিহ্যপূৰ্ণ বিশ্বনাথ চাৰিআলিত অসম সাহিত্য সভাই ৫৬ তম অধিবেশনখনি অনুষ্ঠিত কৰিবলৈ সুযোগ দিয়াত আমি নথৈ আনন্দিত আৰু অসম সাহিত্য সভাৰ ওচৰত চিৰ কৃতজ্ঞ।

আজিৰ এই শুভক্ষণত ঐতিহ্যমণ্ডিত বিশ্বনাথ চাৰিআলিৰ বিষয়ে চমুকৈ দুআষাৰ দাঙি ধৰিবলৈ প্ৰয়াস কৰিছোঁ। আশাকৰোঁ আমনি নাপাই যেন।

বিশ্বনাথ চাৰিআলি নামটি দুটা নামৰ সমষ্টি। প্ৰথমটি বৈশিষ্ট্যপূৰ্ণ আনটিৰ বিশেষ বৈশিষ্ট্যতা নাই। পাছত, বিশ্বনাথ আৰু উত্তৰ বাটীৰ পথে ছেদ কৰি চাৰিটা আলিৰ সৃষ্টি কৰা বাবেই চাৰিআলি নামৰ সৃষ্টি হয়। এই চাৰিআলিকে কেন্দ্ৰ কৰি বৰ্তমানৰ বিশ্বনাথ চাৰিআলি নগৰখনি গঢ়ি উঠিছে।

বিশ্বনাথ চাৰিআলি নগৰৰ পৰা ১২ কিঃ মিঃ দক্ষিণে অৱস্থিত বিশ্বনাথ অসমৰেই নহয় ভাৰতবৰ্ষৰ ভিতৰতে এখন ঐতিহ্যমণ্ডিত ঠাই। প্ৰাকঐতিহাসিক

যুগৰ স্মৃতিচিহ্নৰূপৰা আৰম্ভ কৰি ছশ বছৰীয়া আহোম ৰাজত্বৰ বুৰঞ্জী, বৃটিছৰ আগমন আৰু শাসনৰ ইতিহাসেৰে ঐতিহ্যমণ্ডিত বিশ্বনাথে অসমৰ ৰাজনৈতিক আৰু সাংস্কৃতিক বুৰঞ্জীলৈ অবিহণা যোগাই আহিছে। ইয়াৰ উপৰিও স্বাধীনতা আন্দোলন আৰু ছয়বছৰীয়া জাতীয় অস্তিত্বৰ আন্দোলনত এই অঞ্চলৰ জনতাই শান্তি-সম্প্ৰীতি অটুত ৰাখি সমন্বয়ৰ প্ৰতীক হিচাপে যি ভূমিকা গ্ৰহণ কৰিলে সি অসমৰ ভৱিষ্যৎ ইতিহাসত সোণোৱালী আখৰেৰে জিলিকি থাকিব।

জাতীয় অস্তিত্বৰ উপলব্ধিৰে জাতীয় চেতনা জাগ্ৰত নহ'লে ভাষা, সংস্কৃতি, অৰ্থনীতিৰ বিকাশ ঘটিব নোৱাৰে। এনে চিন্তা গভীৰভাৱে উপলব্ধি কৰি জাতীয় প্ৰেমৰ পবিত্ৰ যজ্ঞৰ অগ্নিহোত্ৰী মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্যদেৱে তেখেতৰ অগ্নিময়ী কবিতা আৰু কথাৰে অসমবাসীৰ হৃদয়ত জাতীয়তাবাদৰ জাগৰণৰ অনল প্ৰজ্বলিত কৰাই নহয় তেখেতৰ সাহিত্য সৃষ্টিৰে ভাষা জননীক মহীয়ান কৰি গৈছে। এই গৰাকী মহাপুৰুষে এই অঞ্চলৰ গড়েহাগি গাঁৱত জন্ম গ্ৰহণ কৰি বিশ্বনাথৰ ঐতিহ্যক গৰিয়ান কৰি গৈছে। অসমৰ ৰাজনৈতিক আৰু সাহিত্য জগতক প্ৰগতিশীল চিন্তা ধাৰাৰে বিধৌত কৰি যোৱা অসম গৌৰৱ দেশপ্ৰাণ লক্ষীধৰ শৰ্মাৰ জন্ম এই বিশ্বনাথ চাৰিআলিৰে ভীৰ গাঁৱত।

বিশ্বনাথ চাৰিআলিৰ অন্য এগৰাকী সুযোগ্য সন্তান ঔপন্যাসিক ৺দীননাথ শৰ্মাদেৱে তেখেতৰ সাহিত্য সৃষ্টিৰে ভাষা জননীৰ গৌৰৱ বঢ়াই বিশ্বনাথৰ মুখ উজ্জ্বল কৰি তুলিছে।

১৮৭৪ চনত ৺লক্ষ্মীকান্ত বৰকাকতীদেৱে 'অসম দৰ্পণ' নামৰ বাৰ্তালোচনীখনি প্ৰকাশ কৰি অসমৰ সংবাদ জগতৰ ইতিহাসলৈ অবিহণা যোগাই বিশ্বনাথৰ গৌৰৱ বঢ়াই থৈ গৈছে। উল্লেখযোগ্য যে এই অঞ্চলৰ দুগৰাকী সাংবাদিক গুণাভিৰাম শৰ্মা আৰু ৺সুৰেশ চন্দ্ৰ ভট্টাচাৰ্যদেৱে 'বেঙ্গল মেইল' বাতৰি কাকতৰ সম্পাদনা কৰি অসমীয়া সাংবাদিকৰ দক্ষতাৰ পৰিচয় দিছিল। বিশ্বনাথ ঘাটত ১৮২৬ চনত এখনি প্ৰাথমিক বিদ্যালয় স্থাপনৰে আধুনিক শিক্ষাৰ পাতনি এই অঞ্চলটিত মেলা হয়। ইয়াৰ পাছত ক্ৰমান্বয়ে প্ৰাথমিক শিক্ষা অঞ্চলটোত সম্প্ৰসাৰণ কৰা হয়। ১৯১৪ চনত এখন এম, ই, বিদ্যালয় আৰু ১৯৪২ চনত চাৰিআলি উচ্চ ইংৰাজী বিদ্যালয় এই অঞ্চলটিত স্থাপন কৰা হয়।

বৰ্তমান প্ৰায় প্ৰতিখন গাঁৱতে প্ৰাথমিক বিদ্যালয় থকাৰ উপৰিও এই অঞ্চলত ১৪ খন উচ্চ ইংৰাজী বিদ্যালয়, ১ খন উচ্চতৰ মাধ্যমিক ইংৰাজী বিদ্যালয়, ১ খন উচ্চ ইংৰাজী বালিকা বিদ্যালয়, ১ খন ইংৰাজী মাধ্যমৰ উচ্চ ইংৰাজী বিদ্যালয়,

৪ খন এম, ভি, বিদ্যালয়, ১ খন কলা আৰু বিজ্ঞানৰ পূৰ্ণাঙ্গ মহাবিদ্যালয়, ১ খন কৃষি মহাবিদ্যালয়, ১ খন জিলা শিক্ষা প্ৰশিক্ষণ প্ৰতিষ্ঠান আৰু ১ ২য় আৱৰী মহাবিদ্যালয় আছে। তদুপৰি ১৯৮৯ চনত ৰাইজৰ সহযোগিতাত এখনি বাণিজ্য মহাবিদ্যালয় স্থাপন হোৱাত ছাত্ৰ-ছাত্ৰীসকলৰ বহু প্ৰতীক্ষাৰ আশা পূৰণ হৈছে।

শৰুৱী কলা-কৃষ্টিৰে সমৃদ্ধ বিশ্বনাথ চাৰিআলিত আধুনিক কলা-কৃষ্টিৰ প্ৰভাৱ বিংশ শতাব্দীৰ ৩য় দশকত পৰে। ১৯২৪ চনত 'বিশ্বনাথ নাট্য মন্দিৰ' বিশ্বনাথত স্থাপন হয় আৰু এই নাট্য মন্দিৰেই অঞ্চলটিত আধুনিক কলা-কৃষ্টি বিকাশৰ দুৱাৰ মুকলি কৰে।

ইয়াৰ পাছত দ্বিতীয়টি নাট্য মন্দিৰ 'বীণাপাণি নাট্য মন্দিৰ' ১৯২৯ চনত বৰ্তমানৰ বিশ্বনাথ চাৰিআলি নগৰত প্ৰতিষ্ঠা কৰা হয়। এই 'বীণাপাণি নাট্য মন্দিৰেই বিশ্বনাথ চাৰিআলিৰ শিক্ষা-সংস্কৃতি বিভিন্ন চিন্তা-চৰ্চাৰ প্ৰাণকেন্দ্ৰ হৈ পৰে। বিশ্বনাথ চাৰিআলিৰ তৃতীয়টি নাট্য মন্দিৰ হ'ল 'পাৰ্বতীৰাম নাট্য মন্দিৰ।'

বৰ্তমান তিনিওটি নাট্য মন্দিৰতে নিয়মিতভাৱে নাট্য কলা, সংস্কৃতিৰ চিন্তা-চৰ্চা হৈ আছে।

বিশ্বনাথ চাৰিআলিৰ 'সদৌ অসম পূৰ্ব বৰা একাঙ্ক নাট প্ৰতিযোগিতা সমিতি", অনুষ্ঠানটিয়ে আজি প্ৰায় ত্ৰিশ বছৰ ধৰি একাঙ্ক নাট প্ৰতিযোগিতা অনুষ্ঠিত কৰাৰ উপৰিও এই দিশত সৃষ্টিমূলক চিন্তা-চৰ্চা আৰু গঠনমূলক আলোচনা চক্ৰ পাতি অসমৰ নাট্য আন্দোলনত ইন্ধন যোগাই আহিছে। এই অনুষ্ঠানটিৰ মজিয়াতেই কেইবাগৰাকীও যশস্বী নাট্যকাৰ, অভিনেতা-অভিনেত্ৰী, পৰিচালকৰ সৃষ্টি হৈ অসমৰ গৌৰৱ বঢ়াইছে।

সঙ্গীত আৰু নৃত্য চৰ্চা, এই অঞ্চলটিত বিংশ শতাব্দীৰ ৪ৰ্থ দশকতে বন-ঘৰৰ মজিয়াত আৰম্ভ হৈছিল। বৰ্তমান এই বিষয়ৰ শিক্ষা বিকাশৰ হেতু 'শৰুৱী কলা-কৃষ্টি বিকাশ কেন্দ্ৰ' আৰু 'চাৰিআলি সংগীত বিদ্যালয়' নামৰ দুটি অনুষ্ঠান স্থাপন হৈছে।

শিল্প-বাণিজ্যৰ ক্ষেত্ৰত প্ৰচুৰ সম্ভাৱনা থকা সত্ত্বেও চাহ শিল্পৰ বাহিৰে আজিকোপতি কোনো বৃহৎ উদ্যোগ গঢ়ি উঠা নাই। উল্লেখযোগ্য যে এই অঞ্চলৰ 'মোনাবাৰী চাহ বাগিছা' এচিয়া মহাদেশৰ ভিতৰত বৃহত্তম চাহ বাগিচা।

১৯৬০ চনৰ পৰা এই অঞ্চলটিয়ে ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰত অগ্ৰগতি লাভ কৰি আহিছে। ১৯৮৩ চনত বিশ্বনাথ, মহকুমালৈ ৰূপান্তৰিত হোৱাত বিশ্বনাথ

চাবিআলি মহকুমাৰ সদৰ ঠাই হয়। ইয়াৰ ফলত নগৰখনত ব্যৱসায়-বাণিজ্যৰ সম্প্ৰসাৰণ বৰ্তমান দ্ৰুতগতিৰে আগবাঢ়িছে।

ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰত বিঃ চাবিআলিৰ এটা উল্লেখযোগ্য বৈশিষ্ট্য হ'ল —সমবায় খণ্ডত ব্যৱসায়-বাণিজ্য গঢ়ি উঠি অসমৰ সমবায় আন্দোলনৰ ইতিহাসত অভিলেখ সৃষ্টি কৰি বিঃ চাবিআলিক এখনসমবায় নগৰ হিচাপে পৰিগণিত কৰাত। বিঃ চাবিআলিৰ সমবায় নগৰলৈ ৰূপান্তৰ কৰাত ইন্ধন যোগোৱা কেইখনমান সমবায় সমিতিৰ নাম আপোনালোকৰ আগত ব্যক্ত কৰিলোঁ। ১। বীণাপাণি কোঃ অঃ ষ্টোৰ্চ লিমিটেড ২। পাভৈ ব্যৱসায় সমবায় সমিতি ৩। বিশ্বনাথ যোৰা সমবায় ৪। বিঃ চাবিআলি মাৰকেটিং চোচাইটি ৫। বিঃ চাবিআলি বহুমুখী সমবায় ইত্যাদি। ইয়াৰ উপৰিও ভালেকইখন সমবায় সমিতি আৰু মীন সমবায়ে নিজকে সু-প্ৰতিষ্ঠিত কৰি অসমৰ সমবায় আন্দোলনত এক বলীষ্ঠ পদক্ষেপ আগবঢ়াবলৈ সক্ষম হৈছে।

বিশ্বনাথ চাবিআলি থলুৱা জনগোষ্ঠীৰ উপৰিও বিভিন্ন জাতি-উপজাতি, চাহ শ্ৰমিক, হিন্দু-মুছলমান, বৌদ্ধ-শিখ, খৃষ্টান আদি বিভিন্ন ভাষা-ভাষী আৰু ধৰ্মৰ লোকৰে অধ্যুষিত অঞ্চল। এই অঞ্চল ভাৰতবৰ্ষৰ ক্ষুদ্ৰ সংস্কৰণ বুলি কলেও বঢ়াই কোৱা নহয়। বিভিন্নতা আৰু বৈচিত্ৰ্যৰ মাজতো স্নেহৰ এনাজৰীৰে ঐক্যবদ্ধ হৈ স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰি শান্তি-সম্প্ৰীতিৰ মুক্ত জীৱন যাত্ৰাৰে এক মহান অসমীয়া জাতি গঢ়াত একাত্মকভাৱে এই অঞ্চলৰ ৰাইজে প্ৰাণ ঢালি দিছে।

অসমৰ যোৱা ৬ বছৰীয়া জাতীয় অস্তিত্ব ৰক্ষাৰ আন্দোলনত এই অঞ্চলৰ সদৌ ৰাইজে জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে শান্তি সম্প্ৰীতিৰ বাস্তৱ প্ৰতিফলন ঘটাই বিশ্বনাথ চাবিআলিৰ সংহতি আৰু সমন্বয়ৰ ইতিহাসক সুপ্ৰতিষ্ঠিত কৰি সমগ্ৰ অসমতে এক মহান আদৰ্শ দেখুৱালে।

ইমানপৰে বিশ্বনাথ চাবিআলিৰ কথা দাঙি ধৰি আপোনালোকক নিশ্চয় আমনি দিলোঁ। তাৰবাবে আপোনালোকৰ ওচৰত ক্ষমা মাগিলোঁ।

মোৰ মনলৈ অহা দুই-এটি কথা আপোনালোকৰ আগত দাঙি ধৰিয়েই মোৰ আৱৰণি ভাষণৰ সামৰণি মাৰিম।

মহাপুৰুষ শঙ্কৰদেৱ-মাধৱদেৱৰ অগ্ৰজৰী কবি মাধৱ কন্দলী আদি মহান পুৰুষসকলে অসমীয়া ভাষাৰ ভেটি খাণ্ডলেই নহয়, সেই সময়ৰ কালজয়ী ৰচনা সম্ভাৰেৰে অসমীয়া ভাষাক চিৰযুগমীয়া কৰি থৈ গৈছে। ৺পদ্মনাথ গোহাঁই

বৰুৱা, ৺বসবাজ লক্ষীনাথ বেজবৰুৱা, ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা, কলাগুৰু বিষ্ণু ৰাভা, বিহগীকবি ৰঘুনাথ চৌধাৰী, নলিনীবালা দেৱী আদি খ্যাত-নামা যশস্বী কবি সাহিত্যিকসকলে তেখেতসকলৰ বহুমূলীয়া ৰচনা সম্ভাৰেৰে অসমীয়া ভাষাৰ ৰূপত বৰণ চৰাই গ'ল। আজিৰ এই পৱিত্ৰ ক্ষণত চিৰপূজ্য এই মহাপুৰুষসকলক মোৰ ভক্তিৰ অৰ্ঘ্য নিবেদন কৰিলোঁ।

বিভিন্ন জনগোষ্ঠীৰ মিলন তীৰ্থ অসম। পাৰস্পৰিক সংস্পৰ্শত সমন্বয় সাধিত হৈ অসমীয়া ভাষা-সংস্কৃতিৰ বিকাশ ঘটিছে। অসমীয়া সমন্বয়ৰ ভাষা। অসমীয়া পূৰ্বাঞ্চলৰ সহযোগী ভাষা হিচাপে ৰূপান্তৰিত হোৱাতো স্বাভাৱিক। যিহেতু অসমীয়া ভাষা-সংস্কৃতিৰ বিকাশ আৰু উৎকৰ্ষ সাধিত হৈছে বিভিন্ন জনগোষ্ঠীৰ অৱদানেৰে। এতেকে অসমৰ থলুৱা জনগোষ্ঠীৰ ভাষা-কৃষ্টিৰ স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰি উজ্জ্বল কৰি তোলাৰ দায়িত্ব আমাৰ অসম সাহিত্য সভাৰ আছে। সেয়ে অসমৰ বাইজ আৰু অসম সাহিত্য সভাৰ থলুৱা জনগোষ্ঠীৰ ভাষা-সংস্কৃতিৰ বিকাশ সাধনৰ কাৰণে দেহে-কেহে আগবাঢ়ি অহাটো আমি আন্তৰিকভাৱে কামনা কৰোঁ।

প্ৰাক্-ঐতিহাসিক যুগৰ পৰা আৰম্ভ কৰি বৰ্তমানলৈকে এখন ৰাজনৈতিক বুৰঞ্জী, এখন সাংস্কৃতিক বুৰঞ্জী আৰু থলুৱা ভাষাসমূহৰ পৰা শব্দ সম্ভাৰ গ্ৰহণ কৰি এখন সৰ্বাঙ্গ সুন্দৰ আধুনিক অসমীয়া অভিধান প্ৰণয়নৰ ব্যৱস্থা অসম সাহিত্য সভাই হাতত ল'লে অসমীয়া ভাষা পৰম উপকৃত হ'ব বুলি আমি আশা কৰোঁ।

বিভিন্ন ভাষাৰ শ্ৰেষ্ঠ সাহিত্য-ৰাজি অসমীয়া ভাষালৈ অনুবাদ কৰাৰ দিহা আৰু অসমীয়া ভাষাৰ শ্ৰেষ্ঠ সাহিত্য-ৰাজি অন্যান্য ভাৰতীয় ভাষালৈ অনুবাদ কৰি অসমীয়া ভাষাৰ সৌষ্ঠৱ আৰু সম্প্ৰসাৰণ ঘটাওক।

অসম সাহিত্য সভাৰ অধিবেশনসমূহ প্ৰতি বছৰেই নতুন ঠাইত অনুষ্ঠিত হয়। এতেকে দেখা যায় আদৰণি সভাসমূহত এনে মহান অনুষ্ঠান অনুষ্ঠিত কৰিবৰ কাৰণে যেনে ধৰণৰ অভিজ্ঞতাপূৰ্ণ ব্যক্তিৰ প্ৰয়োজন তেনেধৰণৰ ব্যক্তি আশা কৰা মতে পোৱা নাযায়। সেয়ে আগলৈ সাহিত্য সভাৰ কাৰ্য্যনিৰ্বাহক কমিটিয়ে মূল অধিবেশন অনুষ্ঠিত হোৱাৰ পূৰ্বেই আদৰণি সমিতিক বিশেষভাৱে দিহা-পৰামৰ্শ দি সক্ৰিয় অংশ গ্ৰহণ কৰি অসম সাহিত্য সভাৰ এই মহান অনুষ্ঠানটিক সাফল্যমণ্ডিত কৰি তোলাত অবিহণা যোগাব বুলি কামনা কৰিলোঁ।

সাহিত্যত প্ৰতিফলিত হয় এটা জাতিৰ মনীষা আৰু মানসিকতা। শ্ৰেষ্ঠ

মানসিকতাই এটা জাতিৰ সাহিত্যৰ মাজেৰে কঢ়িয়াই আনে কালজয়ী গৌৰৱ। সেয়ে সাহিত্যই এটা জাতিক অমৰ কৰি তোলে। অসম সাহিত্য সভাই অসমীয়া ভাষাত অমৰ সাহিত্যৰ সৃষ্টি কৰিবৰ কাৰণে ইন্ধন যোগাওক—কিয়নো অসম সাহিত্য সভা অসমীয়া ভাষাৰ মেৰুদণ্ড স্বৰূপ।

সদৌ শেষত আদৰণি সমিতিৰ হৈ আপোনাসকললৈ মোৰ ভক্তি-অৰ্ঘ নিবেদন কৰি অসম সাহিত্য সভাৰ ৫৩ তম্ অধিৱেশনৰ সফলতাৰ বাবে ভগৱানৰ ওচৰত জনাই মোৰ আদৰণি ভাষণ সামৰণি মাৰিলোঁ। "জয়তু ভাষা জননী"।

# আদৰণি সমিতিৰ সাধাৰণ সম্পাদকৰ ভাষণ

শ্ৰীজগৎ বড়া

অসম সাহিত্য সভাৰ পৰম পূজনীয় সভাপতি শ্ৰীমহিম বৰা দেৱ, শ্ৰদ্ধেয় প্ৰধান সম্পাদক শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী দেৱ, মাননীয় কাৰ্যনিৰ্বাহক সদস্যসকল, শ্ৰদ্ধাভাজন প্ৰাক্তন সভাপতি, সম্পাদকসকল আৰু অসম সাহিত্য সভাৰ নীতি আৰু চিন্তাৰ বাহক, সাহিত্য সভাৰ ধ্বজাস্বৰূপ সহকৰ্মী, সন্মানীয় প্ৰতিনিধি-সকল। বিশ্বনাথ চাপিআলিৰ পুণ্যতীৰ্থ 'কমলাকান্ত ক্ষেত্ৰ'ত আদৰণি সমিতিৰ হৈ আপোনালোক সকলোকে আদৰণি সম্ভাষণ জনাইছোঁ। বিশ্বনাথ চাৰি-আলিত, অধীৰ আগ্ৰহেৰে, শোণিতপুৰ জিলাৰ সমূহ জনসাধাৰণৰ হৈ আপোনা-লোকক আদৰিবলৈ পাই ধন্য মানিছোঁ আৰু প্ৰীতিভৰা সম্ভাষণ আগবঢ়াইছোঁ। বিক্তহস্তে আগবঢ়োৱা এই সম্ভাষণ 'কেৰ্কেটুৱাৰ খেৰকুটাই সাৰ' বুলি গ্ৰহণ কৰি কৃতাৰ্থ কৰিব বুলি আশা কৰিছোঁ।

পৰম শ্ৰদ্ধাভাজন সুধীজন !

বিশ্বনাথ চাৰিআলিৰ শাখা সাহিত্য সভাৰ নিমন্ত্ৰণ ৰক্ষা কৰি এই মহান অনুষ্ঠানটি পাতিবৰ কাৰণে ডুমডুমাত আপোনালোকে যি মহানুভৱতাৰ পৰিচয় দিলে তাৰ বাবে আমি আপোনালোকৰ ওচৰত চিৰকৃতজ্ঞ। ক্ষুদ্ৰ চহৰ বিশ্বনাথ চাৰিআলিত আপোনালোকক আনন্দ দিব পৰা আধুনিক সভ্যতাৰ স্বাক্ষৰ বহন কৰা একো নাই। কিন্তু এটা প্ৰীতিভৰা মন আছে, ঐতিহ্যৰ বলুকাত গঢ়ি উঠা বাজহুৱা প্ৰাণ আছে, চেনেহ আছে, মানুহক মৰ্যাদা দিব পৰা চৰিত্ৰ আছে। এই সমলখিনিকে মূলধন হিচাপে লৈ এই মহাসভা পাতিবলৈ আমি কঁকালত টঙালি বান্ধি সাজু হৈছিলোঁ আৰু আজি সেই চৰিত্ৰ ৰক্ষা হ'লে আমি কৃতাৰ্থ মানিম।

সৰু চহৰ হ'লেও বিশ্বনাথ চাৰিআলি শোণিতপুৰ জিলাৰ দ্বিতীয় প্ৰধান চহৰ। ১৯৮৪ চনত এই সৰু চহৰখনক মহকুমাৰ সদৰৰ মৰ্য্যাদা দিয়াৰ পিছৰ পৰা ই ভৰলীৰপৰা হাৰাজানলৈকে সমূহ জনসাধাৰণৰ যোগাযোগৰ প্ৰাণকেন্দ্ৰ। বিশ্বনাথ চাৰিআলিৰ দক্ষিণে মহাবাহু ব্ৰহ্মপুত্ৰৰ স্নেহস্পৰ্শেৰে মণ্ডিত, উত্তৰে অৰুণাচলৰ

শ্যামল সীমাৰেখাৰে চিহ্নিত এই নাতিদীৰ্ঘ ভূমিখণ্ডত বহু ভাষা-গোষ্ঠীৰ লোকে ভাই-ককাইৰ দৰে একেলগে বিশ্বনাথ চাৰিআলিত ভৱিষ্যতৰ কৰণীত বং-বিৰঙৰ ফুল তোলাৰ চেষ্টা কৰিছোঁহক। বৰ্তমান আমাৰ মহকুমাটিৰ জনসংখ্যা ৩,৯৬,৩৪০ জন আৰু বিশ্বনাথ চাৰিআলি নগৰৰ জনসংখ্যা ১৬,৪৩০ জন। বৃহৎ বিশ্বনাথ চাৰিআলি—সাকোমাথা, বাঘমৰা আৰু বিশ্বনাথ মৌজাৰে গঠিত প্ৰশাসনীয় এলেকাত হিন্দু, মুছলমান, শিখ, খ্ৰীষ্টান আদি বিভিন্ন ধৰ্মীয় লোকে ধৰ্মীয় সহানুভূতি ৰক্ষা কৰি ভাষাৰ বিভিন্নতাক প্ৰশ্ৰয় নিদিয়াকৈ জীৱন নিৰ্বাহ কৰি আছোঁহক।

আমাৰ মহকুমাত তেত্ৰিছখন চাহবাগিছা আছে যদিও ঔদ্যোগিক ক্ষেত্ৰত এই মহকুমাটো পিছ পৰা। এচিয়াৰ সৰ্ববৃহৎ মোনাবাৰী চাহবাগিছা এই মহকুমাতে আছে যদিও নতুন উদ্যোগৰ বিশেষ অনুষ্ঠান এই মহকুমাটোত নাই। কিন্তু এটা দিশৰ কাৰণে আমি গৌৰৱবোধ কৰিব পাৰোঁ। যে সমবায় অনুষ্ঠান গঢ়ি উঠাত বা বাইজে গঢ়ি তোলাত যি অৰিহণা যোগাইছে সি বিশ্বনাথ চাৰিআলিক ধন্য কৰিছে। বিশ্বনাথ চাৰিআলিক সমবায়ৰ 'মক্কা' বুলি ক'লে আমি গৌৰৱবোধ কৰোঁ। আমাৰ বিশ্বনাথ চাৰিআলিত তিনিটা ডাঙৰ শিক্ষানুষ্ঠান আছে। ১৯৬০ চনত স্থাপন হোৱা বিশ্বনাথ মহাবিদ্যালয় বৰ্তমান এখন পূৰ্ণাংগ শিক্ষানুষ্ঠান। ১৯৮৮ চনত স্থাপন হোৱা কৃষি মহাবিদ্যালয় আৰু ১৯৫৫ চনতে স্থাপন হোৱা বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰত জিলা শিক্ষা প্ৰশিক্ষণ কেন্দ্ৰ যোৱা বছৰৰপৰা স্থাপন হোৱাত শিক্ষাৰ প্ৰসাৰত বিশ্বনাথ চাৰিআলিৰ জলবায়ুৱে অসমৰ শিক্ষা জগতত সহায় কৰিব বুলি আমি বিশ্বাস কৰোঁ।

শ্ৰদ্ধেয় প্ৰতিনিধিবৰ্গ, মহামিলনৰ এই পবিত্ৰ মুহূৰ্তত বিশ্বনাথ চাৰিআলিক চিনাকি কৰি দিয়াৰ বৃথা চেষ্টা কৰি আপোনালোকক আমনি দিব বিচৰা নাই। আপোনালোক সবাৰে বিশ্বনাথ চাৰিআলি পৰিচিত। মহাকাব্য যুগৰ ৰজা বাণৰ দ্বিতীয় ৰাজধানী এই বিশ্বনাথক কোনে নাজানে? বিশ্বনাথ ধামক দ্বিতীয় কাশী নামকৰণ কৰি অতীতে এই অঞ্চলক মহাকাব্য যুগীয় প্ৰতিষ্ঠা দি থৈছে। সেই বাণ ৰজাৰ দিনৰেপৰা আজি পৰ্যন্ত বিশ্বনাথ ধাম অসমবাসীৰ পুণ্যতীৰ্থ। যুগ-যুগান্তৰৰ পৰিবৰ্তনৰ বহণে গুণগত পৰিবৰ্তন আনিলেও মূল ভক্তিভাবৰ এতিয়াও পৰিবৰ্তন হোৱা নাই। এতিয়াও ব্ৰহ্মপুত্ৰৰ বুকুৰ বালি থাদি ছমাহ হ'লেও বাইজে বিশ্বনাথ গোসাঁইক আৰাধনা কৰে। এতিয়াও উমাটুমনিত শিৱ-পত্নী উমাৰ মাতৃস্নেহৰ সন্ধান বিচাৰি হাজাৰ হাজাৰ ভক্ত উপস্থিত হয়।

প্ৰকৃতিৰ আশীৰ্বাদ পুষ্ট উচ্চ বহল-উৰ্বৰ এই ভূমিখণ্ডৰ স্থিতি লৈ আমি আজিও গৌৰৱবোধ কৰোঁ। তাহানি সেই একেই গৌৰৱবোধ কৰিছিল নাগাক্ষ বংশীয় ৰজাসকলে এই অঞ্চলত প্ৰায় দুশ বছৰ ৰাজত্ব কৰি। সেই একেই গৌৰৱ-বোধ কৰিছিল ৰজা আৰিমত্তই বিশ্বনাথ চাৰিআলিৰ অদূৰত, মাজুলিগড়ত তেওঁৰ দ্বিতীয় ৰাজধানী স্থাপন কৰি। ৰজা সমুদ্ৰই সেই একেই উদ্দীপনাৰে এই অঞ্চলত শাসন কৰিছিল। দিগ্বিজয়ী আহোম ৰজা চুহুংমুং আৰু প্ৰতাপ সিংহই এই বিশ্বনাথত থিয় হৈ একেই পুলক অনুভৱ কৰিছিল। আহোম ৰজাৰ ৰাজ প্ৰতিনিধি শলাল গোহাঁইৰ 'দোপদৰ' বিশ্বনাথ চাৰিআলিৰ অদূৰৰ চকিয়াত আছিল যদিও বিশ্বনাথ আছিল তেওঁৰ জনসংযোগৰ প্ৰাণকেন্দ্ৰ। আহোম ৰজা প্ৰতাপ সিংহই সেই একেই উৎসাহেৰে বিশ্বনাথৰ ৰবদোল সাজি এই ভূমিখণ্ডৰ সন্মান বঢ়াইছিল। আহোম ৰজা চুহুংমুং আৰু প্ৰতাপ সিংহৰ দিনত হোৱা প্ৰায়বোৰ যুদ্ধৰে সাক্ষী আছিল প্ৰাকৃতিক সুবিধা আৰু সময়ৰ প্ৰয়োজন পূৰাব পৰা বিশ্বনাথৰ উৰ্বৰ চৰিত্ৰ। কত-অকত অৱস্থাত থকা সৰু-বৰ মাটিৰ গড়বোৰে অতীতৰ সাধু হৈ আনন্দৰ চকুলো বোৱাব পৰা পৰিৱেশ এতিয়াও আছে।

দীৰ্ঘদেহী আহোম কোঁৱৰ গদাপাণিয়ে ভয়, শংকা আৰু অপমানৰ চকুপানী মচাৰ সুযোগ পাইছিল এই বিশ্বনাথতে। বিশ্বনাথক ভাল পোৱাৰ চিন হিচাপে ৰজা হোৱাৰ পাছত দৌল সাজি দেবোত্তৰ মাটি পাইক আৰু পুৰোহিতক দিয়াৰ উপৰিও ইটাখুলি যুদ্ধৰ প্ৰস্তুতি ইয়াৰ পৰাই চলাইছিল। পিতৃৰ লগত ৰাজকাৰ্য্যত সহযোগিতা কৰোঁতে ৰুদ্ৰ সিংহয়ো বিশ্বনাথক চিনি পাইছিল, বুজি পাইছিল ব্ৰহ্মপুত্ৰৰ উত্তৰ অংশৰ ৰাজনৈতিক আৰু প্ৰশাসনীয় গুৰুত্ব। সেয়ে বোধহয় আহোম ৰাজ্যৰ অইন ঠাইক বাদ দি বন্দী ৰজাৰ বিচাৰ সভা এই বিশ্বনাথতে পাতিছিল। পুত্ৰ শিৱ সিংহই এই অঞ্চলৰ ৰাজ-প্ৰতিনিধি শলাল গোহাঁইৰ কন্যা অনাদৰীক বিয়া কৰাই এই অঞ্চলৰ সভাক ৰাজকীয় মৰ্য্যাদা দিছিল।

মাননীয় প্ৰতিনিধিসকল! বিশ্বনাথৰ চিনাকি দিবলৈ গৈ আমনি দিয়াৰ দৰে কথা বিচাৰিছোঁ; কিন্তু বিশ্বনাথ চাৰিআলিৰ অতীতক লৈ আমি গৌৰৱ-বোধ কৰোঁ। এতিয়াও চৰকাৰী চিঠা-বহী খুলিলে আপোনালোকে দেখা পাব বিশ্বনাথ এখন ৰেভিনিউ টাউন। বৃটিছে অসমৰ শাসনভাৰ লোৱাৰ পাছত মধ্য আৰু নামনি অসমক যি পাঁচখন জিলাত ভাগ কৰিছিল তাৰ এখন আছিল বিশ্বনাথ জিলা। ১৮৩৩ চনত বেণ্টিংকে বিশ্বনাথ জিলাৰ সীমা নিৰ্ধাৰণ কৰি

কেপ্তেইন হোৱাইটক শাসনৰ দায়িত্ব দিছিল।

১৮৬১ চনৰ আগৰে পৰা অসমত জাহাজ চলিছিল। তেতিয়া বিশ্বনাথ অসমৰ এটা প্ৰধান জাহাজঘাট আছিল। ইয়াৰ আঠ বছৰৰ আগতে ১৮৫৩ চনৰ পুহ মাহৰ হিম-চেঁচা জাৰৰ এটা ৰাতিত বিশ্বনাথ ঘাটৰ অদূৰত ব্ৰহ্মপুত্ৰৰ চৌৰে চিনি পোৱা গাঁও গড়েহাগীত আমাৰ সকলোৰে শ্ৰদ্ধাৰ থাপুতি, কৰ্মী, ৰসাসক্ত অগ্নিকবি ঋষিতুল্য পুৰুষ কমলাকান্তৰ জন্ম হৈছিল। ১৯২৯ চনৰ যোৰহাটত সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰা এই কবিৰ জন্মস্থান বিশ্বনাথ চাৰিআলিত আজি সাহিত্য সভাৰ ৫৬তম অধিবেশন পতাৰ সুযোগ পাই আমি কবিজনাক শ্ৰদ্ধা জনোৱাৰ চেষ্টা কৰিছোঁ। আমি জানো, আমি যি কৰিছোঁ সেয়া তেখেতক জীয়াই ৰখাৰ কাৰণে যথেষ্ট নহয়। আমি এইটোও জানো কবি এই অঞ্চলত জন্ম ল'লেও এটা যুগক প্ৰতিনিধিত্ব কৰা এজন ব্যক্তি অসমৰ সমূহ জনসাধাৰণৰ সম্পত্তি। কবিৰ কৰ্মৰাশিক অনুসন্ধানমূলক লিখনিৰ মাধ্যমেৰে জীয়াই ৰখাৰ সুবিধা দিবলৈ সাহিত্য সভাৰ চিন্তাধাৰাক অনুৰোধ জনাইছোঁ।

অসম সম্পদ, এটি চমু জীৱনৰ অধিকাৰী, বিশ্বনাথ চাৰিআলিৰ সন্তান দেশ-প্ৰাণ লক্ষীধৰ শৰ্মা, আৱাহন যুগৰেপৰা লিখিনা মৃত্যুলৈকে কলম নেৰা ব্যক্তি দীননাথ শৰ্মা আমাৰ এই অঞ্চলৰ সৃষ্টিৰ পথ প্ৰদৰ্শক। এই মহান ব্যক্তিসকলৰ কৰ্মপ্ৰেৰণা যুগজয়ী সাহিত্য সাধনাৰ শক্তিয়ে আপোনালোকক আদৰণি জনাবলৈ আমাক সাহস দিছে।

অসম সাহিত্য সভাৰ অধিবেশন পৰিচালনাৰ গৌৰৱ অৰ্জন কৰা প্ৰাক্তন সভাপতিসকল, প্ৰাক্তন সম্পাদকসকল, অভিজ্ঞ শ্ৰদ্ধাভাজন প্ৰতিনিধিসকল—আপোনালোকক আদৰিবলৈ আমি আজি প্ৰায় এবছৰে আপ্ৰাণ চেষ্টা কৰি এখন সৰ্বাংগ সুন্দৰ অধিবেশনৰ কল্পনা কৰিছিলোঁ। বিশ্বনাথ চাৰিআলিলৈ অধিবেশন আহ্বান কৰি আপোনাসবক আদৰণি জনাবলৈ আমি অসমৰ চুকে-কোণে সহানুভূতি বিচাৰি ঘূৰি ফুৰিছিলোঁ। অসমৰ প্ৰতিজন ব্যক্তিয়ে আমাক সহায় কৰিব বুলি ভাবিছিলোঁ। মই স্বীকাৰ কৰিম সমগ্ৰ অসম আৰু অৰুণাচল, নাগাৰাজ্যৰ সাহিত্য সভাপ্ৰেমী ব্যক্তিসকলৰ সহায় অবিহনে এনে ব্যয়বহুল অনুষ্ঠান পতা সম্ভৱ নহয়। মই স্বীকাৰ কৰোঁ যে অসমৰ জাতিসত্তাক সৃজনী চেতনা দিয়া অসমৰ একমাত্ৰ অনুষ্ঠান অসম সাহিত্য সভাৰ এটা দীৰ্ঘজীয়া ইতিহাস আছে, এটা সুকীয়া পৰম্পৰা আছে; সময়ৰ হাঁ দিব পৰা এখন মঞ্চ আছে, চৰিত্ৰ আছে। এইটোও স্বীকাৰ কৰোঁ নিজৰ শক্তিকৈয়ো মহৎ সভাপতি-

সম্পাদকসকলে অসম সাহিত্য সভাক অসমৰ জাতীয় জীৱনৰ সমূহীয়া মঞ্চ, কৰি গঢ়ি বৰ্ত্তমানৰ অসমক ধন্য কৰিছে। কিন্তু অসম সাহিত্য সভাৰ এই অস্তিত্বক উলাই কৰা এনে শাখা সভা আছে যি সামান্য অজুহাত দেখুৱাই অধিবেশনলৈ মান-মৰগুণি নিদিয়াৰ প্ৰস্তাৱ গ্ৰহণ কৰিব পাৰে।

অসম সাহিত্য সভাৰ বৰ্ত্তমানৰ অধিবেশন কেৱল সাহিত্য সেৱাৰ অনুষ্ঠান হৈ থকা নাই। ই অসমৰ সমূহ জনসাধাৰণৰ সৰ্ববৃহৎ মিলন উৎসৱত পৰিণত হৈছে। এনে জন-আলোড়নৰ সৰ্ববৃহৎ অনুষ্ঠান এটা, এটা অঞ্চলৰ নিজ অৰ্থৰে পতাটো সম্ভৱ কোনেও পৰা নাই আৰু নোৱাৰে। আমিও আপোনালোকৰ সহানুভূতিৰ ওপৰত নিৰ্ভৰ কৰিছিলোঁ আৰু পাইছোঁও। কিন্তু কোনো সাহিত্য সভা প্ৰেমীয়ে আমি নিমন্ত্ৰণ কৰা বাবেই আমি নিজৰ অৰ্থৰেহে সভা প্ৰয়োজন বুলি ক'লে আমি দুখ পাওঁ।

সাহিত্য সভা অধিবেশনৰ মেলামুখী অৱয়ব বহুতৰে সমালোচনাৰ বিষয়। তেওঁলোকে অধিবেশনৰ সময়ত সৃষ্টি হোৱা সাহিত্যবাজি দেখা নাপায়। মাননীয় প্ৰতিনিধিসকল, অধিবেশনত লাখ লাখ টকা খৰচ কৰি থকা কামৰ উপৰিও আৰু কিবা কৰাৰ প্ৰয়োজনে সময়ে বিচাৰিছে। সাহিত্য সভাৰ অধিবেশনে সাহিত্য সৃষ্টিৰ পৰিৱেশ সৃষ্টি কৰক। আমি চাৰিআলিবাসীয়ে অসম সাহিত্য সভাৰ ৫৬তম অধিবেশন নিমন্ত্ৰণ কৰি আমি মনে-প্ৰাণে কামনা কৰিছোঁ সাহিত্যৰ এই মহাসভাই শোণিতপুৰত সাহিত্য সৃষ্টিৰ নতুন পৰিৱেশ সৃষ্টি কৰক। অধিবেশনে দি যোৱা উদ্দীপনাৰ বন্যাধাৰাই জনসাধাৰণৰ অন্তৰত সৃজনী চেতনাৰ প্ৰবাহ বোৱাওক! আপোনালোকৰ পদধূলাই এই অঞ্চল পবিত্ৰ কৰক। বিশ্বনাথ চাৰিআলিত আকৌ কমলাকান্ত, লক্ষীধৰৰ জন্ম হওক! সাহিত্য সভাৰ মেলামুখী পৰিৱেশে দি যাওক ভাজপোৱা চাৰিআলি-বাসীক সাহস; বিশ্বনাথ চাৰিআলিত গঢ়ি উঠক মানুহ-প্ৰেমৰ প্ৰতীক সৌধ।

অসম সাহিত্য সভাৰ ৫৬তম অধিবেশনৰ পৰম শ্ৰদ্ধেয় প্ৰতিনিধিসকল! আমি আপোনালোকক যেনেদৰে আদৰিম বুলি ভাবিছিলোঁ, নোৱাৰিলোঁ। এনে এটা সময়ত আমি অধিবেশন নিমন্ত্ৰণ কৰি আনিলোঁ যিটো সময়ত আমাৰ ভাই-ককাইৰ পৰিচয় কাঢ়ি নিয়াৰ গৰম বতাহ বলিল; ভাই-ভনীক চিনি নোপোৱাৰ মন্ত্ৰ গ্ৰহণ কৰা হ'ল। বন্ধুক শত্ৰু বুলি তৎমুহূৰ্ত্তেই ভাবিব পৰা কোৰাচ এই সময়তে গোৱা হ'ল। বিশ্বনাথ মহকুমাৰ গহপুৰ জুইপুৰলৈ পৰিবৰ্ত্তিত হ'ল। জীৱন-মৰণতকৈ আমি সকলোৱে একেলগে এই আকাশৰ তলত হাঁহি-

কাল্লোৱৰে গাল তিয়াই জীয়াই থাকিব বিচাৰোঁ। আজি অসম সাহিত্য সভাৰ প্ৰতিনিধিসকলৰ উপস্থিতিৰ অস্তিত্বই জীৱনৰ আশা দিয়ক।

আমাৰ নিঃকিন আতিথ্যৰে আপোনালোকক উপযুক্ত আতিথ্য দিব নোৱাৰিলোঁ। আমি এক বিফল চেষ্টা কৰিছোঁ আতিথ্যদানৰ। আপোনালোকৰ মহান ব্যক্তিত্বেৰে আমাৰ এই অক্ষমতা ঢাকে যদি পেলায় তাৰে আশাপৰম ৰাখিছোঁ। আশা ৰাখিছোঁ আমাৰ একমাত্ৰ লক্ষ্য, সমন্বয়ৰ সেতু ৰাখিব পৰা অৰাজনৈতিক অসম সাহিত্য সভাৰ এই লক্ষ্যই, যোৱা বছৰ ছিন্ন-ভিন্ন হৈ পৰা অসমৰ গোষ্ঠীপ্ৰীতি সাৱলীল কৰি তোলক। একতাই আমাৰ শক্তি হওক। সম মৰ্য্যাদাৰে আমি অসম সাহিত্য সভাৰ চিন্তাধাৰাক নতুন প্ৰয়োজনৰ বাহক কৰিব পৰাৰ পথ প্ৰশস্ত কৰক।

জয়তু ভাষা জননী

# দ্বিতীয় মুকলি অধিৱেশনৰ বিশিষ্ট অতিথিৰ ভাষণ

নাৰায়ণ কুমাৰ (ভানু) কাকতি
প্ৰধান সম্পাদক
তিৱা মাথন লাই ডগ্ৰা

শোণিতপুৰ জিলাৰ বিশ্বনাথ চাৰিআলিৰ 'কমলাকান্ত ক্ষেত্ৰ'ৰ, অনুষ্ঠিত অসম সাহিত্য সভাৰ প্ৰতিভাৱান কবি, ঔপন্যাসিক আৰু শিশু সাহিত্যিক মাননীয় শ্ৰীযুত নৱকান্ত বৰুৱাদেৱ, বয়োজ্যেষ্ঠ সৰ্বগুণী জ্ঞানী অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, উপ-সভাপতি আৰু সম্পাদকমণ্ডলী। বিভিন্ন ভাষাগোষ্ঠীৰ সাহিত্য সভাৰ পৰা নিমন্ত্ৰিত হৈ অহা বিশিষ্ট অতিথিসকল—অসমৰ বিভিন্ন প্ৰান্তৰ পৰা অহা মাননীয় প্ৰতিনিধিমণ্ডলী, সমবেত সাহিত্যপ্ৰেমী ৰাইজ, আই-সকল আৰু মৰমৰ ছাত্ৰ-ছাত্ৰীসকল।

আজিৰ সভালৈ অসম সাহিত্য সভাৰ হৈ প্ৰধান সম্পাদক শ্ৰীযুত সতীশ চন্দ্ৰ চৌধুৰী ডাঙৰীয়াই মোক বিশিষ্ট অতিথি হিচাপে আমন্ত্ৰণ জনোৱাত মই তিৱা মাথন লাই ডগ্ৰা ( লালুং সাহিত্য সভাৰ ) প্ৰধান সম্পাদক হিচাপে যোগদান কৰি আজিৰ সভাত দুআষাৰ ক'বলৈ সুযোগ-সুবিধাকণ দিয়াৰ বাবে শ্ৰীযুত চৌধুৰী-দেৱলৈ আন্তৰিক শ্ৰদ্ধা যাচিলোঁ। এই সুযোগতেই অসম সাহিত্য সভাৰ দৰে মহৎ অনুষ্ঠান এটি অতি আকৰ্ষণীয়া চকুত লগাকৈ সুন্দৰভাৱে অনুষ্ঠিত কৰাৰ বাবে অভ্যৰ্থনা সমিতি আৰু সহযোগী ৰাইজলৈ মোৰ আন্তৰিক প্ৰণিপাত জনাইছোঁ।

শ্ৰদ্ধেয় সুধীমণ্ডলী,—অসমত বসবাস কৰা তিৱা বা লালুং সম্প্ৰদায়ৰ পৰা সৰ্বপ্ৰথম বাৰৰ বাবে আনুষ্ঠানিকভাৱে আজিৰ এই কমলাকান্ত ক্ষেত্ৰত অসম সাহিত্য সভাৰ লগত তিৱাসকলৰ সমন্বয় আৰম্ভ হৈছে। সেয়েহে তিৱা মানুহখিনিৰ কথা আজিৰ এই পবিত্ৰ দিনটোত জনসমুদ্ৰৰ মাজত কিছু চমুকৈ ক'ব বিচাৰিছোঁ। মধ্যযুগৰ আগতেই ৰচিত হোৱা শ্ৰীশ্ৰীআদিকাণ্ডত ৰংকিকিক হিচাপে হ'লেও লালুংসকলৰ কথা উল্লেখ কৰা দেখা পাওঁ। ইয়াৰ পাছতেই

মহা প্ৰতাপী যুদ্ধা জোঙাল বলহক আপোনালোক সকলোৱে লালুং বীৰ বুলি জানে। এই কথা বুৰঞ্জীবিদ আৰু গৱেষকসকলে স্বীকাৰ কৰি গৈছে। ১৬৮১-১৬৯৬ খৃঃ স্বৰ্গদেউ গদাধৰ সিংহ আৰু জয়ন্তীয়া ৰজাৰ লগত সমন্বয় স্থাপন কৰাৰ বতৰা আমি পাওঁ। সেই সময়তো আহোম ৰাজ্যখণ্ডৰ বাহিৰেও নিজা ভাষা-কৃষ্টি-সংস্কৃতিৰে গোভা নামৰ এখন তিৱা বা লালুং ৰাজ্য তিৱাসকলে ৰাজত্ব কৰাৰ বতৰা পাওঁ। কোঁচৰজা নৰনাৰায়ণৰ ৰাজত্ব কালত এবাৰ বীৰ চিলাৰায়ে লালুং ৰাজ্য গোভা আক্ৰমণ কৰাত গোভাৰাজ্যৰ সৈন্যই বীৰত্বৰে যুঁজ দি নিজ ৰাজ্যৰ সীমা দৃঢ় কৰি ৰাখে। ইয়াৰ পাছলৈ যদি আহোঁ তেন্তে আমি দেখিব পাওঁ ১৮২৬ খৃষ্টাব্দত ইয়াণ্ডাবু সন্ধিৰ জৰিয়তে আহোম খণ্ড, জয়ন্তীয়া খণ্ড আৰু কছাৰী খণ্ড বৃটিছৰ হাতলৈ যায় যদিও গোভা লালুং ৰাজ্যখণ্ড কিন্তু বৃটিছৰ হাতলৈ যোৱা নাছিল। ১৮৩৬ চনত যেতিয়া বৃটিছে ৰাস্তা বনাবৰ কাৰণে জৰিপ কৰি আহি ৰজাৰ বিনা অনুমতিত গোভাৰাজ্যত প্ৰৱেশ কৰে, তেতিয়া গোভা ৰজাৰ সৈন্যই ৪ জন বৃটিছক ধৰি আনে যদিও এজন বাটৰ পৰা পলাই যায় আৰু ৩ জনক ৰজাৰ নিৰ্দেশ ক্ৰমে কাজী গোসাঁনীৰ থানত বলী দিয়া হয়। এই খবৰ পাই উক্ত বছৰৰ মাৰ্চ মাহত কেপ্তেন লিষ্টাৰে কেইবাটাও কোম্পানী ফৌজ লৈ গোভা দখল কৰে ইয়াণ্ডাবু সন্ধিৰ ৯ বছৰ পাছত। বৰ্তমানো লালুংসকলৰ ভাষা-সংস্কৃতি বহন কৰি সামাজিক ৰীতি-নীতিৰে তিৱা বা লালুং-সকলৰ ৰজা, ৰাজখিৱা আছে। ৰজা আৰু ৰাজখিৱাৰ নিৰ্দেশতে লালুং-সকলৰ পূজা, পৰ্ব, বিহু আদি অনুষ্ঠিত কৰা হয়। আনহাতেদি দেখা যায় অসমৰ প্ৰতিটো ঘাত-সংঘাততো লালুংসকল অসমৰ উচ্চবৰ্ণসকলতকৈও বেছিকৈ অংশীদাৰ। ভাৰত স্বাধীনতা মুক্তি সংগ্ৰামত অসমৰ মুক্তিৰ হেতু মুক্তভাৱে যুঁজ দি মৃত্যু বৰণ কৰা শহীদ হেমৰাম পাটৰ—ইয়াৰ জলন্ত প্ৰমাণ। কৃষক বিদ্ৰোহত—ফুলগুৰি ধাৱাত, এই লালুংসকলেই চিঙাৰ চাহাবক টাঙোনেৰে টঙালিয়াই মৰাত ৰংবৰ লালুং, চংবৰ লালুঙৰ ফাঁচি আৰু কপচিং লালুং, চিপচিং লালুং, বেহেৰা লালুঙৰ দ্বীপান্তৰিত, বহুতে কাৰাবৰণ কৰাৰ উপৰিও বহুদিনীয়া খাত মাটি সত্ত্বাধিকাৰসকলৰ হাতলৈ গ'ল। ইয়াৰ পাছতো অসমৰ ভাষা-আন্দোলন, অসমৰ অস্তিত্ব ৰক্ষাৰ সু-দীৰ্ঘজীয়া অসম-আন্দোলনত লালুংসকল সম-অংশীদাৰ, এই কথা অসমৰ প্ৰতিজন নাগৰিকেই স্বীকাৰ কৰিব লাগিব। মাননীয় সভাগত ৰাইজ আগতে কৈ আহিছো যে, তিৱাসকলৰ ভাষা-কৃষ্টি-সংস্কৃতি আছিল আৰু বৰ্তমানো আছে। এই জাতিটোৱে ভাষা-কৃষ্টি-সংস্কৃতি লৈ জীয়াই

থাকিব বিচাৰে। সেয়েহে তিৱা মাথন লাই তগ্ৰা (লালুং সাহিত্য সভা)ৰ জৰিয়তে ভাষাটো প্ৰতিষ্ঠা কৰিব বিচৰা হৈছে। গতিকে তিৱা গোষ্ঠীৰ ভাষা ৰক্ষণাবেক্ষণৰ ক্ষেত্ৰত অসমৰ সমূহ জনগোষ্ঠীয়ে সহযোগিতা আগবঢ়াব লাগিব। ঠিক তেনেকৈ তিৱা, মিচিং, ৰাভা, বড়ো, দেউৰী, কাৰ্বি আদি জনগোষ্ঠীসমূহৰ অসমত স্থিতি সম্পৰ্কে মূল সুঁতিৰ অসমীয়া মানুহে উকৰাই দিব নেলাগিব। তেওঁলোক অসমৰ, গতিকে তেওঁলোকে অসমতে প্ৰাপ্য মৰ্য্যাদা লাভ কৰিব লাগিব। দেখা যায় অসমৰ জনজাতি গোষ্ঠীসমূহ বিভিন্ন সময়ত, বিভিন্ন অভাৱ-অভিযোগৰ দাবীত সোচ্চাৰিত হ'লেই সম্প্ৰদায়ীকতাবাদী, বিচ্ছিন্নতাবাদী, উগ্ৰ জাতীয়তাবাদী আখ্যা আপোনালোকে দিয়ে, আমি কিন্তু বুজি নেপাওঁ। তিৱা অকল তিৱা হিচাপে অসমত ভাষা কৃষ্টিৰে সৈতে বিকাশ লাভ কৰাৰ পিছত বহল অসমীয়া সমাজলৈ বৰঙণি আগবঢ়াব আৰু সৰ্বসুন্দৰ অসম গঢ়াত সহায় হ'ব বুলি মই দৃঢ় বিশ্বাসী।

সেয়েহে তিৱা ভাষাটো চৰকাৰীভাৱে স্বীকৃতি লাভ কৰাত অসমৰ বিভিন্ন প্ৰান্তত থকা কবি, সাহিত্যিক, জ্ঞানী, বুদ্ধিজীৱী ব্যক্তিসকলৰ পৰা সকলো ধৰণৰ সহায়-সহযোগিতা কামনা কৰি বিনম্ৰ অনুৰোধেৰে মোৰ চমু বক্তব্য সামৰণি মাৰিলোঁ।

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন : যোৰহাট-৭৮৫০০১

৩০ ফাগুন, ১৯১২ শক

১৫ মাৰ্চ, ১৯৯১ খ্ৰীষ্টাব্দ

নিবেদন,

অসম সাহিত্য সভাৰ সপ্তপঞ্চাশত্তম অধিৱেশনখনি ১৯১৩ শকৰ ৫, ৬, ৭ আৰু ৮ ব'হাগ, ১৯৯১ খ্ৰীষ্টাব্দৰ ১৯, ২০, ২১ আৰু ২২ এপ্ৰিল তাৰিখে ক্ৰমে শুকুৰ, শনি, দেও আৰু সোমবাৰে গোৱালপাৰা জিলাৰ দুধনৈৰ সমন্বয়-ক্ষেত্ৰত নিম্নোক্ত কাৰ্যসূচীৰে আয়োজন কৰা হৈছে। প্ৰথিতযশা কবি, গীতিকাৰ, শিশু-সাহিত্যিক, আন্তঃৰাষ্ট্ৰীয় খ্যাতিসম্পন্না পণ্ডিত ড° নিৰ্মলপ্ৰভা বৰদলৈৰ সভানেত্ৰিত্বত অনুষ্ঠিত হ'বলগীয়া অধিৱেশনৰ সমূহ অনুষ্ঠানলৈ আপোনাক/আপোনালোকক সাদৰেৰে নিমন্ত্ৰণ জনালোঁ। ইতি,

শ্ৰীঅজিতকুমাৰ দাস
সাধাৰণ সম্পাদক, আদৰণী সমিতি
সপ্তপঞ্চাশত্তম অধিৱেশন, সমন্বয়-ক্ষেত্ৰ, দুধনৈ

শ্ৰীসতীশচন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

# কাৰ্য-সূচী

১৯।৪।৯১ : শুক্ৰবাৰ

আবেলি ১-০০ বজা : কাৰ্য-নিৰ্বাহক সমিতিৰ বৈঠক॥ আবেলি ৫-৩০ বজা : প্ৰতিনিধি শিবিৰ মুকলি

২০।৪।৯১ : শনিবাৰ

ৰাতিপুৱা ৮-০০ বজা : পতাকা উত্তোলন॥ ৮-৩০ বজা : স্মৃতি-তৰ্পণ অনুষ্ঠান॥ ৯-৩০ বজা : গ্ৰন্থমেলা আৰু প্ৰদৰ্শনীৰ দ্বাৰ-উদঘাটন॥ ১০-৩০ বজা : গ্ৰন্থ-উন্মোচনী সভা॥ আবেলি ১ ০০ বজা : বিষয়-বাহনি সভাৰ প্ৰথম বৈঠক॥ সন্ধিয়া ৬-৩০ বজা : শিল্পী সম্বৰ্দ্ধনা আৰু সাংস্কৃতিক সন্মিলন॥ নিশা ৮-০০ বজা : বিষয় বাচনি সভাৰ দ্বিতীয় বৈঠক

২১।৪।৯১ : দেওবাৰ

ৰাতিপুৱা ৮-৩০ বজা : কবি-সন্মিলন আৰু আলোচনা-চক্ৰ॥ ১১ ৩০ বজা : সভানেত্ৰীক লৈ সাংস্কৃতিক শোভাযাত্ৰা॥ আবেলি ১-০০ বজা : প্ৰথম মুকলি অধিৱেশন॥ সন্ধিয়া ৬-৩০ বজা : সাংস্কৃতিক সন্ধিয়া॥ নিশা ৮-৩০ বজা : বিশেষ বিষয় বাহনি সভা

২২।৪।৯১ : সোমবাৰ

ৰাতিপুৱা ৮-৩০ বজা : আলোচনা-চক্ৰ॥ আবেলি ১-০০ বজা : দ্বিতীয় মুকলি অধিৱেশন॥ সন্ধিয়া ৬ ৩০ বজা : সাংস্কৃতিক সন্ধিয়া।

# অসম সাহিত্য সভাৰ ৫৬তম বিশ্বনাথ চাৰিআলি অধিৱেশনৰ বিতং কাৰ্যসূচী

৯ ফেব্ৰুৱাৰী, বৃহস্পতিবাৰ :

আবেলি ৪-০০ বজা : অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যৰ প্ৰতিমূৰ্তিত পুষ্পাৰ্ঘ তৰ্পণ।

৬-০০ বজা : সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ পঞ্চম পূৰ্ণাঙ্গ অধিৱেশন।

১০ ফেব্ৰুৱাৰী, শনিবাৰ :

ৰাতিপুৱা ৭-৩০ বজা : প্ৰতিনিধি শিবিৰ মুকলি :
শ্ৰীকুঞ্জনাথ হাজৰিকা।

৮-০০ বজা : পতাকা উত্তোলন :
শ্ৰীমহিম বৰা, সভাপতি, অসম সাহিত্য সভা।

৮-৩০ বজা : স্মৃতি তৰ্পণ অনুষ্ঠান :
মুখ্য তৰ্পক : শ্ৰীমতী মোক্ষদা দেৱী।

৯-০০ বজা : গ্ৰন্থ উন্মোচনী অনুষ্ঠান
অসম সাহিত্য সভাৰ গ্ৰন্থ : শ্ৰীৰজনীকান্ত দেৱশৰ্মা।
স্মৃতিগ্ৰন্থ : শ্ৰীনীলিমা দত্ত।
অন্যান্য গ্ৰন্থ তথা আদৰণী সমিতি গ্ৰন্থ :
শ্ৰীহিতেশ ডেকা।

১০-০০ বজা : গ্ৰন্থমেলা আৰু প্ৰদৰ্শনীৰ দ্বাৰ উদ্বাটন :
শ্ৰীবৃন্দাবন গোস্বামী, শিক্ষামন্ত্ৰী, অসম।

১১-০০ বজা : বিষয়-বাছনি সভা।

আবেলি ৩-০০ বজা : কবি সন্মিলন
সভাপতি—চুৰাউদ্দিন আহমেদ।
উদ্বোধক— শ্ৰীঅজিত বৰুৱা।

সন্ধিয়া ৭-০০ বজা : সাংস্কৃতিক সন্ধিয়া

উদ্বোধক—শ্ৰীউদয় ভাগৱতী।

সাংস্কৃতিক সন্ধিয়াত সম্বৰ্ধনা জনাবলগীয়া ব্যক্তি—শ্ৰীপুৰুষোত্তম দাস, শ্ৰীসত্যপ্ৰসাদ বৰুৱা, শ্ৰীলক্ষ্যধৰ চৌধুৰী, শ্ৰীকালিচৰণ শৰ্মা, শ্ৰীপৰীক্ষিত পাঠক, শ্ৰীমতী বীণা দাস নায়া, শ্ৰীমতী দীপালী বৰঠাকুৰ, শ্ৰীমতী ধৰ্মেশ্বৰী বৰা, শ্ৰীতুলসী দাস, শ্ৰীশিৱ ভূঞা, শ্ৰীপূৰ্ণ বৰঠাকুৰ।

সন্ধিয়া ৮-০০ বজা : বিষয়-বাচনি সভাৰ দ্বিতীয় বৈঠক।

১১ ফেব্ৰুৱাৰী, দেওবাৰ :

ৰাতিপুৱা ৮-০০ বজা : আলোচনা চক্ৰ :

বিষয় : অসমৰ সংস্কৃতিৰ সমন্বয়াত্মক ৰূপ।

উদ্বোধক—ড° নিৰ্মলপ্ৰভা বৰদলৈ।

সঞ্চালক—ড° মুকুন্দ মাধৱ শৰ্মা।

আলোচকসকল—শ্ৰীৰংবং তেৰাং, শ্ৰীজয়কান্ত গন্ধিয়া, শ্ৰীনাৰায়ণ ঘাটোৱাৰ, শ্ৰীধৰণীধৰ ওৱাৰী, শ্ৰীগীতা উপাধ্যায়, শ্ৰীআহমদ হুচেইন খান, শ্ৰীলক্ষ্মীনাথ পাংগিং।

১১-০০ বজা : শোভাযাত্ৰা।

১-০০ বজা : প্ৰথম মুকলি অধিবেশন

উদ্বোধক—ড° হৰভজন সিং।

৬-০০ বজা : দ্বিতীয় দিনৰ সাংস্কৃতিক সন্ধিয়া।

উদ্বোধক : শ্ৰীগোপাল দাস।

৭-০০ বজা : বিষয়-বাছনি সভাৰ তৃতীয় বৈঠক (বিশেষ)

১২ ফেব্ৰুৱাৰী, সোমবাৰ :

ৰাতিপুৱা ৮-০০ বজা : আলোচনা-চক্ৰ।

বিষয় : ৰূপান্তৰৰ মাজেদি অসমৰ ভৌগোলিক আৰু ৰাজনৈতিক বুৰঞ্জী।

সঞ্চালক : ড° যোগেন ফুকন।

উদ্বোধক : ড° স্বৰ্ণলতা বৰুৱা।

আলোচক : ড° অৰুণচন্দ্ৰ ভূঞা, শ্ৰীযতীন্দ্ৰ কুমাৰ বৰগোহাঞি, ড° ধৰ্মেশ্বৰ চুতীয়া, ড° ৰবীন দেব চৌধুৰী।

১-০০ বজা : দ্বিতীয় মুকলি অধিবেশন।

মুখ্য অতিথি : শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত, মুখ্যমন্ত্ৰী, অসম।

বিশিষ্ট অতিথি : অসমৰ ভাষা-সাহিত্য অনুষ্ঠান-সমূহৰ সভাপতি আৰু সাধাৰণ সম্পাদকসকল আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু প্ৰধান সম্পাদকসকল।

সম্বৰ্ধনা জনাবলগীয়া ব্যক্তি :

শ্ৰীকৃষ্ণ ভূঞা, শ্ৰীমতী অনু বৰুৱা, শ্ৰীমতী সুপ্ৰভা গোস্বামী, শ্ৰীকাঞ্চন বৰুৱা, শ্ৰীজীৱন বৰুৱা,

৫-৩০ বজা : সাংস্কৃতিক সন্ধিয়া

উদ্বোধক : শ্ৰীগোকুল পাঠক

## অসম সাহিত্য সভা :: চন্দ্ৰকান্ত সন্দিকৈ ভৱন :: যোৰহাট

### প্ৰধান সম্পাদকৰ ১৯৮৯-৯০ বৰ্ষৰ বাৰ্ষিক প্ৰতিবেদন

### কমলাকান্ত ক্ষেত্ৰ : বিশ্বনাথ চাৰিআলি

অসমৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ মাননীয় সভাপতি মহোদয়, শ্ৰদ্ধেয় উদ্বোধক প্ৰমুখ্যে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু প্ৰধান সম্পাদকমণ্ডলী, বিশিষ্ট অতিথিবৃন্দ, অসমৰ বিভিন্ন প্ৰান্তৰ পৰা অহা স্থানীয় প্ৰতিনিধিবৰ্গ, আদৰণী সমিতিৰ সভাপতি, সাধাৰণ সম্পাদক প্ৰমুখ্যে সুধীবৃন্দ, ছাত্ৰ-ছাত্ৰী, বন্ধু-বান্ধৱীসকল আৰু সেৱাব্ৰতী বাইজ—জয় জয়তে আপোনালোকলৈ জ্ঞাপন কৰিছোঁ আমাৰ সশ্ৰদ্ধ প্ৰণাম। অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যদেৱৰ স্মৃতি বিজড়িত বিশ্বনাথ চাৰিআলিৰ কমলাকান্ত ক্ষেত্ৰত আজিৰ এই পৱিত্ৰক্ষণত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হিচাপে আপোনালোকক স্বাগতম জনাবলৈ পাই আমি লাভ কৰিছোঁ পৰম আনন্দ আৰু জ্ঞাপন কৰিছোঁ আন্তৰিক অভিনন্দন। আমি শ্ৰদ্ধাৰে স্মৰণ কৰিছোঁ সভাৰ বিগত পঞ্চপঞ্চাশত্তম ডুমডুমা অধিৱেশনৰ মাননীয় প্ৰতিনিধিবৰ্গক, যিসকলে অসমৰ একমাত্ৰ অৰাজনৈতিক, ধৰ্ম নিৰপেক্ষ, শিক্ষাসন্ধী জাতীয় এই অনুষ্ঠানটিৰ প্ৰধান সম্পাদক হিচাপে সেৱা কৰিবলৈ সুযোগ দি আমাক ধন্য কৰিলে। অসম সাহিত্য সভাৰ অতীত ঐতিহ্য আৰু গৌৰৱময় পৰম্পৰা ৰক্ষাৰ বাবে আমি আত্মোৎসৰ্গৰ মানসিকতাৰে বিগত বছৰটোত সভাৰ বাবে ত্যাগ কৰিবলৈ প্ৰাণান্ত প্ৰচেষ্টা চলাইছিলোঁ। যদিও আমাৰ কৃতকাৰ্যতা ত্যাগ সম্পূৰ্ণৰূপে নিৰ্ভৰশীল আপোনা-লোকৰ বিচাৰৰ তুলনা-দণ্ডতহে। সভাৰ বিভিন্ন জিলা, শাখা সভা, স্বীকৃত সভা, আজীৱনকে ধৰি সকলো পৰ্যায়ৰ সদস্য-সদস্যা, সভাৰ লগত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে জড়িত সুধীসকলৰ সহযোগৰ কথা শ্ৰদ্ধাৰে স্মৰণ কৰি সভাৰ ১৯৮৯-৯০ বৰ্ষৰ বাৰ্ষিক প্ৰতিবেদন আপোনাসবৰ আগত দাঙি ধৰিলোঁ, আশাকৰোঁ আমাৰ বঢ়া-টুটা নিজগুণে ক্ষমা কৰিব।

### মিলন তীৰ্থৰ সোঁৱৰণ

সভাৰ পঞ্চপঞ্চাশত্তম অধিৱেশন ডুমডুমাৰ মিলন তীৰ্থত পতাকা উত্তোলন, স্মৃতিতৰ্পণ, গ্ৰন্থমেলা আৰু প্ৰদৰ্শনীৰ উদ্বোধন, গ্ৰন্থ উন্মোচন, কবি সন্মিলন,

আলোচনা চক্ৰ, সাংস্কৃতিক সন্মিলন আৰু সম্বৰ্ধনা অনুষ্ঠান তথা সাংস্কৃতিক সন্ধিয়াৰ কাৰ্যসূচীৰে ১৯৮৯ চনৰ ফেব্ৰুৱাৰী মাহৰ ১৬, ১৮ আৰু ১৯ তাৰিখে বৰ্ণাঢ্য কাৰ্যসূচীৰে সুসম্পন্ন হয়। কাঠনিবাৰীঘাট খ্যাত, আধুনিক অসমীয়া চুটি গল্পৰ ওজা শ্ৰীযুত মহিম বৰাদেৱৰ সভাপতিত্বত অনুষ্ঠিত মুকলি সভা উদ্বোধন কৰে প্ৰথিতযশা সাহিত্যিক শ্ৰীযুত গংগাধৰ গেদগিল মহোদয়ে।

প্ৰতিকূল বতৰ সত্বেও অধিবেশনখনি সু-সম্পন্ন হোৱাত অসমৰ জনসাধাৰণৰ লগতে আদৰণী সমিতিলৈ এই ছেগতে সভাৰহকে কৃতজ্ঞতা জনালোঁ। অধিবেশনৰ অন্তত ২০ ফেব্ৰুৱাৰী তাৰিখে ডুমডুমা মহাবিদ্যালয়ত অনুষ্ঠিত হোৱা সভাৰ ১৯৮৯-৯০ বৰ্ষৰ কাৰ্যনিৰ্বাহকৰ প্ৰাৰম্ভিক বৈঠকত বিদায়ী প্ৰধান সম্পাদক শ্ৰীযুত অমল ৰাজখোৱাৰ পৰা সভাৰ প্ৰধান সম্পাদকৰ গুৰুদায়িত্ব আনুষ্ঠানিক-ভাৱে আমি গ্ৰহণ কৰোঁ।

## কমলাকান্তৰ পুণ্যতীৰ্থত

হে সুধীসকল, আমি যি ক্ষেত্ৰত সমবেত হৈছোঁ সেই ক্ষেত্ৰ অসমৰ সমন্বয় সংস্কৃতি আৰু বিভিন্ন জনগোষ্ঠীৰ মিলন তীৰ্থ বিশ্বনাথ চাৰিআলিৰ ঐতিহ্য আৰু পৰম্পৰা বিশেষ তাৎপৰ্যপূৰ্ণ। এই পুণ্যভূমিতেই জন্ম লাভ কৰি অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যদেৱে ১৯২৯ চনত অসম সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰিছিল। অসমীয়া ভাষা-সাহিত্যলৈ এক জাতীয়তাবোধৰ ধাৰা প্ৰবৰ্তন কৰা ঊনবিংশ শতিকাৰ এইগৰাকী বিদগ্ধ মনীষালৈ আজিৰ এই পবিত্ৰক্ষণত সভাৰহকে যাচিছোঁ পুনৰ সশ্ৰদ্ধ প্ৰণিপাত। বিভিন্ন দেৱালয়, পীঠস্থান, নৈ-উপনৈৰ অপৰূপ প্ৰাকৃতিক শোভাৰে পৰিবেষ্টিত বিশ্বনাথে শিক্ষা, সাহিত্য, সংস্কৃতি আদি সকলো দিশতে আজি এক বিশিষ্ট স্থান অধিকাৰৰ গৌৰৱেৰে গৌৰৱান্বিত। ১৯৩৩ চনত স্বীকৃতি লাভ কৰা বিশ্বনাথচাৰিআলি সাহিত্য সভাৰ আমন্ত্ৰণক্ৰমে অসম সাহিত্য সভাৰ ষট্‌পঞ্চাশত্তম অধিবেশন বিশ্বনাথ চাৰিআলিত অনুষ্ঠিত হোৱাত আমি গৌৰৱবোধ কৰিছোঁ আৰু শাখা সভাখনৰ লগতে আদৰণী সমিতি তথা শোণিতপুৰ জিলাৰ জনসাধাৰণলৈ সভাৰহকে অভিনন্দন জনালোঁ।

## ডুমডুমা অধিবেশনৰ প্ৰস্তাৱ

কাৰ্যভাৰ গ্ৰহণ কৰাৰ পিছতে পঞ্চপঞ্চাশত্তম অধিবেশনত গৃহীত প্ৰস্তাৱসমূহ

কাৰ্য্যকৰী কৰাৰ বাবে চেষ্টা চলোৱা হয়। গৃহীত প্ৰস্তাৱসমূহ সংশ্লিষ্ট পক্ষ তথা কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰলৈ প্ৰেৰণ কৰা হয়। প্ৰস্তাৱৰ ভিত্তিত বিভিন্ন সময়ত ৰাজ্য চৰকাৰৰ লগত আলোচনা কৰাৰ লগতে স্মাৰক পত্ৰ আদিও প্ৰদান কৰা হয়। প্ৰস্তাৱসমূহৰ ভিত্তিত প্ৰস্তুত কৰা বিজ্ঞপ্তিযোগে সভাৰ সকলোবোৰ জিলা, শাখা, স্বীকৃত সভাৰ লগতে আজীৱনকে ধৰি সকলো পৰ্য্যায়ৰ সদস্য-সদস্যাসকললৈ প্ৰেৰণ কৰি সহযোগ কামনা কৰা হয়। প্ৰকাশযোগ্য যে প্ৰস্তাৱ-সমূহৰ ক্ষেত্ৰত চৰকাৰৰ পৰা যথোচিত সঁহাৰি পোৱা হয়। সভাৰ তৃতীয় প্ৰস্তাৱৰ ভিত্তিত সভাৰ সজাতি দলে উচ্চতৰ মাধ্যমিক শিক্ষা পৰিষদৰ লগত আলোচনা কৰে আৰু সভাৰ দাবী মানি লৈ উচ্চতৰ মাধ্যমিক শিক্ষান্ত পৰীক্ষাত এখনৰ পৰিবৰ্তে অসমীয়া ভাষাৰ দুখন অসমীয়া প্ৰশ্নকাকত কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। ষষ্ঠ প্ৰস্তাৱৰ ক্ষেত্ৰত জনগোষ্ঠীয় ভাষা-সাহিত্যৰ অনুষ্ঠানসমূহৰ পৰা সঁহাৰি নোপোৱাৰ বাবে জনগোষ্ঠীয় ভাষাৰ শ্ৰেষ্ঠ সাহিত্যৰ পুৰস্কাৰ প্ৰদান কৰিব পৰা নহ'ল। কঁঠালগুৰি প্ৰকল্প সম্পৰ্কীয় প্ৰস্তাৱৰ ভিত্তিত প্ৰাক্তন মন্ত্ৰীৰ ওচৰত স্মাৰক পত্ৰ প্ৰদান কৰা হয় যদিও সভাক দিয়া আশ্বাস ৰাজ্য চৰকাৰে পূৰণ নকৰিলে।

## ৰাজ্যৰ জ্বলন্ত সমস্যা

পৃথক ৰাজ্যৰ দাবীত চলা আন্দোলনৰ ফলত বিগত বছৰটোত ৰাজ্যখনৰ পৰিস্থিতি উত্তপ্ত হৈ থকাৰ পৰিপ্ৰেক্ষিতত সভাৰ আঁচনিসমূহ ৰূপায়ণত সভাই পদে পদে বাধাপ্ৰাপ্ত হ'বলগীয়া হয়। সভাৰ প্ৰাৰম্ভিক বৈঠকত গৃহীত হোৱা পৰামৰ্শ-মূলক প্ৰস্তাৱৰ ভিত্তিত ৰাজ্যখনত সমন্বয় বাতাবৰণ সুদৃঢ় কৰাৰ লগতে ১৯৮২ চনৰ 'ভাষা সমন্বয় সমিতি : অসম'ক পূৰ্ণাংগ ৰূপ দিয়াৰ বাবে কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰা হয়। যোৱা ক্ৰমে ৬, ১৮ আৰু ২৪ মে' তাৰিখে অসমৰ ভাষা-সাহিত্যৰ অনুষ্ঠানসমূহৰ তিনিখন বৈঠক অনুষ্ঠিত হয়। ২৪ মে' তাৰিখে বড়ো, ৰাভা, মিচিং, দেউৰী, কাৰ্‌বি, তিৱা সাহিত্য সভাৰ প্ৰতিনিধিৰে গঠিত এটি সজাতি দলে উমৈহতীয়াভাৱে অসমৰ জ্বলন্ত সমস্যাৱলী সমাধানৰ বাবে থকতকীয়া ব্যৱস্থা ল'বলৈ ৰাজ্য চৰকাৰৰ মুখ্য মন্ত্ৰীৰ ওচৰত স্মাৰক পত্ৰ প্ৰদান কৰি দাবী জনায়। স্মাৰক পত্ৰযোগে কোৱা হয় যে—(ক) অসমৰ জনজাতীয় লোকসকলৰ ভূমি-নীতি আৰু আৰ্থ-সামাজিক অৱস্থাৰ লগত জড়িত অত্যন্ত জ্বলন্ত সমস্যাবোৰৰ সমাধানৰ বাবে চৰকাৰক অতি থকতকীয়া ব্যৱস্থা ল'বলৈ আমি দাবী জনাওঁ। লগতে

ৰাজ্যত সম্প্ৰতি গঢ়ি তোলা আন্দোলনৰ আন্দোলনকাৰীসকলক চৰকাৰৰ লগত আলাপ-আলোচনাৰ মাধ্যমেৰে সমস্যাৱলীৰ ৰাজনৈতিক সমাধান কৰাত গুৰুত্ব দিবলৈ বিনম্ৰ অনুৰোধ জনাওঁ। পৃথক ৰাজ্যৰ দাবীত অসমত গঢ়ি উঠা সাম্প্ৰতিক আন্দোলনৰ কালছোৱাত গৃহহাৰা আৰু গৃহ-ত্যাগ কৰিবলৈ বাধ্য হৈ আশ্ৰয় শিবিৰত আশ্ৰয় ল'বলৈ বাধ্য হোৱাসকললৈ আৰু অন্যান্য দুৰ্গতসকললৈ আগবঢ়োৱা সা-সুবিধাবোৰ যাতে সম আৰু নিৰপেক্ষভাৱে দিয়া হয় তাৰ প্ৰতি তীক্ষ্ণ দৃষ্টি ৰাখিবলৈ আমি ৰাজ্য চৰকাৰৰ ওচৰত দাবী জনাওঁ। সকলো প্ৰকাৰৰ হিংসাত্মক কাৰ্য আৰু ঘটনাক আমি কঠোৰভাৱে নিন্দা কৰোঁ আৰু হিংসাৰ পথ ত্যাগ কৰিবলৈ আহ্বান জনাওঁ। আমি আলোচনাৰ মাধ্যমেৰে সকলো সমস্যাৰ শান্তিপূৰ্ণ সমাধান হোৱাটো কামনা কৰোঁ। সেয়ে আলোচনাৰ বাবে পথ মুকলি আৰু সুগম কৰাৰ বাবে আমি চৰকাৰৰ লগতে আন্দোলনকাৰীসকলক বিনম্ৰ আহ্বান জনাওঁ। লগতে দুষ্কৃতিকাৰীক দমন কৰিবলৈ যাওঁতে কোনো নিৰীহ লোকক যাতে অন্যায়ভাৱে হাৰাশাস্তি কৰা নহয় তাৰ প্ৰতি সতৰ্কতা অৱলম্বন কৰিবলৈ চৰকাৰ তথা পুলিচ প্ৰশাসনক আমি দাবী জনাওঁ। সমস্যা সমাধানৰ বাবে হিংসা আৰু দমনেই একমাত্ৰ সমাধানৰ পথ বুলি আমি সমূলি গণ্য নকৰোঁ। আমি দৃঢ়ভাৱে বিশ্বাস কৰোঁ যে সদিচ্ছা, সৎভাৱ থাকিলে আলোচনাৰ জৰিয়তে সকলো সমস্যাৰ সমাধান কৰিব পৰা যায়। সেয়ে আলোচনাৰ পৰিবেশ গঢ়ি তোলাৰ বাবে আমি চৰকাৰক দাবী জনাওঁ। ভাষিক, সাংস্কৃতিক, সামাজিক জীৱনৰ স্পৰ্শকাতৰ বিষয়বোৰক লৈ জনগোষ্ঠীয় অনুভূতিক আঘাত কৰিব পৰা কাৰ্য যাতে কোনো আঁৰৰ শক্তিয়ে ঘটাব নোৱাৰে তাৰ প্ৰতি কঠোৰ সতৰ্কতা অৱলম্বন কৰিবলৈ আৰু জনগোষ্ঠীৰ অনুভূতিক আঘাত কৰিব পৰা ধৰণৰ যিকোনো মন্তব্য, ৰচনা, বিবৃতি আদিৰ প্ৰচাৰ বন্ধ কৰিবলৈ আমি চৰকাৰ তথা অসম আৰু অসমৰ বাহিৰৰ কাকতসমূহক অনুৰোধ জনাওঁ। অসমৰ প্ৰত্যেকটো থলুৱা ভাষাই বাঞ্ছিত বিকাশ আৰু মৰ্যাদা লাভ কৰাটো আমি বাঞ্ছা কৰোঁ। সেয়ে, থলুৱা ভাষাৰ প্ৰসাৰ আৰু বিকাশৰ প্ৰতি আমি গুৰুত্ব দিওঁ আৰু বিশ্বাস কৰোঁ উমৈহতীয়া অসমীয়া ভাষাই আমাৰ বৰ্ণাঢ্য জাতি সত্তাক একেলগ কৰি ৰাখিব। অসমৰ যিকেইটি জন-গোষ্ঠীয় ভাষা বিদ্যালয়ত চৰকাৰে প্ৰচলনৰ ব্যৱস্থা কৰিছে, সেই ভাষাবোৰৰ বিকাশ আৰু শিক্ষাদানৰ বাবে পূৰ্ণাংগ ব্যৱস্থা ৰাজ্য চৰকাৰে অতিশীঘ্ৰে গ্ৰহণ কৰাটো আমি বাঞ্ছা কৰোঁ। ২৪ মে' তাৰিখে অনুষ্ঠিত হোৱা বৈঠকতে 'ভাষা সমন্বয় সমিতি : অসম' গঠন প্ৰক্ৰিয়া সম্পন্ন কৰা হয়।

অসম সাহিত্য সভাৰ বাবে এই দিনটো এটি ঐতিহাসিক দিন বুলি আমি ভাবোঁ। প্ৰকাশযোগ্য যে 'ভাষা সমন্বয় সমিতি : অসম' গঠনৰ উদ্দেশ্যে পত্ৰত অসম সাহিত্য সভাৰ উপৰিও নিখিল বড়ো সাহিত্য সভা, মিচিং সাহিত্য সভা, নিখিল ৰাভা সাহিত্য সভা, দেউৰী সাহিত্য সভা, কাৰ্বি সাহিত্য সভা, তিৱা সাহিত্য সভা, পূৰ্বাঞ্চল তাই সাহিত্য সভা, মণিপুৰী সাহিত্য পৰিষদ, ডিমাছা সাহিত্য পৰিষদৰ হৈ অনুষ্ঠানসমূহৰ সভাপতি আৰু প্ৰধান তথা সাধাৰণ সম্পাদকসকলে স্বাক্ষৰ প্ৰদান কৰে। ই সভাৰ বাবে ঐতিহাসিক দলিল বুলি আমি অনুভৱ কৰোঁ। এই প্ৰসংগতে আমি আনন্দেৰে জনাওঁ যে সভাৰ কাৰ্যনিৰ্বাহকে 'ভাষা সমন্বয় সমিতি : অসম'ক পৰৱৰ্তী সময়ত 'ভাষা সমন্বয় মঞ্চ : অসম' হিচাপে গ্ৰহণ কৰিবলৈ সিদ্ধান্ত কৰে আৰু অংশীদাৰ সাহিত্য সভাসমূহে ইয়াক আন্তৰিকভাবে গ্ৰহণ কৰে। উদ্দেশ্যে পত্ৰত উল্লেখ কৰা হৈছে যে—(খ) 'অসমৰ ভাষা, সাহিত্য, সংস্কৃতি তথা ৰাজ্যখনৰ সমগ্ৰ জাতীয় জীৱনৰ। স্বাৰ্থৰ হকে কাম কৰি অহা অনুষ্ঠানকেইটিৰ পক্ষৰ পৰা আমি গভীৰ উদ্বেগেৰে লক্ষ্য কৰি আহিছোঁ যে অসমৰ বৰ্ণাঢ্য আৰু সন্মিলিত জাতিসত্তাক ভাষিক, সাংস্কৃতিক, অৰ্থনৈতিক আৰু ৰাজনৈতিকভাৱে দুৰ্বল আৰু বিভক্ত কৰাৰ বাবে বিভিন্ন স্বাৰ্থ-স্বাৰ্থই অবিৰতভাবে যত্ন কৰি আহিছে। আমি অতি দুখেৰে লক্ষ্য কৰিছোঁ যে এই শক্তিসমূহে কোনো কোনো ঠাইত পাৰস্পৰিক সন্দেহ আৰু বিদ্বেষ সৃষ্টি কৰিবলৈ আৰু কোনো কোনো অঞ্চলত ভ্ৰাতৃঘাতী মনোভাৱ সুমুৱাই দিবলৈও সমৰ্থ হৈছে।'

"আমি সকলো প্ৰকাৰৰ হিংসাত্মক ঘটনাক কঠোৰভাৱে নিন্দা কৰোঁ।"

"ৰাজ্যখনৰ এই জটিলতৰ পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত অসমৰ বৰ্ণাঢ্য জাতি-সত্তাৰ ঐক্য সুদৃঢ় কৰাৰ বাবে অসমৰ থলুৱা ভাষা-সাহিত্য-সংস্কৃতিৰ অনুষ্ঠান-সমূহে হাত বান্ধি থিয় দিয়াৰ প্ৰয়োজনীয়তা গভীৰভাৱে অনুভৱ কৰিছোঁ।"

"অসমৰ জনসাধাৰণৰ মাজত সুমুওৱা বিভ্ৰান্তি, সন্দেহ আৰু বিদ্বেষ দূৰ কৰিবলৈ আমাৰ প্ৰত্যেকটো অনুষ্ঠানৰ কৰ্মীসকলক স্থানীয়ভাৱে ঐক্যবদ্ধ হৈ কাম কৰিবৰ বাবে আমি আহ্বান জনাইছোঁ। আমাৰ মাজৰ সমস্যা আমি নিজেই সমাধান কৰিবলৈ পথ উলিয়াই ল'ব লাগিব। এই দৃষ্টিভংগীৰে কাম কৰিবলৈ আমি সকলোকে অনুৰোধ জনাইছোঁ।"

"ভাষিক, সাংস্কৃতিক, সামাজিক জীৱনৰ স্পৰ্শকাতৰ বিষয়বোৰে আমাৰ মাজত সৃষ্টি কৰিব পৰা সমস্যাসমূহ আমি পাৰস্পৰিক সন্মান আৰু

সহযোগিতাৰ মনোভাবেৰে সমাধান কৰিবলৈ সক্ষম হ'ম আৰু কোনো প্ৰকাৰৰ ভুল বুজাবুজিয়ে যাতে ঠাই নাপায় তাৰ প্ৰতি সতৰ্ক দৃষ্টি ৰাখিম আৰু কোনো জনগোষ্ঠীৰ অনুভূতিক আঘাত কৰিব পৰা ধৰণৰ বিবৃতি, মন্তব্য বা লেখনি আদিৰ পৰা বিৰত থাকিবলৈ সকলোকে আহ্বান কৰোঁ।"

"আমি বাঞ্ছা কৰোঁ, অসমৰ প্ৰত্যেকটো থলুৱা ভাষাই বাঞ্ছিত বিকাশ আৰু মৰ্যাদা লাভ কৰক আৰু উমৈহতীয়া অসমীয়া ভাষাই আমাৰ বৰ্ণাঢ্য জাতি-সত্তাক একেলগ কৰি ৰাখক।"

"আমি পাৰস্পৰিক সমমৰ্যাদা আৰু সমন্বয়ৰ প্ৰতি গুৰুত্ব আৰোপ কৰি বাঞ্ছা কৰোঁ যে অসমৰ প্ৰত্যেকটো থলুৱা ভাষাই বিকাশ আৰু মৰ্যাদা লাভ কৰক।"

"অসমৰ যিকেইটি জনগোষ্ঠীয় ভাষা বিদ্যালয়ত চৰকাৰে প্ৰচলনৰ ব্যৱস্থা কৰিছে, সেই ভাষাবোৰৰ বিকাশ আৰু শিক্ষাদানৰ বাবে পূৰ্ণাংগ ব্যৱস্থা ৰাজ্য চৰকাৰে অতিশীঘ্ৰে গ্ৰহণ কৰাটো আমি বাঞ্ছা কৰোঁ। জনজাতীয় অঞ্চলৰ ভূমিনীতি আৰু আৰ্থ-সামাজিকৰ লগত জড়িত অন্যান্য জ্বলন্ত সমস্যাবোৰৰ বাবেও ৰাজ্য চৰকাৰক অতি খৰতকীয়া ব্যৱস্থা ল'বলৈ আমি দাবী জনাও।"

"সমস্যা সমাধানৰ বাবে হিংসা আৰু দমনেই একমাত্ৰ সমাধানৰ পথ বুলি আমি গণ্য নকৰোঁ। আমি দৃঢ়তাৰে বিশ্বাস কৰোঁ যে সদিচ্ছা-সদ্ভাৱ থাকিলে আলোচনাৰ জৰিয়তে সকলো সমস্যাৰ সমাধান কৰিব পাৰি। এই সকলোবোৰ দিশ সন্মুখত ৰাখি অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ অনুষ্ঠানকেইটিৰ সভাপতি আৰু সম্পাদকসকলে এখন 'ভাষা সমন্বয় সমিতি : অসম' গঠনৰ ভেটি আজি আমি স্থাপন কৰোঁ আৰু আশা কৰোঁ এই উমৈহতীয়া মঞ্চখনিয়ে আমাক লক্ষ্য পূৰণত সুযোগ দান কৰিব। ২৪ মে' তাৰিখৰ বৈঠকৰ সিদ্ধান্ত মৰ্মে ভাষা-সাহিত্যৰ অনুষ্ঠানসমূহে সন্মিলিতভাৱে ৰাজ্যখনৰ স্পৰ্শকাতৰ অঞ্চলসমূহ ভ্ৰমণৰ সিদ্ধান্ত গ্ৰহণ কৰে। উক্ত সিদ্ধান্তৰ ভিত্তিত জুন মাহৰ ২ৰ পৰা ৬ তাৰিখলৈ, ১২ আৰু ১৩ তাৰিখে, জুলাই মাহৰ ২৪ৰ পৰা ২৬ তাৰিখলৈ, ২৮ৰ পৰা ৩০ তাৰিখলৈ, আগষ্ট মাহৰ ১৯ৰ পৰা ২২ তাৰিখলৈ, চেপ্তেম্বৰ মাহৰ ১ৰ পৰা ৩ তাৰিখলৈ, ৫ৰ পৰা ৭ তাৰিখলৈ, ১৫ৰ পৰা ১৭ তাৰিখলৈ, ২৮ৰ পৰা ৩০ তাৰিখলৈ, অক্টোবৰ মাহৰ ৫ৰ পৰা ৭ তাৰিখলৈ আৰু নৱেম্বৰ মাহৰ ২৯ আৰু ৩০ তাৰিখে বিভিন্ন পৰিক্ৰমাৰে যোৰহাট জিলাৰ টিয়কৰ চাপৰিৰ পৰা ধুবুৰী জিলাৰ শ্ৰীৰামপুৰলৈকে সংঘৰ্ষ পীড়িত আৰু স্পৰ্শকাতৰ

অঞ্চলসমূহ ভ্ৰমণ কৰা হয়। এই ভ্ৰমণত নিখিল বড়ো সাহিত্য সভা, কাৰ্বি সাহিত্য সভা, মিচিং সাহিত্য সভা, দেউৰী সাহিত্য সভা, ৰাভা সাহিত্য সভা, তিৱা সাহিত্য সভা, পূৰ্বাঞ্চল তাই সাহিত্য সভা আৰু অসম সাহিত্য সভাৰ সভাপতি, প্ৰধান তথা সাধাৰণ সম্পাদক প্ৰমুখ্যে ভালে সংখ্যক (অনুষ্ঠানসমূহৰ) প্ৰতিনিধিয়ে যোগদান কৰে। শুভেচ্ছামূলক দলসমূহে ডোলগুৰি, মংগলদৈ, বৌতা, গেৰোৱা, টংলা, ছিপাঝাৰ, পানেৰী, নিকাচি, মুছলপুৰ, জালাহ, শিমলা, চলচলী, ফুলবাৰী, শালবাৰী, বেতবাৰী, বাবাংগুৰি, কুপহী, চাৰকাংগুৰি, বিজনী, বঙাইগাঁও, মাণিকপুৰ, কোকৰাঝাৰ, গোসাঁইগাঁও, ওৱাং, আম্বেৰীঘাট, বঙিয়া, তামুলপুৰ, বৰমা, বাঘমাৰা, হাউলী, দক্ষিণ কোকিলাবাৰী, আনন্দবাজাৰ, কৰৈগুৰি, পাঠশালা, অভয়াপুৰী, খিলাসীপাৰা, ঘোৰ্কাজুলি, কুমাৰীকাটা, গহপুৰকে কেন্দ্ৰ কৰি বিস্তীৰ্ণ অঞ্চলৰ উপৰিও, কোকিলা মিলন বজাৰ, চুণাজুলি, লক্ষীমপুৰ, ধেমাজি, চিমেন চাপৰি, গহপুৰকে সামৰি আশ্ৰয় শিবিৰত আশ্ৰয় লোৱাসকলক লগ ধৰি শান্তি-সম্প্ৰীতি ৰক্ষাৰ বাবে আহ্বান জনোৱাৰ উপৰিও হিংসাৰ পথ পৰিহাৰ কৰি ভ্ৰাতৃত্ববোধক জীয়াই ৰাখিবলৈ অনুৰোধ জনোৱাৰ লগতে সাহায্যাদি আগবঢ়োৱা হয়। প্ৰতিটো ভ্ৰমণৰ অন্তত শুভেচ্ছামূলক দলে লাভ কৰা অভিজ্ঞতাৰ ভিত্তিত একোখন স্মাৰক পত্ৰ ৰাজ্য চৰকাৰৰ ওচৰত দাখিল কৰা হয়। যুগ্ম বিবৃতিযোগে ভাষা-সাহিত্যৰ অনুষ্ঠানসমূহে আন্দোলনকাৰীসকলক হিংসাৰ পথ ত্যাগ কৰি আলোচনাৰ মাধ্যমেৰে সমস্যাসমূহ সমাধানৰ বাবে আহ্বানো জনায়। এই ভ্ৰমণৰ ফলতেই অসমৰ ভাষা-সাহিত্যৰ অনুষ্ঠানসমূহৰ গভীৰ সংস্পৰ্শলৈ অসম সাহিত্য সভা আহিব পাৰিছে বুলি আৰু সংঘৰ্ষ প্ৰশমিত কৰিব পাৰিছে বুলি অনুভৱ কৰা হয়। স্পৰ্শকাতৰ অঞ্চল ভ্ৰমণৰ সময়ত বিভিন্ন সাহিত্য সভাৰ অনুষ্ঠানসমূহৰ উপৰিও কামৰূপ, দৰং, শোণিতপুৰ, বৰপেটা, নলবাৰী, লক্ষীমপুৰ, অবিভক্ত গোৱালপাৰা আদি জিলা সাহিত্য সভা তথা উত্তৰ লক্ষীমপুৰ, পছৰৰা, গহপুৰ, মংগলদৈ, আম্বেৰীঘাট, ডোলগুৰি, বঙিয়া, তামুলপুৰ, বাক্সা আঞ্চলিক, বৰমা, বাঘমাৰা, বৰপেটা, জালাহ, হাউলী, দক্ষিণ কোকিলাবাৰী, আনন্দবাজাৰ, শিমলা, কৰৈগুৰি, পাঠশালা, অভয়াপুৰী, বিজনী, গোসাঁইগাঁও, খিলাসীপাৰা, মুছলপুৰ, ছিপাঝাৰ, কোকৰাঝাৰ, মাণিকপুৰ আদি শাখা সভাৰ লগতে আজীৱন সভ্য তথা ৰাইজলৈ আদি শলাগ জ্ঞাপন কৰিলোঁ। উল্লেখযোগ্য যে তাৰা 'সমন্বয় মঞ্চ ঃ অসম'ৰ পৰবৰ্তী বৈঠকত নিম্নউল্লিখিত সিদ্ধান্তসমূহ গ্ৰহণ কৰা হয়।

(গ) (১) অসমৰ প্ৰতিটো জনগোষ্ঠীয় ভাষাই যাতে স্থানীয়ভাৱে বাঞ্ছিত বিকাশ লাভ কৰিব পাৰে তাৰ প্ৰতি অসম সাহিত্য সভা সচেষ্ট হৈ থাকিব।

(২) জনগোষ্ঠীয় ভাষাসমূহৰ লিপিৰ বিষয়টো সংশ্লিষ্ট ভাষা-ভাষীসকলে নিৰ্দ্ধাৰণ কৰিব।

(৩) জনগোষ্ঠীয় ভাষা-ভাষীকে ধৰি অসমৰ সকলো লোকৰ উমৈহতীয়া ভাষা হিচাপে অসমীয়া ভাষাৰ গুৰুত্বৰ প্ৰতি জনসাধাৰণক সচেতন কৰি ৰখাৰ বাবে আৰু পাৰস্পৰিক সহযোগিতাৰে ভাষা-সাহিত্যৰ সমৃদ্ধি ঘটাবৰ বাবে যত্ন কৰা হ'ব।

(৪) জনগোষ্ঠীয় ভাষাসমূহৰ ভাষা বা সাহিত্যৰ অনুষ্ঠানসমূহৰ লগত যোগা-যোগ ৰক্ষা কৰিবলৈ সমিতি আদি গঠন কৰিবলৈ যত্ন কৰা হ'ব।

(৫) এই উদ্দেশ্যসমূহ সফল কৰিবলৈ পৰ্যায়ক্ৰমে তলত দিয়া আঁচনি অনুসৰি প্ৰথমতে কাম হাতত লোৱা হ'ব:

(১) জনগোষ্ঠীয় ভাষাসমূহৰ অৱস্থা আৰু সমস্যা সম্পৰ্কে বিস্তাৰিতনিক আলো-চনাৰ আয়োজন
(২) জনগোষ্ঠীয় ভাষাৰ প্ৰাথমিক পুথি প্ৰণয়নৰ ব্যৱস্থা
(৩) জনগোষ্ঠীয় ভাষাসমূহৰ শব্দ সম্ভাৰ সংগ্ৰহ আৰু প্ৰকাশৰ ব্যৱস্থা
(৪) জনগোষ্ঠীয় ভাষাসমূহৰ বিভিন্ন দিশৰ গৱেষণাৰ ব্যৱস্থা
(৫) জনগোষ্ঠীয় ভাষা, সংস্কৃতি আৰু সামাজিক জীৱনৰ পৰিচয় জ্ঞাপক পুথি-পত্ৰ প্ৰকাশৰ ব্যৱস্থা
(৬) জনগোষ্ঠীয় বিভিন্ন গোটৰ মাজত প্ৰচলিত লোক-কথা, লোকগীত আদি সংগ্ৰহৰ আৰু প্ৰকাশৰ ব্যৱস্থা
(৭) বিভিন্ন গোটৰ মাজত থকা বিশ্বাস, সংস্কাৰ আদিকে ধৰি লোক-সংস্কৃতিৰ বিভিন্ন সম্পদ আৰু বিভিন্ন লোক-শিল্প সম্পৰ্কীয় বিৱৰণ, তথ্যপাতি, সামগ্ৰী আদি সংগ্ৰহ আৰু সংৰক্ষণৰ ব্যৱস্থা আৰু সিবোৰৰ বিষয়ে অধ্যয়নৰ ব্যৱস্থা
(৮) প্ৰয়োজনীয় বিষয়ৰ অসমীয়া ভাষাৰ গ্ৰন্থ জনগোষ্ঠীয় ভাষালৈ যথাসাধ্যে সংক্ষিপ্তকৈ হ'লেও অনুবাদ কৰাৰ ব্যৱস্থা
(৯) অ-জনগোষ্ঠীয় ইচ্ছুক লোকৰ বাবে জনগোষ্ঠীয় ভাষা শিক্ষা শ্ৰেণী স্থাপনৰ ব্যৱস্থা

(১০) সাংস্কৃতিক শিবিৰ আদিৰ ব্যৱস্থা
(১১) অন্যান্য আনুষংগিক কাৰ্য।

প্ৰকাশযোগ্য যে উক্ত কাৰ্যসূচীসমূহ পূৰণাৰ্থে প্ৰয়োজন অনুৰ্ণাৰ স্থাস পুঁজি গঠন কৰা হ'ব ।

## কাৰ্যনিৰ্বাহক সভা

বিগত বছৰত অসম সাহিত্য সভাৰ মুঠ পাঁচখন কাৰ্যনিবাহক সমিতিৰ পূৰ্ণাংগ বৈঠক, প্ৰকাশন সমিতিৰ তিনিখন বৈঠকৰ উপৰিও বটা উপসমিতিসমূহৰ দুইৰ পৰা তিনিখনকৈ বৈঠক অনুষ্ঠিত হৈ যায়। সভাৰ পৰম্পৰা অনুসৰি প্ৰথমখন কাৰ্যনিৰ্বাহক সমিতিৰ পূৰ্ণাংগ অধিৰেশন ২৬ মাৰ্চ তাৰিখে সভাৰ কেন্দ্ৰীয় কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱনত, দ্বিতীয় কাৰ্যনিৰ্বাহক ২৫ জুন তাৰিখে সভাৰ গুৱাহাটী কাৰ্যালয় ভগৱতী প্ৰসাদ বৰুৱা ভৱনত, তৃতীয়খন কাৰ্যনিবাহক ৬ আগষ্ট তাৰিখে দুধনৈ বুনিয়াদী বিদ্যালয় প্ৰশিক্ষণ কেন্দ্ৰত দুধনৈ সাহিত্য সভাৰ আহ্বানত, চতুৰ্থ বৈঠক বঙিয়া মহাবিদ্যালয়ত ১৯ নৱেম্বৰত বঙিয়া সাহিত্য সভাৰ আহ্বানত আৰু পঞ্চমখন বৈঠক ৮ ফেব্ৰুৱাৰী তাৰিখে বিশ্বনাথ চাৰিআলি মহাবিদ্যালয়ত বিশ্বনাথ চাৰিআলি অধিৰেশনৰ আদৰণী সমিতিৰ সহযোগত অনুষ্ঠিত হৈ যায়। অসম সাহিত্য সভাৰ পত্ৰিকাত প্ৰতিখন কাৰ্যনিবাহকৰ কাৰ্যবিৱৰণী বিস্তৃতভাৱে প্ৰকাশ কৰা হৈছে বাবে ইয়াত মাত্ৰ উল্লেখহে কৰা হ'ল ।

## সভাৰ প্ৰকাশন

১৯৮৯-৯০ বৰ্ষত সভাই ৰাজ্য চৰকাৰৰ প্ৰাথমিক শিক্ষা সঞ্চালকালয়ৰ যোগে প্ৰাথমিক বিদ্যালয়সমূহত মুঠ ১৩ খন গ্ৰন্থ যোগান ধৰাৰ অনুমতি লাভ কৰে। ফলত ১৩ খন গ্ৰন্থ পুনৰ মুদ্ৰণ কৰা হয়। গ্ৰন্থকেইখন হ'ল—'আমি পাহাৰ বগাবলৈ যাওঁ', 'আমাৰ লক্ষ্মীনাথ', 'মহাবীৰ লাচিত', 'শহীদ কুশল কোঁৱৰ', 'দেশভক্ত তৰুণৰাম ফুকন', 'মহাপুৰুষ মাধৱদেৱ,' 'বজা নৰনাৰায়ণ', 'বুঢ়া সাধু', 'ৰাজা সাধু,' 'দেউৰী সাধু', 'নবী কাহিনী', 'বিষ্ণু ৰাভা' আৰু 'সোণোৱালৰ সাধু'। আনহাতে মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ উপযোগী গ্ৰন্থ, 'চুটি গল্প', 'পাৰ্বী-পথ'ৰ পুনৰ মুদ্ৰণ কৰা হয়। ১৯৮৯-৯০ বৰ্ষত প্ৰকাশিত সভাৰ গ্ৰন্থসমূহ হ'ল— ধৰ্মেশ্বৰ চুৰবাৰ 'অসমৰ বাদ্যযন্ত্ৰ', মুনীন্দ্ৰনাথ শৰ্মাৰ 'পদ্মনাথ গোঁহাঞি বৰুৱা', আনন্দমোহন ভাগৱতীৰ 'কুশান গান', কটিক চন্দ্ৰ গগৈৰ 'হাতী চিকাৰৰ বিচিত্ৰ কাহিনী', জীৱন দাসৰ 'অসমৰ বন-বননি আৰু বন্য প্ৰাণী', শ্ৰীযুক্তা নীলিমা বৰুৰ

'গ্ৰীক দৰ্শনৰ চমু পৰিচয়', সভাৰ প্ৰাক্তন সভাপতি সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকা ৰচিত আৰু ড° হেমন্ত কুমাৰ শৰ্মা সম্পাদিত 'স্মৃতি ৰঞ্জিকা', শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী সংকলিত 'সাহিত্য আৰু চিন্তা'। বৰ্তমান যন্ত্ৰস্থ হৈ থকা গ্ৰন্থসমূহ হ'ল—'আচামিজ কৰ অল', 'কল্লোলিতা বুঢ়ী গাং', 'মাধৱদেৱ : ব্যক্তিত্ব আৰু প্ৰতিভা', 'কণ্টক উপহাৰ', 'বড়ো চুটি গল্প', 'আথৰৰ গীত', 'মিচিং লোকগীতি সংগ্ৰহ', 'অসমীয়া থণ্ডবাক্যকোষ' আৰু 'চাহ বাগিছাৰ কথা'। তিনিখন বৃহৎ গ্ৰন্থৰ আঁচনিও সভাই বছৰটোত গ্ৰহণ কৰে। গ্ৰন্থকেইখন হ'ল—'চাহ বাগিছাৰ জীৱন আৰু সংস্কৃতি', 'চৰ-চাপৰিৰ জীৱন আৰু সংস্কৃতি' আৰু 'অসমৰ লোক উৎসৱ পাৰ্বণ'। ইতিমধ্যে 'চাহ বাগিছাৰ জীৱন আৰু সংস্কৃতি' গ্ৰন্থ প্ৰণয়ন কৰি বিশিষ্ট লেখক, কবি সুশীল কুৰ্মীদেৱে সভাক দিছে। গ্ৰন্থখন অহা বছৰলৈ প্ৰকাশ কৰিব পৰা যাব বুলি আশা কৰা যায়। 'বৃহৎ অসমীয়া অভিধান' প্ৰণয়ন আঁচনিক পূৰ্ণাংগ ৰূপ দিয়া হৈছে। ৰাজ্য চৰকাৰৰ পৰা ইতিমধ্যে পঞ্চাশ হেজাৰ টকাৰ এটি সাহায্য লাভ কৰা হৈছে। এই আঁচনি সফল হ'লে সভাৰ এটি বহুদিনীয়া সপোন বাস্তৱত পৰিণত হ'ব বুলি আমি আশা কৰিলোঁ।

## অসম সাহিত্য সভাৰ ১৯৮৯-৯০ বৰ্ষৰ বঁটাসমূহ

উত্তমচন্দ্ৰ বৰুৱা বঁটা : শ্ৰীঅৰূপ ঠাকুৰ, শৰৎচন্দ্ৰ গোস্বামী বঁটা : শ্ৰীমতী তৃষ্ণাৰূপা শৰ্মা, বাসন্তী বৰদলৈ বঁটা : শ্ৰীমতী নিৰুপমা বৰগোহাঞি, মহানন্দ শশীপ্ৰভা বঁটা : শ্ৰীবিপুল শইকীয়া, অম্বিকাগিৰী ৰায়চৌধুৰী বঁটা : শ্ৰীপ্ৰসেনজিৎ চৌধুৰী, গিৰিধৰ শৰ্মা বঁটা : শ্ৰীদীপক কাকতি, গোপালচন্দ্ৰ বৰুৱা বঁটা : ড° অখিল কুমাৰ ডেকা, সীতানাথ ব্ৰহ্মচৌধুৰী বঁটা : শ্ৰীধৰ্মেশ্বৰ দুৱৰা, মোহনচন্দ্ৰ শৰ্মা বঁটা : শ্ৰীলক্ষ্মীনাথ তামুলী, অসম সংঘ (আমেৰিকা) বঁটা : শ্ৰীপল্লৱী বৰুৱা, প্ৰেমধৰ দত্ত বঁটা : উপযুক্ত মানৰ গ্ৰন্থ পোৱা নহ'ল, বনমালী শইকীয়া বঁটা : প্ৰয়োজনীয় মানদণ্ডৰ ৰচনা পোৱা নগ'ল, হৰিহৰ চৌধুৰী বঁটা : কোনো প্ৰতিযোগী পোৱা নগ'ল, কলাগুৰু বিষ্ণু ৰাভা বঁটা : ঘোষণা কৰিব পৰা নগ'ল, হৰিপ্ৰসাদ নেওগ সৌৰৱণী মুদ্ৰণ আৰু অলংকৰণ বঁটা : বঁটা ঘোষণা কৰিব পৰা নগ'ল।

## সাহিত্য সপ্তাহ পালন

অসম সাহিত্য সভাৰ আহ্বান ক্ৰমে ১৭ জানুৱাৰীৰ পৰা ৩০ জানুৱাৰীলৈ

শাখা আৰু স্বীকৃত সভাসমূহে নিৰ্দ্ধাৰিত কাৰ্যসূচীৰে 'সাহিত্য সপ্তাহ' পালন কৰে। সভাৰ দ্বাৰা কেন্দ্ৰীয়ভাবে ১৬ আৰু ১৭ জানুৱাৰী (১৯৯০) তাৰিখে কাৰ্বি আংলং জিলাৰ হাওৰাঘাট সাহিত্য সভাৰ সহযোগত হাওৰাঘাটত বৰ্ণাঢ্য অনুষ্ঠানেৰে 'শিল্পী দিৱস' পালন কৰা হয়। 'শিল্পী দিৱস' পালন কৰা জিলা আৰু শাখা সভাসমূহলৈ সভাৰ হকে শলাগ জনালোঁ।

## সমন্বয় পষেক

প্ৰথমবাৰৰ বাবে কাৰ্য-নিৰ্বাহকৰ পৰামৰ্শ অনুসৰি ২৩ জুলাইৰ পৰা ৬ আগষ্টলৈ সমন্বয় পষেক পালনৰ বাবে জিলা সভা আৰু শাখা তথা স্বীকৃত সভা-সমূহক আহ্বান জনোৱা হয়। এই ক্ষেত্ৰত উল্লেখযোগ্য সঁহাৰি সভাসমূহৰ পৰা পোৱা হয়। কেন্দ্ৰীয়ভাবে এই অনুষ্ঠান ডিব্ৰু কাৰ্যালয় বাংছিনা ভৱনত আৰু সাৰবণি অনুষ্ঠান দুধনৈ সাহিত্য সভাৰ সহযোগত দুধনৈত সফলভাবে অনুষ্ঠিত কৰা হয়। দুয়োটা অনুষ্ঠানতে অসমৰ ভাষা-সাহিত্য অনুষ্ঠানসমূহৰ সভাপতি, সাধাৰণ সম্পাদক তথা প্ৰতিনিধি উপস্থিত থাকি সভাক সহযোগ আগবঢ়ায়।

## সংগঠন সপ্তাহ

২৪ৰ পৰা ৩০ নৱেম্বৰলৈ 'সংগঠন সপ্তাহ' পালনৰ বাবে জিলা, শাখা আৰু স্বীকৃত সভাসমূহলৈ আহ্বান জনোৱা হয়। নিজ নিজ এলেকাৰ অঞ্চললৈ গৈ সভা-সমূহে সংগঠনৰ কাৰ্যসূচী সম্পন্ন কৰে বুলি প্ৰতিবেদন পোৱা হৈছে। মূল সভাৰ পৰাও উক্ত সময়ছোৱাত অভিযান চলোৱা হয়।

## শিলং কলা পৰিষদৰ বক্তৃতা অনুষ্ঠান

অসম সাহিত্য সভাই প্ৰতি বছৰে অনুষ্ঠিত কৰা এইজাৰি বক্তৃতাৰ ১৯৮৮-৮৯ চনৰ অনুষ্ঠিত কৰিবলগীয়া বক্তৃতাটি যোৱা ৩ ছেপ্তেম্বৰ তাৰিখে বৰপেটা সাহিত্য সভাৰ সহযোগত বৰপেটাত অনুষ্ঠিত হয়। 'অসমৰ ওজাপালি' শীৰ্ষক বক্তৃতাটি প্ৰদান কৰে গৱেষক পণ্ডিত ড° নবীন চন্দ্ৰ শৰ্মাদেৱে। আৰু বক্তৃতাৰ দ্বিতীয়টি অনুষ্ঠান (১৯৮৯-৯০) ১৯ ডিচেম্বৰত গোৱালপাৰা জিলাৰ বিলাসীপাৰাত অবিভক্ত গোৱালপাৰা জিলা সাহিত্য সভাৰ উদ্যোগত অনুষ্ঠিত হয়। 'কুশান গান'ৰ বিষয়ে শিল্পী শ্ৰীযুত আনন্দমোহন ভাগৱতীয়ে উক্ত বক্তৃতা প্ৰদান কৰি সহযোগ আগবঢ়ায়। বক্তৃতা সম্বলিত গ্ৰন্থখন ইতিমধ্যে প্ৰকাশ পাইছে। 'অসমৰ ওজাপালি' গ্ৰন্থখনো প্ৰকাশৰ ব্যৱস্থা কৰা হৈছে।

## কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা দিৱস পালন

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা দিৱস কেন্দ্ৰীয়ভাৱে বৰপেটা জিলাৰ জালাহ সাহিত্য সভাৰ সহযোগত সাম্প্ৰতিক পৰিস্থিতিত স্পৰ্শকাতৰ হৈ পৰা স্থান জালাহত ১৯ আৰু ২০ জুনত দুদিনীয়া কাৰ্যসূচীৰে পালন কৰা হয়। সাম্প্ৰতিক আন্দোলনৰ পৰিপ্ৰেক্ষিতত ভীত আৰু শংকিত হৈ পৰা সত্বেও কেইবা হাজাৰো ৰাইজে অনুষ্ঠানত যোগদান কৰাটো বিশেষভাৱে উল্লেখনীয়। সভাৰ জিলা আৰু শাখা সভাসমূহে বিষ্ণুৰাভা দিৱস পালন কৰি সভালৈ প্ৰতিবেদন পঠায়।

## কৰ্মশালা

সুভাষ আঁচনি অনুসৰি ১১ অক্টোবৰৰ পৰা ১৩ অক্টোবৰলৈ হাজোত মণিকূট সাহিত্য সমাজৰ সহযোগত নবীন কবিৰ কবিতাৰ কৰ্মশালা, ২৭—৩০ অক্টোবৰলৈ সোণাৰিত নবীন গল্পকাৰৰ চুটি গল্পৰ ওপৰত কৰ্মশালা আৰু বাইহাটা চাৰিআলি সাহিত্য সভা আৰু পূব কামৰূপ সাংস্কৃতিক সমাজৰ সহযোগত নবীন নাট্যকাৰৰ নাট কৰ্মশালা ৯—১১ জানুৱাৰীত বাইহাটা চাৰিআলিত অনুষ্ঠিত কৰা হয়। তিনিওটা কৰ্মশালাত মুঠ ডেৰশ গৰাকী নবীন লেখক-লেখিকাই প্ৰশিক্ষণ লাভ কৰে।

## চৰ অঞ্চল ভ্ৰমণ

নৱেম্বৰ মাহত অসম সাহিত্য সভাৰ মাননীয় সভাপতিৰ নেতৃত্বত এটি দহজনীয়া প্ৰতিনিধি দলে বৰপেটা, কামৰূপ আৰু গোৱালপাৰা জিলাৰ পল্লপাৰা, চেনিমাৰী, ম'হচৰা, চেঙাৰপাৰা, দক্ষিণ গধূলি, শিমলিতলি, খোলাবান্ধা, আলোপতি আৰু মন্দিয়া অঞ্চলত জনসংযোগ কাৰ্যসূচী সম্পন্ন কৰে। যোৱা ৫ ফেব্ৰুৱাৰী তাৰিখে মাননীয় সভাপতি আৰু সভাৰ জাতীয় জ্ঞানৰ আহ্বায়কৰ সহযোগত এটি পাঁচজনীয়া প্ৰতিনিধি দলে লোণভলী চৰ ভ্ৰমণ কৰি চৰবাসী ৰাইজৰ মাজত সাহিত্যৰ বাতাবৰণ সৃষ্টি কৰাত অৰিহণা যোগায়।

## জনসংযোগ, শুভেচ্ছামূলক ভ্ৰমণ আদি

যোৱা এপ্ৰিল মাহত মাননীয় সভাপতি মহোদয় প্ৰমুখ্যে এটি প্ৰতিনিধি দলে বৰাক উপত্যকাৰ কাছাৰ আৰু কৰিমগঞ্জ জিলাৰ বেৰাবগাঁও, গড়ৰ ভিতৰ, আজগাপুৰ, দুৰ্লভপুৰ, কৃষ্ণনগৰ, পাথাৰকান্দি, ভাৰাপুৰ আদি অঞ্চলত

জনসংযোগ কাৰ্যসূচী সফলভাবে সম্পন্ন কৰে। উল্লেখযোগ্য—এই ভ্ৰমণকালত শিলচৰ সাহিত্য সভাৰ নতুনকৈ নিৰ্মাণ কৰিব খোজা চুৰহজীয়া সাহিত্য সভা ভৱনৰ আধাৰশিলা সভাপতি মহোদয়ে স্থাপন কৰে।

জুন মাহত সাহিত্য সভাৰ তৰফৰ পৰা শুভেচ্ছামূলক ভ্ৰমণ, জনসংযোগ, শাখা সাহিত্য সভা পুনৰ গঠন আৰু সক্ৰিয়কৰণ কৰাৰ মানসেৰে পৰভোগ, হাউলী, সৰুপেটা, বনগাঁও, পাঠশালা, নিত্যানন্দ, বিহাবাৰী, শিমলা, কোকিলা-বাৰী, বাঘমাৰা, জালাহ অঞ্চল ভ্ৰমণ কৰা হয়। এই সময়চোৱাত তিনিখন নতুন শাখা আৰু ছয়খন শাখা সভা সক্ৰিয়কৰণ কৰা হয়। জুলাই মাহত অসমৰ সাম্প্ৰতিক পৰিস্থিতিত স্পৰ্শকাতৰ হৈ পৰা কামৰূপ জিলাৰ গোৰেশ্বৰ, বৰ্ণিয়া, বাইহাটা চাৰিআলি আদি অঞ্চলৰ বাইজৰ মাজত গণসংযোগ কাৰ্যসূচী সম্পন্ন হয়। চেপ্তেম্বৰ মাহত নলবাৰী আৰু বৰপেটা জিলাৰ ন-মাটি, টিহু, সৰ্থেবাৰী, বৰপেটা, হাউলী আদি ঠাইত শাখা সভাৰ আমন্ত্ৰণক্ৰমে বাজহুৱা সভাত যোগদান কৰি মাননীয় সভাপতি মহোদয়ে সমবেত বাইজক কোনো পৰিস্থিতিতে মনোবল নেহেৰুৱাবলৈ আৰু শান্তি-সম্প্ৰীতি অটুট ৰখাত সকলো প্ৰকাৰৰ সহায়-সহযোগ আগবঢ়াবলৈ আহ্বান জনায়। ২১ ডিচেম্বৰৰ পৰা মণিপুৰ সাহিত্য পৰিষদ, অসমৰ উদ্যোগত ভাষা-সাহিত্য সমন্বয় মঞ্চৰ অংশীদাৰ অনুষ্ঠানসমূহৰ সহযোগত এটি শুভেচ্ছামূলক দলে মণিপুৰ ৰাজ্যৰ বিভিন্ন অঞ্চল ভ্ৰমণ কৰি ওচৰ-চুবুৰীয়া দেশ মণিপুৰবাসী বাইজৰ লগত সাহিত্য সভাই সংযোগ স্থাপন কৰে। এই ভ্ৰমণ কালত মণিপুৰী, ৰাভা, বড়ো, কাৰ্বি আৰু অসমীয়া ভাষাৰ কবিতা পাঠৰ অনুষ্ঠান অনুষ্ঠিত হয় আৰু মাননীয় সভাপতি শ্ৰীযুত ৰবাৰেৰে মণিপুৰী ভাষাৰ নিৰ্বাচিত চুটি গল্প অসমীয়ালৈ অনুবাদ কৰি এটি সংকলন প্ৰকাশ কৰাৰ প্ৰস্তাৱ আগবঢ়ায়। ডিচেম্বৰ মাহত মাজুলীৰ বিভিন্ন অঞ্চলত জনসংযোগ কাৰ্যসূচীত অংশ গ্ৰহণ কৰোঁতে উজনি-মাজুলীৰ সাহিত্য সভাৰ সাহিত্য সভা ভৱনৰ আধাৰশিলা স্থাপন কৰে মাননীয় সভাপতি মহোদয়ে। মাজুলীৰ বিভিন্ন শাখাই সন্মিলিতভাৱে কৰা সভাৰ উক্ত জনসংযোগ কাৰ্যসূচীৰ সমাপনত সভাৰ নিষ্ঠাবান সেৱক শ্ৰীদিলীপ হুকনে আগবঢ়োৱা সেৱা বিশেষভাৱে উল্লেখযোগ্য। উক্ত জনসংযোগ কাৰ্যসূচীৰ অংশ হিচাপে স্বৰ্গীয় তৰুণচন্দ্ৰ পামেগামৰ ৰচনাৱলীৰ প্ৰথম খণ্ড ৺পামেগামৰ পৰিয়ালবৰ্গক আনুষ্ঠানিকভাৱে অৰ্পণ কৰা হয়। জন-সংযোগ আঁচনি আৰু সংগঠন কাৰ্যসূচী ৰূপায়ণৰ ক্ষেত্ৰত যোৰহাট সাহিত্য সভাৰ সম্পাদক আৰু সভাৰ আইন-উপদেষ্টা শ্ৰীভৱ গোস্বামীৰ সহযোগত বৈচোৰাৰি,

হেমলাই, খনিকৰ ডালিম আৰু সোণোৱাল চাহ বাগিচাত সাহিত্য সভাৰ শাখা স্থাপন কৰা হয়। শাখা সাহিত্য সভাসমূহ মাননীয় সভাপতি শ্ৰীমহিম বৰাদেৱে আনুষ্ঠানিকভাৱে মুকলি কৰে। চাহ জনজাতি ছাত্ৰ সন্থাৰ সদস্য আৰু চাহ শ্ৰমিকৰ বহু সংখ্যক লোক সাহিত্য সভাৰ সভ্য আৰু আজীৱন সভ্যৰূপে ভৰ্তি হয়। লক্ষীমপুৰ জিলাৰ পহুমাৰা সাহিত্য সভাৰ সহযোগত আন এখন আলোচনা চক্ৰ আৰু সেই অঞ্চলৰ চাহ বাগিচাসমূহত জনসংযোগৰ কাৰ্যসূচীৰ সফল ৰূপায়ণ হয়। ইয়াৰ লগতে আন বহুতো ঠাইত জনসংযোগ কাৰ্যসূচী হৈছিল যদিও প্ৰতিবেদন দীঘলীয়া হোৱাৰ ভয়ত উল্লেখ কৰা নহ'ল।

## মাধৱদেৱৰ পাঁচশতম জন্ম-শতবাৰ্ষিকী উদ্‌যাপন

সভাই সাংস্কৃতিক সঞ্চালকালয়ৰ সহযোগত পশ্চিমবংগৰ মধুপুৰ সত্ৰত মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ পাঁচশতম জন্মশতবাৰ্ষিকী উৎসৱ ১৯ আৰু ২০ ডিচেম্বৰ তাৰিখে আলোচনা চক্ৰ, মুকলি সভা, সাংস্কৃতিক অনুষ্ঠান আদিৰে সফলভাৱে উদ্‌যাপন কৰে।

## জনপ্ৰিয় বক্তৃতা

১৮ নবেম্বৰ তাৰিখে বঙিয়াত প্ৰথম জনপ্ৰিয় বক্তৃতা 'অসমীয়া গীতি সাহিত্য' শীৰ্ষক বক্তৃতা প্ৰদান কৰে অধ্যাপক তফজ্জুল আলিয়ে। ২৯ ডিচেম্বৰ তাৰিখে মাজুলীৰ কমলাবাৰীত জনপ্ৰিয় বক্তৃতাৰ দ্বিতীয় লানি 'অসমীয়া সাহিত্যত সংস্কৃত সাহিত্যৰ প্ৰভাৱ' শীৰ্ষক বক্তৃতা আগবঢ়ায় শ্ৰীযুত ৰজনীকান্ত দেৱ শৰ্মাই। 'অসমীয়া সাহিত্যৰ সমালোচনাৰ ধাৰা' আৰু 'পুৰণি অসমীয়া সাহিত্যৰ অধ্যয়নৰ আৱশ্যকতা আৰু বিজ্ঞানসম্মত চিন্তা-চৰ্চা' শীৰ্ষক বক্তৃতা প্ৰদান কৰে যথাক্ৰমে ড° মুকুন্দমাধৱ শৰ্মা আৰু ড° ৰামচৰণ ঠাকুৰীয়াদেৱে।

## লেখক শিবিৰ আদি

যোৱা ২৯ আৰু ৩০ এপ্ৰিল তাৰিখত (১৯৮৮ চনত হ'বলগীয়া) চতুৰ্দশ লেখক শিবিৰ গুৱালকুছিৰ জ্যোতি সাহিত্য সভাৰ উদ্যোগত গুৱালকুছি মহাবিদ্যালয় প্ৰাংগণত অনুষ্ঠিত হয়। ৬ আৰু ৭ জানুৱাৰী '৯০ তাৰিখে নাহৰূপ সাহিত্য সভাৰ সহযোগত 'অসমৰ জনগোষ্ঠীৰ জীৱন: সমস্যা আৰু সমস্যা সমাধানৰ উপায়' শীৰ্ষক এখনি ৰ্কাচ্য আলোচনা চক্ৰ অনুষ্ঠিত হয়। চক্ৰত অসমৰ বিভিন্ন জনগোষ্ঠীৰ প্ৰতিনিধিসকলে অংশ গ্ৰহণ কৰে। চৰকাৰলৈ প্ৰেৰণ কৰা আঁচনি অনুসৰি এই আলোচনাৰ-বিষয়বস্তু সম্বলিত এখন পুস্তিকা প্ৰকাশৰ

দিহা কৰা হৈছে। উক্ত আঁচনিৰে বাজিাক চৰকাৰৰ পৰা সাহায্য লাভ কৰা হয়। অসমীয়া হাস্য ব্যংগ সাহিত্যৰ অনুষ্ঠান নগাঁও সাহিত্য সভাৰ সহযোগত ২৯ আৰু ৩০ জানুৱাৰী তাৰিখে নগাঁওত সফলভাৱে অনুষ্ঠিত হয়।

## সমন্বয়মূলক কবি সন্মিলন

সভাৰ প্ৰস্তাৱ মৰ্মে কাৰ্বি আংলং জিলাৰ লাংহিন তিনিআলিৰ ফুলনি সাহিত্য সভাৰ সহযোগত এখন সমন্বয়মূলক কবি সন্মিলন ১৫ ডিচেম্বৰ তাৰিখে অনুষ্ঠিত হয়। এই সন্মিলনত অসমৰ বিভিন্ন ভাষাগোষ্ঠীৰ কবিসকলে তেওঁলোকৰ নিজ নিজ ভাষাৰ কবিতাসমূহ পাঠ কৰাৰ লগতে অসমীয়াত ভাঙনি নিবেদন কৰে।

## প্ৰতিষ্ঠা দিৱস, শতবাৰ্ষিকী আদি

যোৱা ২৬ ডিচেম্বৰ তাৰিখে অসম সাহিত্য সভাৰ প্ৰতিষ্ঠা দিৱস ৰংপুৰ সাহিত্য সভাৰ সহযোগত শিৱসাগৰত কেন্দ্ৰীয়ভাৱে উদ্‌যাপিত হয়। লগতে 'অসমত গীতৰ ধাৰা' শীৰ্ষক সৰস এখনি আলোচনা চক্ৰও অনুষ্ঠিত হৈ যায়। সভাৰ সকলো জিলা শাখা আৰু স্বীকৃত সভাসমূহেও এই দিৱস পালন কৰাৰ প্ৰতিবেদন পোৱা হৈছে।

## চন্দ্ৰনাথ শৰ্মা শতবাৰ্ষিকী উৎসৱ

অসম সাহিত্য সভাৰ একনিষ্ঠ সেৱক, জাতীয়তাবাদী, কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাৰ জন্ম-শতবাৰ্ষিকী যোৱা ৮ আৰু ৯ ডিচেম্বৰ তাৰিখে বিভিন্ন কাৰ্যসূচীৰে বিহুতৰিত চন্দ্ৰনাথ শৰ্মা সাহিত্য সভাৰ উদ্যোগত বৰ্ণাঢ্য কাৰ্যসূচীৰে উদ্‌যাপন কৰা হয়। ২৩ আৰু ২৪ জানুৱাৰী তাৰিখে কৰিমগঞ্জ জিলাৰ আচিমগঞ্জত বৰাক-ব্ৰহ্মপুত্ৰ উপত্যকাৰ 'সমন্বয়মূলক কবি সন্মিলন আৰু মুকলি সভা' সফলভাৱে অনুষ্ঠিত হয়।

৬ ফেব্ৰুৱাৰী তাৰিখে লক্ষ্মীৰাম বৰুৱা সদনত মাননীয় প্ৰাক্তন সভাপতি আৰু প্ৰধান সম্পাদকসকলৰ মিলনৰ অনুষ্ঠান অনুষ্ঠিত হয়। ন-গৰাকী মাননীয় প্ৰাক্তন সভাপতি আৰু দুগৰাকী প্ৰধান সম্পাদকে যোগদান কৰি অনুষ্ঠানৰ সৌষ্ঠৱ বৃদ্ধি কৰে।

## ভাষা শিক্ষা শ্ৰেণী, ভাষা শিক্ষা সংসদ আদি

সভাৰ আঁচনি অনুসৰি গুৱাহাটীৰ ভগৱতী প্ৰসাদ বৰুৱা ভৱনত ভাষা শিক্ষা

শ্ৰেণীৰ তিনিটা গোটৰ পৰীক্ষা সম্পন্ন হয়। সৰ্বমুঠ ৪৭ গৰাকী প্ৰশিক্ষাৰ্থীয়ে মাধ্যমিক পৰ্যায়ত আৰু দুগৰাকীয়ে প্ৰাথমিক পৰ্যায়ত এই পৰীক্ষাত উত্তীৰ্ণ হয়। গুৱাহাটীৰ মাৰোৱাৰী যুৱ মঞ্চ আৰু পূৰ্বোত্তৰ প্ৰদেশীয় মাৰোৱাৰী যুৱ মঞ্চৰ অৰ্থৰ সাহায্যত প্ৰথমবাৰৰ বাবে অসমত বাস কৰা অনা-অসমীয়া ভাষীসকলৰ বাবে অসমীয়া ভাষা শিক্ষা শ্ৰেণী মুকলি কৰা হয়। উক্ত মঞ্চই ভাষা শিক্ষা শ্ৰেণীৰ সমুদায় ব্যয় বহন কৰাৰ বাবে ধন্যবাদৰ পাত্ৰ। সভাৰ কেন্দ্ৰীয় কাৰ্যালয়ত ভাষা শিক্ষা শ্ৰেণীৰ প্ৰশিক্ষণ কেন্দ্ৰ এটি মুকলি কৰাৰ বাবে ভাষা প্ৰয়োগ সঞ্চালকালয়ে অনুমোদন জনাইছে। কেন্দ্ৰীয় কাৰ্যালয় যোগে ভাষা শিক্ষা সংসদৰ দ্বাৰা পৰিচালিত পৰীক্ষাসমূহ অনুষ্ঠিত কৰা হৈছে।

## কাৰ্যালয়ৰ ভৱন মেৰামতি আদি

চন্দ্ৰকান্ত সন্দিকৈ ভৱন আৰু ভগৱতী প্ৰসাদ বৰুৱা ভৱনত চূণ-তেল আৰু চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ টিনত ৰং দিয়া কাৰ্য সম্পন্ন কৰা হৈছে। লক্ষ্মীৰাম বৰুৱা সদনৰ মেৰামতিৰ কাম ব্যয়বহুল হোৱাত পৰৱৰ্তী বছৰলৈ স্থগিত ৰখা হয়। আনহাতে গুৱাহাটীৰ ভগৱতী প্ৰসাদ বৰুৱা ভৱন, লক্ষ্মীৰাম বৰুৱা সদন আৰু ডিফুৰ বাংছিনা ভৱনৰ আচবাবসহ বীমাকৰণ সম্পূৰ্ণ কৰা হৈছে।

## সুৰেন্দ্ৰ ভৱন

সভাই ইয়াৰ কেন্দ্ৰীয় কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱন প্ৰাংগণত পুথিভঁৰাল আৰু গ্ৰন্থ বিপনিৰ কেন্দ্ৰ মুকলিৰ বাবে বৈচাহাবি চাহ বাগিছাৰ স্বত্বাধিকাৰৰ পৰা সুৰেন্দ্ৰ কুমাৰ ভৱন নামৰ এটি ভৱন নিৰ্মাণৰ বাবে অনুপ কুমাৰৰ পৰা এটি প্ৰস্তাৱ লাভ কৰে। সভাৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱন, অৱৰক্ষণ সমিতিৰ লগতে কাৰ্য-নিৰ্বাহকৰ পৰা উক্ত ভৱন নিৰ্মাণৰ অনুমতি লাভ কৰাত এক বৰ্ণাঢ্য কাৰ্যসূচীৰে ভৱনৰ আধাৰশিলা স্থাপন কৰে সভাৰ মাননীয় সভাপতি শ্ৰীযুত মহিম বৰাদেৱে। সভাৰ আইন উপদেষ্টা তথা যোৰহাট সাহিত্য সভাৰ সম্পাদক শ্ৰীভৱ গোস্বামীৰ অপৰিসীম যত্নত উক্ত ভৱন সভাই দান হিচাপে লাভ কৰিবলৈ সক্ষম হোৱা বাবে শ্ৰীগোস্বামী প্ৰমুখ্যে সুধীসকললৈ সভাৰ হকে কৃতজ্ঞতা জনালোঁ।

কেন্দ্ৰীয় কাৰ্যালয় আৰু গুৱাহাটী কাৰ্যালয়ত বহুদিন বিকল হৈ থকা পানী

যোগান ব্যৱস্থা সম্পূৰ্ণ কৰা হৈছে। উল্লেখযোগ্য যে এই কামৰ বাবে আৱশ্যকীয় নলী আদি সুলভ মূল্যত আৰু বিনামূলীয়াভাৱে পোৱা হয়।

কেন্দ্ৰীয় কাৰ্যালয়ৰ বেৰ মেৰামতিৰ কাম কৰিবৰ বাবে ইটা, বালি আদি ভৱনৰ দাতা পক্ষৰ পৰা পোৱা হৈছে আৰু উক্ত কাম অতি সোনকালে সম্পূৰ্ণ কৰিব পৰা হ'ব বুলি আশা কৰিলোঁ। সভাৰ মূল পুঁজিৰ ধনেৰে বাধাকান্ত সন্দিকৈ ভৱনৰ তিনিটা কোঠালি বেৰকুৰ দি সভাৰ প্ৰকাশনসমূহ ৰখাৰ ব্যৱস্থা কৰিবলৈ লোৱা হৈছে। বাংছিনা ভৱনৰ ভূমিকম্পত ক্ষতিগ্ৰস্ত অংশসমূহ মেৰামতি কৰা কাৰ্য সম্পন্ন কৰা হৈছে। ভৱন মেৰামতি আদি ক্ষেত্ৰত পোৱা সক্ৰিয় সহযোগৰ বাবে (সৰ্বশ্ৰী) নগেন্দ্ৰ ৰৰা, প্ৰমোদ মেধি, মহেন্দ্ৰ বৰবৰলৈ প্ৰমুখ্যে সুধীজনলৈ সভাগ জনালোঁ। গুৱাহাটী কাৰ্যালয়ৰ চৌহদত থকা পুথিভঁৰাল সঞ্চালকালয়ৰ অসম আহিৰ বৰটো শিক্ষা সচিবৰ সহযোগত দাম হিচাপে লাভ কৰা হৈছে।

## আঁচনি, অনুদান আদি

কেন্দ্ৰীয় গৱেষণা কেন্দ্ৰ, যোৰহাট, জনগোষ্ঠীয় ভাষাৰ গৱেষণা কেন্দ্ৰ, ডিফু আৰু পুৰণি পুথি সংৰক্ষণ আৰু প্ৰকাশৰ বাবে অসম চুক্তিৰ ৬ নং দফা অনুসৰি আৰ্থিক মঞ্জুৰি বিচাৰি ৰাজ্য চৰকাৰৰ জৰিয়তে কেন্দ্ৰীয় চৰকাৰলৈ আঁচনি প্ৰেৰণ কৰা হয়। একেদৰে বৃহৎ অসমীয়া পূৰ্ণাংগ অভিধান প্ৰণয়নৰ বিস্তৃত আঁচনি অসম চুক্তিৰ ৬ নং দফা অনুসৰি চৰকাৰৰ ওচৰত দাখিল কৰা হৈছে।

আঁচনি অনুসৰি ৰাজ্যিক সাংস্কৃতিক সঞ্চালকালয়ৰ পৰা বিচিং লোকগীতি সংগ্ৰহ আৰু অসমৰ লোক-উৎসৱ পাৰ্বণ গ্ৰন্থৰ বাবে পচাশ হেজাৰকৈ একলাখ টকাৰ আৰ্থিক মঞ্জুৰি পোৱা হৈছে যদিও মঞ্জুৰিৰ ধন অহা বিত্তীয় বছৰতহে লাভ কৰা হ'ব।

চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি, চৰ-চাপৰিৰ জীৱন আৰু সংস্কৃতিৰ গ্ৰন্থৰ বাবেও বিভাগীয় দপ্তৰলৈ আঁচনি প্ৰেৰণ কৰা হৈছে। ১৯৮৭-৮৮ বিত্তীয় বছৰৰ পৰা প্ৰায় ছয়লাখ টকাৰ শিশু সাহিত্য যোগানৰ সুবিধা পোৱা গৈছে। এই পুথি-সমূহৰ ছপা কাম আৰম্ভ কৰা হৈছে।

১৯৮৮-৮৯ বৰ্ষৰ বাবে এই আঁচনিযোগে আৰু বাবধন গ্ৰন্থ অনুমোদিত হোৱাত কেইবা লাখ টকাৰ গ্ৰন্থ যোগান ধৰাৰ সুবিধা সভাই লাভ কৰিব বুলি আশা কৰা গৈছে।

## অসম সাহিত্য সভা পত্ৰিকা

এই বছৰৰ সভাৰ পত্ৰিকা প্ৰথম সংখ্যা ড° নবেন কলিতাৰ সম্পাদনাত, দ্বিতীয় সংখ্যা আৰু তৃতীয়, চতুৰ্থ সংখ্যা যুগ্মভাৱে অধ্যাপক নাহেন্দ্ৰ পাতৰ সম্পাদনাত প্ৰকাশ কৰা হৈছে।

## আৰ্থিক স্থিতি আদি

সভাৰ আৰ্থিক স্থিতি আশাপ্ৰদ নহয়। সভাৰ ১৯৮৯-৯০ বৰ্ষৰ আনুমানিক জমা ৩,৩২,৩০৪.০০ আৰু মুঠ খৰচ ৩,৩২,৩০৪.০০ টকা। ৰাজ্য চৰকাৰৰ প্ৰত্যক্ষ যোগান আঁচনি লাভ কৰাত সভাত প্ৰকাশন শিতানত জমাৰ পৰিমাণ বাঢ়িছে। ইতিমধ্যে প্ৰকাশ শিতানত সুকীয়া হিচাপ প্ৰথম বাৰৰ বাবে মুকলি কৰা হৈছে। সভাৰ জিলা, শাখা আৰু স্বীকৃত সভা আৰু আজীৱন সভ্যৰ সংখ্যা বৃদ্ধি পাইছে। যোৱা দুবছৰৰ সংখ্যা তলত উল্লেখ কৰা হ'ল—

| | | |
|---|---|---|
| মুঠ জিলা সভা | ১৯৮৮-৮৯ চন | ১১ খন |
| | ১৯৮৯-৯০ | ১২ খন |
| মুঠ শাখা সভা | ১৯৮৮-৮৯ | ৮৩৩ খন |
| | ১৯৮৯-৯০ | ৮৮২ খন |
| স্বীকৃত সভা | ১৯৮৮-৮৯ | ৬ খন |
| | ১৯৮৯-৯০ | ৫ খন |

১৯৮৯-৯০ বৰ্ষত মুঠ. ১৩৫ জনক আজীৱন সভ্য হিচাপে স্বীকৃতি দিয়া হৈছে। ৫৩ তম বিশ্বনাথ চাৰিআলি অধিবেশনত যোগদান কৰা শাখা সভাৰ প্ৰতিনিধি সংখ্যা ১৩৬৩ জন। আজীৱন সভ্যৰ প্ৰতিনিধি সংখ্যা ১৩৩ জন। জিলা সভাৰ প্ৰতিনিধি ১৪ জন। শাখা সভাৰ দৰ্শক প্ৰতিনিধি সংখ্যা ৫৩১ জন আৰু আজীৱন সভ্যৰ দৰ্শক প্ৰতিনিধি সংখ্যা ৮১ জন।

## সাদৰ নিবেদন

অসম সাহিত্য সভাৰ দৰে বৃহৎ পৰিসৰৰ জাতীয় অনুষ্ঠানটিৰ বিস্তৃত অনুষ্ঠান এটিৰ বিস্তৃত আঁচনিসমূহ ৰূপায়ণৰ বাবে এটা বছৰ যথেষ্ট নহয়। তথাপি আমি চেষ্টাৰ অকণমানো ত্ৰুটি কৰা নাছিলোঁ। এটা বছৰত আটাইবোৰ আঁচনি সুকলমে সম্পন্ন কৰাও কোনোপধ্যে সম্ভৱপৰ নহয়। ফলত তালোৱান আঁচনিৰ

কাম বহুবটিত আৰম্ভ কৰাহে হৈছে। আনহাতে ৰাজ্যৰ সাম্প্ৰতিক পৰিস্থিতি, আন্দোলন, বিভিন্ন সংগঠনৰ বন্ধ আদিৰ কাৰ্যসূচী, বানপানীকে ধৰি প্ৰাকৃতিক দুৰ্যোগ, বিভিন্ন পৰীক্ষাৰ কাৰ্যসূচী আদিৰ কাৰণে মাত্ৰ সীমিত কেইটামান মাহহে সভাৰ আঁচনিসমূহ ৰূপায়ণৰ বাবে অনুকূল সময়। তথাপি সভাৰ বিভিন্ন শাখা, জিলা সাহিত্য সভা আৰু অসম সাহিত্য সভাৰ প্ৰতি থকা অসমৰ সমূহ জনগোষ্ঠীৰ লগতে জনসাধাৰণৰ স্নেহ আৰু সক্ৰিয় সহযোগত আমি এটা বছৰ কাৰ্যনিৰ্বাহ কৰিলোঁহক। এই কালছোৱাৰ আমি জ্ঞাতে বা অজ্ঞাতে যি দোষ-ত্ৰুটি কৰিলোঁ তাৰবাবে সকলোৰে ওচৰত ক্ষমা বিচাৰিলোঁ। আমাক বিভিন্ন কামত সহায়-সহযোগ, দিহা-পৰামৰ্শ আগবঢ়োৱা বাবে জিলা, শাখা আৰু স্বীকৃত সভা, আজীৱনকে ধৰি সভাৰ বিভিন্ন পৰ্যায়ৰ সভ্য-সভ্যাৰ লগতে প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে জড়িত সুধীমণ্ডলী আৰু বিভিন্ন জনগোষ্ঠীৰ ভাষা-সাহিত্যৰ সংগঠনসমূহৰ লগতে অসম, মণিপুৰ, নগালেণ্ড, পশ্চিমবঙ্গ, অৰুণাচল আৰু মেঘালয়ৰ সুধী ৰাইজলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। মাননীয় সভাপতি শ্ৰীযুত মহিম বৰা, উপ-সভাপতি শ্ৰীযুত ৰাম গগৈ প্ৰমুখ্যে সভাৰ বিষয়ববীয়া তথা কাৰ্যনিৰ্বাহকৰ সদস্য-সদস্যাসকললৈ তেওঁলোকৰ সহযোগৰ বাবে আন্তৰিক শলাগ জনালোঁ। সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক ড° নগেন শইকীয়া, অধ্যাপক প্ৰফুল্ল চন্দ্ৰ ভট্টাচাৰ্য, অধ্যাপক অমল ৰাজখোৱা, ড° হেমন্ত কুমাৰ শৰ্মা, অধ্যাপক দুৰ্গেশ্বৰ শৰ্মা; তাৰোপৰি ড° ৰামচৰণ ঠাকুৰীয়া, অধ্যাপক প্ৰকাশ গোস্বামী, শ্ৰীযুত ভৱ গোস্বামী, শ্ৰীজযোদৰ বৰা, শ্ৰীপ্ৰমোদ মেধি, শ্ৰীদিলীপ ফুকন, শ্ৰীধিহৰাম বড়ো, শ্ৰীলক্ষ্মীনাথ পাৰ্গিং, অধ্যাপক কাৰাম ইংহজ, শ্ৰীমহেন্দ্ৰনাথ বৰদলৈ, শ্ৰীশৈলেন দাস, শ্ৰীকৰুণাকান্ত ভড়ালী, শ্ৰীছাৰ্মছিং ৰাকে, শ্ৰীৰাজেন্দ্ৰনাথ বৰদলৈ, শ্ৰীনৱাৰুণ বৰ্মা, শ্ৰীপ্ৰমোদ কাকতি, শ্ৰীবিক্ৰমজিত চক্ৰৱৰ্তী, শ্ৰীডিম্বেশ্বৰ শইকীয়া, শ্ৰীমুকুন্দ কলিতা, শ্ৰীচক্ৰপাণি কলিতা, শ্ৰীপ্ৰবোধ শৰ্মা, শ্ৰীমুকুল গোস্বামী, ইব ইজিমুদ্দিন দেৱান, শ্ৰীনবীৰ হুচেইন, শ্ৰীমনোমোহন শৰ্মা, শ্ৰীবৰুণ দাস, শ্ৰীউপেন্দ্ৰ চন্দ্ৰ নাথ, শ্ৰীকাৰ্ত্তিক হাজৰিকা, শ্ৰীসমীৰ মেধি, শ্ৰীপ্ৰভাত কুমাৰ বৰ্মণ, শ্ৰীমনোৰঞ্জন সেন আদিৰ লগতে আমাক বিভিন্ন দিশত সহায় কৰা সত্বেও এই মুহূৰ্তত স্মৃতি পটত ভাহি নুঠা অসমৰ বিভিন্ন প্ৰান্তৰ সুধীসকললৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ।

শোষক জাতি, বর্ণ, ধর্ম-নির্বিশেষে অসম তথা পূর্বাঞ্চলৰ জনসাধাৰণলৈ সশ্ৰদ্ধ প্ৰণিপাত জনাই সভাৰ সৰ্বপ্ৰকাৰ প্ৰগতি কামনা কৰি আমাৰ প্ৰতিবেদনৰ সামৰণি মাৰিলোঁ।

"চিৰ চেনেহী মোৰ ভাষা জননী"

গৃহীত—
স্বাঃ মহিম বৰা
সভাপতি, অসম সাহিত্য সভা

মুকলি সভাত পঠিত আৰু গৃহীত
স্বাঃ নবকান্ত বৰুৱা
সভাপতি, অসম সাহিত্য সভা
বছু পঞ্চাশত্তম বিশ্বনাথ চাৰিআলি অধিবেশন
কমলাকান্ত ক্ষেত্ৰ, বিশ্বনাথ চাৰিআলি
১১ ফেব্ৰুৱাৰী, ১৯৯০ চন

শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫০০১
১১ ফেব্ৰুৱাৰী, ১৯৯০ খৃষ্টাব্দ

# অসম সাহিত্য সভাৰ : শাখা আৰু জিলা সাহিত্য সভাসহ বিভিন্ন স্বীকৃতিপ্ৰাপ্ত অনুষ্ঠানৰ ওপৰত প্ৰস্তুত বাৰ্ষিক খতিয়ান (১৯৮৯-৯০)

১৯৮৯ খৃঃ ফেব্ৰুৱাৰী মাহত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ ৫৫তম ডুমডুমা অধিৱেশনৰ পিছত ১৯৮৯-৯০ বছৰটিত বিভিন্ন সংখ্যক শাখা সভাই কেন্দ্ৰীয় কাৰ্যালয়লৈ বাৰ্ষিক প্ৰতিবেদন, ভৱিষ্যৎ আঁচনিৰ প্ৰস্তাৱ, বিভিন্ন উৎসৱ উদ্‌যাপনৰ প্ৰতিবেদন পঠিয়াইছে, লগতে সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্যালয়ৰ লগত সততে সম্পৰ্ক ৰক্ষা কৰি চলিছে, তাৰ সংখ্যা আগৰ বছৰটিতকৈ উৎসাহজনক বুলিব পাৰি। প্ৰস্তাৱসহ বাৰ্ষিক প্ৰতিবেদন, নতুন কাৰ্যনিৰ্বাহকৰ তালিকা আৰু সভাৰ দ্বাৰা বিভিন্ন উৎসৱ পালনৰ বিষয়ে বিতংভাৱে নিম্ন লিখিত শাখা আৰু স্বীকৃত সভাসমূহে কেন্দ্ৰক জানিবলৈ দিছে। সেই সভাসমূহ হ'ল—

যোৰহাট, দেৰগাঁও, কহিমা, নৱজ্যোতি, মাজবাট, শিলচৰ, বাজিপাৰা, পহুমাৰা, ৰাহা, ভুৰাগাঁও, দক্ষিণ মলবাৰী সাহিত্য সমাজ, চিকিজুইতপৰীয়া, ইটানগৰ, গঁড়েহগা, বৰপেটা, জ্ঞানদীপ সাহিত্য পৰিষদ, গোলাঘাট, মাকুম পূৰ্বাঞ্চল, ৰূপাই, দক্ষিণ পশ্চিম জয়পুৰ, হাইতা, ৰংপুৰ, চুতি, ৰামবেলু, চাৰিগাঁও সাহিত্য পৰিষদ, নাজিৰা আঞ্চলিক সাহিত্য সভা, দেৰগাঁও, পূব চাৰিআলি, ধাইআলি আঞ্চলিক সাহিত্য সভা, উজনী মাজুলী, হাহচৰা, মাকুম, ফুলবাৰী, খনামুখ, টংলা, বাৰেৰী শাখা সভাই প্ৰেৰণ কৰা প্ৰস্তাৱসমূহ চালিজাৰি চাই সাৰ্বত্ৰিকভাৱে সভাৰ, জাতিৰ আৰু দেশৰ স্বাৰ্থ জড়িত পৰামৰ্শমূলক প্ৰস্তাৱসমূহ সভাৰ হৈ চূড়ান্ত প্ৰস্তাৱ প্ৰণয়নৰ ক্ষেত্ৰত সহায়ক হিচাপে গ্ৰহণ কৰা হৈছে।

কেন্দ্ৰীয় কাৰ্যালয়ৰ লগত সততে ৰক্ষা কৰি কেন্দ্ৰৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই উল্লিখিত শাখা সভাসমূহে বছৰটিৰ বিভিন্ন উৎসৱ, স্মৃতি দিৱস, সাহিত্য সভা সপ্তাহৰ কাৰ্যসূচী আদি বিস্তৃত কাৰ্যসূচীৰে পালন কৰাৰ উপৰি সাহিত্য বিষয়ক বিভিন্ন প্ৰতিযোগিতা, আলোচনা চক্ৰ আদি অনুষ্ঠিত কৰাৰো বিস্তৃত প্ৰতিবেদন আমালৈ পঠিয়াইছে। কেন্দ্ৰীয়ভাৱে অনুষ্ঠিত কৰা অনুষ্ঠানসমূহৰ

উপৰিও শাখাসমূহেও নিজাববীয়াকৈ লেখক-শিবিৰ, কবি সন্মিলন, যুৱতী সন্মিলন, মাধৱদেৱৰ জন্ম দিনৰ লেখীয়া অনুষ্ঠান অনুষ্ঠিত কৰি প্ৰশংসনীয় কাম কৰিছে।

## প্ৰকাশন

শাখা সভাসমূহৰ পৰা কোনো উল্লেখযোগ্য প্ৰকাশনৰ বিষয়ে এই বছৰত চকুত নপৰিলেও উদ্যোক্তাসকলে লোৱা আঁচনি আৰু প্ৰচেষ্টাক আমি আদৰণি জনাইছোঁ। বছৰটিত নিম্নলিখিত শাখা সভাৰ সহযোগত সভাই অনুষ্ঠিত কৰা কেন্দ্ৰীয় অনুষ্ঠানসমূহৰ খতিয়ান দাঙি ধৰা হ'ল—

(১) গুৱাহাটী সাহিত্য সভা—লেখক শিবিৰ

(২) হাঁজো—নবীন কবিৰ কবিতাৰ কৰ্মশালা

(৩) বৰপেটা সাহিত্য সভা—শিলং কলা পৰিষদৰ বক্তৃতা মালা

(৪) বিলাসীপাৰা সাহিত্য সভা—জনপ্ৰিয় বক্তৃতা

(৫) ডিফু সাহিত্য সভা আৰু জিলা সভাৰ সহযোগত—সমন্বয়ৰ সপ্তাহৰ আৰম্ভণি

(৬) সোণাৰী সাহিত্য সভা—নবীন গল্পকাৰৰ কৰ্মশালা, চাহ বাগিচাত জনসংযোগ

(৭) ধুবুৰী সাহিত্য সভা—তৃতীয় কাৰ্য-নিৰ্বাহক সভা আৰু সমন্বয় পথেৰৰ সামৰণি উৎসৱ .

(৮) যোৰহাট সাহিত্য সভাৰ সহযোগত তীৰ্থনাথ বৰদলৈ স্মাৰক বক্তৃতা, চাহ বাগিচাত জনসংযোগ আৰু শাখা সভা গঠন

(৯) ডিব্ৰুগড় সাহিত্য সভা—সংগঠনমূলক সভা

(১০) নামৰূপ সাহিত্য সভা—সমন্বয়মূলক আলোচনা চক্ৰ

(১১) মাৰ্ঘেৰিটা সাহিত্য সভা—সমন্বয়মূলক কবি সন্মিলন

(১২) বাইহাটা চাৰিআলি—নাট্য কৰ্মশালা

(১৩) মাজুলী সমূহ শাখা সাহিত্য সভা—জনপ্ৰিয় বক্তৃতা আৰু জনসংযোগ অভিযান

(১৪) বঙিয়া সাহিত্য সভা—৪ৰ্থ কাৰ্য-নিৰ্বাহক সভা আৰু জনপ্ৰিয় বক্তৃতা অনুষ্ঠান

(১৫) হাওৰাঘাট সাহিত্য সভা—শিল্পী দিৱস

(১৬) শিৱসাগৰৰ ৰংপুৰ সাহিত্য সভা—সাহিত্য সভাৰ প্ৰতিষ্ঠা দিৱস—অসমৰ গীত ধাৰাৰ বিষয়ে আলোচনা চক্ৰ

(১৭) নগাঁও সাহিত্য সভা—হাস্যব্যংগ সাহিত্যৰ অনুষ্ঠান

(১৮) আদিমগঞ্জ সাহিত্য সভা—সমন্বয়মূলক কবি সন্মিলন

(১৯) বৰপেটা জিলা সাহিত্য সভাৰ সহযোগত বৰপেটা, গোৱালপাৰা, ধুবুৰী, কোকৰাঝাৰত জনসংযোগ আৰু সদিচ্ছামূলক ভ্ৰমণ, শাখা সভা গঠন

(২০) পহুমৰা সাহিত্য সভাৰ সহযোগত জনসংযোগ আৰু ডিব্ৰু বাগিচাৰ শাখা গঠন

(২১) অসম সাহিত্য সভাৰ সদিচ্ছামূলক ভ্ৰমণত, ওদালগুৰি, টংলা, পানেৰী আৰু বৌতা শাখা সভাই বিশেষভাৱে সহযোগিতা আগবঢ়ায়।

## জিলা সাহিত্য সভাৰ খতিয়ান

এই বছৰ লক্ষীমপুৰ, গোৱালপাৰা, ডিব্ৰুগড় আৰু দৰং জিলা সাহিত্য সভাৰ কামকাজৰ পূৰ্ণ খতিয়ান পোৱা হয়। ইয়াৰ উপৰিও বৰাক উপত্যক জিলা সাহিত্য সভাৰ কাম-কাজৰ কিছু আভাস মাত্ৰ পোৱা হৈছে। লক্ষীমপুৰ জিলা সভাই কবি সন্মিলন সফলভাৱে আয়োজন কৰে। জ্যোতি দিৱস, ৰাভা দিৱস, সাহিত্য সভা সপ্তাহ আদি পালন কৰে। প্ৰায় আটাইকেইখন জিলা সাহিত্য সভাই বছৰেকীয়া সন্মিলন পতাৰ ৰাভৰি আহিছে। শিৱসাগৰ জিলা সাহিত্য সভা নিষ্ক্ৰিয় হৈ থকাৰ অভিযোগ আমি পাইছো।

## শাখা সভাসমূহে পঠোৱা প্ৰস্তাৱৰ বেওণি

### দেৰগাঁও শাখা সভা

প্ৰস্তাৱ : ১ অসম সাহিত্য সভাৰ বিষয়ববীয়াসকলৰ কাৰ্যকাল দুবছৰীয়া হ'ব লাগে বুলি পৰামৰ্শ আগবঢ়োৱা হওক।

২ জন-জাতীয় অঞ্চলৰ মাজত অসম সাহিত্য সভাই বিশেষ কাৰ্যসূচী গ্ৰহণ কৰি সেই অঞ্চলৰ লোকক অসম সাহিত্য সভাৰ বিষয়-বাব দি বৃহত্তৰ অসমীয়া জাতি গঠনত এক মূল অংশীদাৰ হ'ব লাগে বুলি অসম সাহিত্য সভাই দৃঢ় সংকল্প গ্ৰহণ কৰক।

**ডাইহা শাখা সাহিত্য সভা**

৩ অসম ৰাষ্ট্ৰীয় শিক্ষা-নীতিৰে, চৰকাৰে যি বিদ্যালয়ীয়া পুথি পঢ়াশালি-সমূহত প্ৰচলন কৰিছে সেই পাঠ্য-পুথি প্ৰতি শিক্ষা বছৰৰ প্ৰথম মাহৰ ভিতৰত অসমৰ প্ৰতি শিক্ষানুষ্ঠানৰ ছাত্ৰ-ছাত্ৰীয়ে সহজতে পোৱাৰ ব্যৱস্থা কৰি অসমৰ শৈক্ষিক পৰিৱেশ সৃষ্টি কৰি ছাত্ৰ-ছাত্ৰী-সকলৰ জ্ঞান-বিজ্ঞানৰ দিশত অগ্ৰগতি লাভৰ সুবিধা কৰক ॥

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট ৭৮৫০০১
১১ ফেব্ৰুৱাৰী, ১৯৯০ চন

শ্ৰীমহেশচন্দ্ৰ ভট্টাচাৰ্য
সহকাৰী সম্পাদক,
অসম সাহিত্য সভা



সাংস্কৃতিক সন্মিয়াত সম্বৰ্ধিত

নাট্যপ্ৰভাকৰ সত্যপ্ৰসাদ বৰুৱা



অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক

শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী